# মনৰ পখী উভতি উৰে



প্ৰফুল্লদত্ত গোস্বামী

**Monor Pokhi Ubhoti Ure : An autobiography by Praphulladatta Goswami and published by Mrinali Goswami, 'KANTA' Chenikuthi Hillside, Guwahati-781003.**

ৰচনা কাল ঃ ১৯৭৬-৭৭

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ, ১৯৯৮

প্ৰকাশিকা ঃ মৃণালী গোস্বামী
'কান্তা'
চেণীকুঠি হিলচাইড
গুৱাহাটী-৭৮১০০৩

মূল্য ঃ ৭৫·০০ টকা

মুদ্ৰক ঃ
পূৰ্বদেশ মুদ্ৰণ
ৰিহাবাৰী, গুৱাহাটী-৮

# 'মনৰ পখী উভতি উৰে' : ৰচনা আৰু প্ৰকাশ

পিতাক বৰ ওচৰৰ পৰা পাইছিলোঁ। অতি কম বয়সৰে পৰা পিতাৰ লগতে ডাঙৰ হৈছো, অলৈ তলৈ গলেও প্ৰায়ে লগত লৈ যায়। আলপৈচান ধৰিবলৈও সৰু কালি সাধাৰণতে মোকে মাতে। এনে সময়বোৰত বা আজৰি পৰত পিতাই মাজে সময়ে তেখেতৰ সৰুকালিৰ কথা কয়, বিভিন্ন সময়ৰ বিভিন্ন ঘটনাৰ কথা কয়, ভিন ভিন সময়ত লগ পোৱা মানুহৰ কথা কয়। মই শুনো আৰু পিতাক লাগো, "পিতা তুমি আত্মজীৱনী এখন নিলিখা কিয়?" পিতাই কয়, "তয়েই মোৰ জীৱনী লিখিবি।" মই লগে লগে কওঁ, "মোক লিখিব নকবা— মইতো তোমাৰ দোষবিলাকো লিখিম।" পিতাই হাঁহি কয়, "লিখিবি।"

১৯৭৬ চনত পিতাই 'মনৰ পখী উভতি উৰে' লিখিবলৈ লয়। এবছৰৰ ভিতৰতে কিতাপখন সম্পূৰ্ণ হৈ ওলায়। মই তেতিয়া কটন কলেজত পঢ়ি আছো। মনত পৰে, কিতাপখন কপি কৰি দিয়াৰ বাবদ পোৱা পইচাৰে (পিতাৰ লিখা কপি কৰি প্ৰতি পৃষ্ঠাৰ হিচাপত ৫০ পইচা মানকৈ উপাৰ্জন কৰিছিলো) মোৰ জীৱনৰ প্ৰথমটো অভাৰকোট লৈছিলোঁ। চিলাইছিলোঁ পিতাই আমেৰিকাৰ পৰা অনা আলোচনী এখনত পোৱা ডিজাইনত!

'মনৰ পখী উভতি উৰে' গতানুগতিক জীৱনী বা আত্মজীৱনীৰ ৰীতিত লিখা হোৱা নাই। পিতাই আনে নগৰকা বাটেদি খোজ লৈ ভাল পাইছিল। সৰু কালি আমাক কোৱা এষাৰ কথা মোৰ এতিয়াও কাণত বাজে— "মানুহ হবলৈ হলে উল্টা সাধনাৰ প্ৰয়োজন— জীৱনত মানুহ হবলৈ হ'লে হাতৰ বুঢ়া আঙুলিটোৰ নিচিনা হব পাৰিব লাগিব।" ছয় বছৰ বয়সতে পিতাকক হেৰুৱাই আত্মীয় স্বজনৰ ঘৰে ঘৰে ডাঙৰ হোৱা পিতাই নিজেও উল্টা সাধনাৰ পথেই বাচি লৈছিল। আত্মীয় পৰিজন, বন্ধু বান্ধবেৰে

পৰিবেষ্টিত ব্যস্ত জীৱন এটাৰ মাজতো তেখেত আছিল মানসিক ভাবে প্ৰায়েই অকলশৰীয়া। অসমীয়া সাহিত্য, জনকৃষ্টি চৰ্চাৰ বিভিন্ন দিশত বাটকটীয়া এই সাহসী অথচ নিজক উদঙাই দেখুৱাবলৈ ভাল নোপোৱা মানুহজনৰ জীৱনৰ কিছু ঘটনাৱলী, কিছু স্মৃতি এই কিতাপখনত লিপিবদ্ধ হৈছে। লগতে সন্নিবিষ্ট হৈছে তেখেতৰ মনত আছোৰ পেলোৱা বা প্ৰশ্নৰ সৃষ্টি কৰা কিছু বিষয়, কিছু চিঠি আৰু কিছু চিন্তা। কিতাপখনক লিখকৰ জীৱন কাহিনী আখ্যা দিয়াতকৈ তেখেতৰ মনৰ ভ্ৰমণ কাহিনী বুলি কোৱাহে সমিচিন হব যেন লাগে।

পিতাই নিজে ছাত্ৰ অৱস্থাত বিজ্ঞান নপঢ়িলে কিন্তু এজন বৈজ্ঞানিকৰ মানসিকতাৰেই তেখেতে জীৱনটো গ্ৰহণ কৰিছিল। কোনো এটি কথাকেই চালি জাৰি নোচোৱাকৈ মানি লবলৈ তেখেতে টান পাইছিল। এনে মানসিকতাৰ লগতে আছিল এক শিশুসুলভ অনুসন্ধিৎসা, এক স্বাধীন দৃষ্টিভঙ্গী, এক আপোচবিহীন ব্যক্তিত্ব লগতে এক Intellectual humility — নাজানো বুলি কবলৈ বা নজনা কথা শিকিবলৈ পিতাই লাজ নকৰিছিল। কোনো বিষয়েই যেন পিতাৰ মানসিক গণ্ডীৰ বাহিৰত নাছিল— চৰাই চিৰিকতি, গছ বিৰিখ, মদ বনোৱাৰ নিয়ম, বিভিন্ন জন গোষ্ঠীৰ ভিন ভিন সামাজিক ৰীতি ৰেৱাজ, ৰন্ধন প্ৰণালীৰ পৰা, জ্যোতিষ শাস্ত্ৰ, সঙ্গীত, ভাষা বিজ্ঞান, ধৰ্ম-অধৰ্মৰ ব্যাখ্যালৈকে নতুন কথা শিকাৰ পিতাৰ যি আগ্ৰহ দেখিছিলো তাৰ দৃষ্টান্ত বিৰল। পিতাই অভিধান পঢ়ি ভাল পাইছিল— সুবিধা পালেই ন ন অভিধান কিনিছিল আৰু আজৰি পৰত অভিধানৰ পাত লুটিয়াইছিল— নতুন কথা শিকিবলৈ। বহুত সময়ত পিতাৰ ওচৰলৈ কিবা কথাৰ অৰ্থ সুধিব আহিলেও অভিধানৰ পৰা চাই লবলৈহে উপদেশ দিছিল। পিতা আঁতৰি যোৱা শোকৰ লগতে যোৱা চাৰি বছৰে আৰু এটি অভাব পদে পদে অনুভব কৰিছো— যি কোনো বিষয়ত সন্দেহ বা প্ৰশ্ন উপজিলে সহায় কৰিব পৰা এজন আদৰ্শ পথ প্ৰদৰ্শকৰ। মোৰ কাৰণে পিতা আছিল এখন 'Walking encyclopaedia'. এই কিতাপখনৰো পাত লুটিয়ালেই

লিখকৰ সৰ্ববিচৰণকাৰী মানসিক পৰিসৰৰ ছবিখন স্পষ্ট হৈ ওলায়।

পিতাই চৰাই ভাল পাইছিল। কিতাপখনৰ নামো 'মনৰ পখী উভতি উৰে' দিছে। কিতাপখনৰ বাবে পিতাই 'উভতি' উৰা চৰাইৰ ছবিৰে নিজেই এটি বেটুপাত আঁকি উলিয়াইছিল। দুৰ্ভাগ্যবশতঃ ছবিখন হেৰাল। গতিকে পিতাৰ ডেকা বয়সত বশিষ্ঠ আশ্ৰমত তোলা ফোটো এখনেৰেই কিতাপখনৰ বেটুপাত প্ৰস্তুত কৰা হ'ল।

কিতাপখন লিখি উলিওৱা আজি দুই যুগৰো অধিক হ'ল। বিভিন্ন কাৰণত কিতাপখন প্ৰকাশ কৰা হোৱা নাছিল— তাৰ এটি মুখ্য কাৰণ লিখকৰ নিজৰো আগ্ৰহৰ অভাব। এবাৰ প্ৰেছলৈয়ো কিতাপখন পঠিওৱা হৈছিল পিছে পাণ্ডুলিপিটো প্ৰেছতে জুই লাগি পুৰিল। কিছু বছৰ আগতে ৰূপান্তৰ নামৰ নতুনকৈ প্ৰকাশিত আলোচনী এখনত ধাৰাবাহিক হিচাবে আত্মজীৱনীখনৰ তিনিটামান খণ্ড ছপা হৈছিল। আলোচনীখন বৰ বেছি দিন নচলিল। পিতাৰ মনত শেষলৈ ধাৰণা এটাই হৈ গৈছিল যে কিতাপখনৰ ছপা হ্বলগীয়া নাই। সেইবাবে কেইবাজনো প্ৰকাশকে বিচৰাস্বত্বেও তেখেতে কিতাপখন উলিয়াবলৈ আৰু মন নকৰিলে।

১৯৮৪ চনৰে পৰা মই নিজেও কাম-কাজ পঢ়া-শুনা, সাংসাৰিক দায়িত্ব আদিৰ হেচাত গুৱাহাটীৰ বাহিৰত থাকিবলৈ ললোঁ। লৰা-ছোৱালী ডাঙৰ হ'লে সাধাৰণতে যিটো হয়— মোৰ ক্ষেত্ৰটো একেটাই হ'ল। নিজক লৈ ইমান ব্যস্ত হৈ পৰিলো যে কিতাপখন ছপা সম্পৰ্কে জোৰ দিয়া বা নিজেই আগবাঢ়ি দায়িত্ব লোৱা আৰু নহল। পিতাই নিশ্চয় এই কথাত দুখ পাইছিল। যোৱা চাৰিটা বছৰে 'মনৰ পখী উভতি উৰে' মোৰ লগত এঠাইৰ পৰা আনঠাইলৈ ঘূৰি ফুৰিছে। মূল পাণ্ডুলিপিটো প্ৰেছত জ্বলি যোৱাৰ পিছত পিতাই কিতাপখনৰ যথেষ্ট সালসলনি কৰিলে। বহুখিনি কথা কাটি পেলালে। মোৰ বোধেৰে মূল কিতাপখনৰ প্ৰায় এক চতুৰ্থাংশ এইদৰে কাটি পেলোৱা হ'ল। সংশোধিত কিতাপখনৰ শেষৰ কিছুমান খণ্ড হায়দৰাবাদৰ মোৰ

কাৰ্য্যালয়ত বহি কপি কৰি থাকোতেই ১৯৯৭ চনৰ ফেব্ৰুৱাৰীত মা ঢুকুৱাৰ খবৰটো পাওঁ।

পিতাৰ গুণমুগ্ধ বহুতৰে বাবে বহুপ্ৰত্যাশিত এই কিতাপখন নিজেই ছপা কৰাৰ সিদ্ধান্ত লৈ অক্টোবৰৰ শেষৰ পিনে ৰিহাবাৰীৰ পূৰ্বদেশ মুদ্ৰণৰ ওচৰ চাপো। অতি কম দিনৰ ভিতৰতে শ্ৰী হোমেন বৰগোহাঞিয়ে কিতাপখনৰ বাবে এটি আগকথা আৰু পিতাৰ জীৱনীকাৰ শ্ৰীভৃগুমোহন গোস্বামীয়ে পিতাৰ এটি চমু জীৱন পৰিচয় লিখি দিয়ে— তাৰ বাবে মই তেখেত-সকলৰ ওচৰত কৃতজ্ঞ। পূৰ্বদেশ মুদ্ৰণে অতি কম সময়ৰ ভিতৰতে কিতাপখন ৰাইজৰ আগলৈ উলিয়াই দিছে। এই প্ৰেছৰ শ্ৰীপ্ৰণৱ শৰ্মা আৰু তেওঁৰ পৰিবাৰ মীণাৰ সহায়-সহযোগ, আদৰ অভ্যৰ্থনাৰ কথা পাহৰিব নোৱাৰো।

কিতাপ ছপা মেলাৰ ক্ষেত্ৰত মই তেনেই অনভিজ্ঞ। গতিকে কিতাপখনত ভুল ভ্ৰান্তি ৰৈ যাব পাৰে— তাৰ বাবে পঢ়ুৱৈ ৰাইজৰ ওচৰত আগতীয়াকৈ ক্ষমা প্ৰাৰ্থনা কৰিছোঁ। আশাকৰো কিতাপখনে পঢ়ুৱৈ সকলৰ সমাদৰ লাভ কৰিব।

মৃণালী গোস্বামী

# সূচীপত্ৰ

পৃষ্ঠা

পৃষ্ঠা

| | | পৃষ্ঠা |
|---|---|---|

পৃষ্ঠা

পৃষ্ঠা

# মই প্ৰফুল্লদত্ত গোস্বামীক যেনেকৈ জানিছিলো

১৯৫০ চনত কটন কলেজত পঢ়িবলৈ বুলি গুৱাহাটীলৈ আহি মই কেৱল দুজন মানুহক লগ পাবলৈ আগ্ৰহ অনুভৱ কৰিছিলো। তেওঁলোক দুজন আছিল হেম বৰুৱা আৰু প্ৰফুল্লদত্ত গোস্বামী। প্ৰফুল্লদত্ত গোস্বামীৰ 'শেষ ক'ত' আৰু 'কেঁচা পাতৰ কঁপনি' নামৰ উপন্যাস দুখনে মোৰ আৱেগ-প্ৰৱণ কিশোৰ মনত গভীৰভাৱে ৰেখাপাত কৰিছিল। মই সেই সময়লৈকে পঢ়া সকলো অসমীয়া উপন্যাসৰ ভিতৰত মোৰ মনত দকৈ দাগ কটা তৃতীয়খন উপন্যাস আছিল বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত'। উপন্যাস হিচাপে প্ৰফুল্লদত্ত গোস্বামীৰ উপন্যাস দুখনতকৈ বিৰিঞ্চিকুমাৰ বৰুৱাৰ 'জীৱনৰ বাটত' নিঃসন্দেহে বেছি সুখপাঠ্য আৰু উৎকৃষ্ট উপন্যাস আছিল। কিন্তু দুয়োজন লেখকৰ তুলনামূলক বৈশিষ্ট্য বুজাবলৈ কেৱল এই কথা কলেই যথেষ্ট হ'ব যে যি স্থলত মই 'জীৱনৰ বাটত' উপন্যাসখন পঢ়ি ভাবাবিষ্ট হৈ পৰিলেও লেখকজনক লগ পাবলৈ কোনো ধৰণৰ আগ্ৰহ অনুভৱ কৰা নাছিলো, আনহাতে প্ৰফুল্লদত্ত গোস্বামীৰ উপন্যাস দুখন পঢ়ি তেওঁক মুখামুখিকৈ লগ পাবলৈ মই এক ধৰণৰ ব্যাকুলতা অনুভৱ কৰিছিলো। উপন্যাস দুখন পঢ়ি থাকোতেই মোৰ মনত এনে এটা ভাব হৈছিল যে মানুহৰ জীৱনৰ আৰু আশা-আকাংক্ষাৰ এটা নতুন আয়তন উন্মোচিত কৰি দেখুওৱা এই লেখকজন নিশ্চয় আন মানুহতকৈ অলপ বেলেগ ধৰণৰ মানুহ হ'ব; জীৱনৰ প্ৰতি তেওঁৰ দৃষ্টিভঙ্গীও হ'ব আনতকৈ অলপ বেলেগ। মই তেওঁক কল্পনা কৰিছিলো এজন আত্ম-মগ্ন বিষণ্ণ ভাবুক হিচাপে।

কটন কলেজত পঢ়ি থাকোতে এদিন বাটত তেওঁৰ লগত মুখামুখি হ'লো। কথা পতাৰ বা চিনাকি হোৱাৰ কোনো কথাই উঠা নাছিল। তেওঁৰ লগত ব্যক্তিগতভাৱে চিনাকি হ'বলৈ আৰু কথা পাতিবলৈ মই সুযোগ পালো ১৯৫৫ চনত। তেতিয়া মই শিক্ষা-জীৱন

সাং কৰি কৰ্ম-জীৱনত প্ৰৱেশ কৰিছো। সেই বছৰত যোৰহাটৰ সাহিত্য-সেৱী চ'ৰা নামৰ এটা অনুষ্ঠানে যোৰহাটত এখন অভিনৱ সাহিত্য-মেলাৰ আয়োজন কৰিছিল। এই সাহিত্য-মেলাখনৰ বিষয়ে মই মোৰ একাধিক প্ৰবন্ধত অতি উচ্ছাস-পূৰ্ণ মন্তব্য কৰিছো, কাৰণ সাহিত্য-উৎসৱৰ এনে এটা মাদকতা-পূৰ্ণ অভিজ্ঞতা মোৰ জীৱনত দ্বিতীয়বাৰৰ কাৰণে হোৱা নাই। সি যি কি নহওক, সেই বছৰতে গুৱাহাটী বিশ্ববিদ্যালয়ে তিনিজন অসমীয়া পণ্ডিতক প্ৰথমবাৰৰ কাৰণে ডক্টৰেট উপাধি দিছিল, আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা ডক্টৰেট উপাধি পোৱা প্ৰথম তিনিজন অসমীয়া পণ্ডিতক যোৰহাট সাহিত্য-সেৱী চ'ৰাৰ সাহিত্য-মেলাত আনুষ্ঠানিকভাৱে সম্বৰ্ধনা জনোৱা হৈছিল। পণ্ডিত তিনিজন আছিল -- মহেশ্বৰ নেওগ, সত্যেন্দ্ৰনাথ শৰ্মা আৰু প্ৰফুল্লদত্ত গোস্বামী। দুদিনীয়াকৈ বহা সাহিত্য-মেলাৰ ময়ো আছিলো এজন প্ৰধান বক্তা। গতিকে কোৱা বাহুল্য মাত্ৰ যে প্ৰফুল্লদত্ত গোস্বামীক লগ নোপোৱাকৈ বা কথা নপতাকৈ থাকিবলৈ মোৰ কোনো উপায় নাছিল। মেলাত যোগ দিয়া লেখকসকলৰ ভিতৰত ওপৰত উল্লেখ কৰা তিনিজন পণ্ডিতৰ বাহিৰেও আছিল ভবানন্দ দত্ত, অমলেন্দু গুহ, চৈয়দ আব্দুল মালিক, নৱকান্ত বৰুৱা, যোগেশ দাস, মহেন্দ্ৰ বৰা -- ইত্যাদি। সকলোৱেই পৰস্পৰৰ লগত অতি অন্তৰঙ্গভাৱে মিলা-মিছা কৰিবলৈ সুযোগ পাইছিল।

মই প্ৰফুল্লদত্ত গোস্বামীৰ লগত চিনাকি হ'বলৈ আৰু তেওঁৰ লগত কথা পাতিবলৈ বহু দিন ধৰি মনতে প্ৰবল ইচ্ছা পুহি ৰাখিছিলো, কিন্তু তেওঁৰ সংস্পৰ্শলৈ অহাৰ প্ৰথম অভিজ্ঞতাটো মোৰ কাৰণে বৰ সুখকৰ হৈছিল বুলি ক'ব নোৱাৰি। সাহিত্য-সেৱী চ'ৰাৰ প্ৰথম দিনৰ অধিৱেশনৰ আলোচনাৰ বিষয়-বস্তু আছিল অসমীয়া চুটিগল্প। সেই বিষয়ে হোৱা আলোচনাৰ প্ৰধান বক্তা আছিল প্ৰফুল্লদত্ত গোস্বামী। অসমীয়া চুটিগল্পলৈ নতুন বিষয়বস্তু আৰু নতুন চৰিত্ৰ আমদানি কৰা এজন লেখক হিচাপে মই ইতিমধ্যে কিছু বিখ্যাত বা কুখ্যাত হৈ পৰিছিলো। পাঠক আৰু সমালোচকৰ মনোযোগ আকৰ্ষণ কৰিছিলো আশাতীতভাৱে। আনকি সাহিত্য-সেৱী চ'ৰাৰ সেই অধিৱেশনতে বছৰটোৰ সৰ্বশ্ৰেষ্ঠ গল্পৰ পুৰস্কাৰ দিয়া হৈছিল মোক; সৰ্বশ্ৰেষ্ঠ কবিতাৰ পুৰস্কাৰ পাইছিল নৱকান্ত বৰুৱাই কিন্তু প্ৰফুল্লদত্ত গোস্বামীয়ে

সমসাময়িক অসমীয়া চুটিগল্পৰ বিষয়ে বক্তৃতা দিবলৈ উঠি মোৰ নাম উল্লেখ কৰাৰেই কোনো প্ৰয়োজন অনুভৱ নকৰিলে! সেই কুমলীয়া বয়সত আন সকলো উচ্চাকাংক্ষী ডেকা লেখকৰ দৰেই মোৰ মনটোও আছিল প্ৰশংসা-কাতৰ আৰু স্বীকৃতিৰ কাৰণে লালায়িত। তেনেস্থলত যিজন মানুহে মোক প্ৰশংসা নকৰে তেওঁক মই ভাল পাব পাৰো কেনেকৈ?

প্ৰফুল্লদত্ত গোস্বামীয়ে তেওঁৰ বক্তৃতাত যোগেশ দাসৰ বক্তৃতাৰ খুব প্ৰশংসা কৰিলে। তদুপৰি তেওঁ বক্তৃতাত এই কথাও সদৰি কৰিলে যে তেওঁ এবাৰ কটন কলেজৰ চুটিগল্প প্ৰতিযোগিতাৰ বিচাৰক হওঁতে কুলনাথ গগৈৰ গল্পক তেওঁ প্ৰথম স্থান দিছিল, আৰু গল্পকাৰ হিচাপে কুলনাথ গগৈৰ উজ্জ্বল ভৱিষ্যৎ আছে বুলি তেওঁ ভাবে। তেওঁৰ কথা শুনি মোৰ মনত পৰিল যে সেই বছৰতে (মই তেতিয়া প্ৰথম বাৰ্ষিকৰ ছাত্ৰ) ময়ো গল্প প্ৰতিযোগিতাত যোগ দিছিলো, আৰু মোৰ গল্পই (আবেলিৰ আলিবাটৰ গল্প) পঞ্চম স্থান পাইছিল। মোক পঞ্চম স্থান দিয়া মানুহজন যে প্ৰফুল্লদত্ত গোস্বামীয়ে আছিল সেই কথা সেইদিনাহে মই তেওঁৰ বক্তৃতাৰ পৰা জানিব পাৰিলো। ইয়াৰ পিছত আৰু মই কেনেকৈ প্ৰফুল্লদত্ত গোস্বামীক ভাল পাব পাৰো? মোৰ মন তেওঁৰ প্ৰতি বিৰূপ হৈ পৰিল। লগতে এই কথাও মোৰ মনত পৰিল যে পুৰস্কাৰ নোপোৱা আৰু পঞ্চম স্থান পোৱা মোৰ গল্পটো 'কটনিয়ানত' প্ৰকাশ হোৱাৰ পিছত সেইটো পঢ়ি ভবানন্দ দত্ত খুব মুগ্ধ হৈছিল, আৰু তাৰ ৪ বছৰমানৰ পিছত কেৱল সেই গল্পটোৰ কাৰণেই ভবানন্দ দত্তই উপযাচি মোৰ লগত চিনাকি হ'বলৈ আহিছিল। সাহিত্য-সেৱী চ'ৰাৰ অধিৱেশনত বক্তৃতা দিবলৈ উঠি প্ৰফুল্লদত্ত গোস্বামীৰ সন্মুখতে ভবানন্দ দত্তই সেই কথা উল্লেখ কৰিলে। মুঠতে প্ৰফুল্লদত্ত গোস্বামীৰ উপন্যাস পঢ়ি মই মুগ্ধ হৈছিলো যদিও মানুহজনৰ কথা শুনি মই মুগ্ধ হ'ব নোৱাৰিলো। তেওঁৰ একমাত্ৰ অপৰাধ আছিল এয়েই যে তেওঁ মোক প্ৰশংসা কৰিব পৰা নাছিল।

ইতিমধ্যে প্ৰফুল্লদত্ত গোস্বামীৰ 'সাহিত্য আৰু জীৱন' নামৰ প্ৰবন্ধ-সংগ্ৰহৰ কিতাপখন প্ৰকাশ হৈছিল। কিতাপখনত অধ্যয়নৰ ব্যাপকতা

যিমান আছিল সেই অনুপাতে গভীৰতা নাছিল বুলি মই অনুভৱ কৰিলো। তথাপি লেখকৰ সৰ্বত্ৰ-গামী কৌতূহলে মোক মুগ্ধ কৰিলে। অৰ্থাৎ এই কিতাপখনেও প্ৰফুল্লদত্ত গোস্বামীৰ প্ৰতি মোৰ আকৰ্ষণ বৃদ্ধি কৰাত সহায় কৰিলে। ঘাইকৈ সেই কাৰণেই মই যেতিয়া ১৯৬৮ চনত চৰকাৰী চাকৰি এৰি এখন সাপ্তাহিক বাৰ্তালোচনীৰ (সাপ্তাহিক নীলাচল) সম্পাদক হ'বলৈ ঠিক কৰিলো, তেতিয়া যিকেইজন মানুহৰ উপদেশ আৰু সহযোগিতা বিচাৰি মই চিঠি লিখিছিলো তেওঁলোকৰ ভিতৰত এজন আছিল প্ৰফুল্লদত্ত গোস্বামী। উত্তৰত তেওঁ মোলৈ যিখন চিঠি লিখিছিল সেই চিঠিখনতে প্ৰফুল্লদত্ত গোস্বামীৰ ব্যক্তিত্বৰ বৈশিষ্ট্য, জীৱনৰ দৰ্শন আৰু তেওঁৰ ৰুচি-অৰুচি আদি সকলো কথা সোমাই আছে বুলি মই অনুভৱ কৰো। সেই কাৰণে চিঠিখনৰ কিয়দংশ তলত উদ্ধৃত কৰিলো।

শ্ৰীমান বৰগোহাঞিঃ

তোমাৰ চিঠিখন পাই মস্কিলত পৰিলোঁ। শুভেচ্ছা জনাইছো বুলি হাত-ভৰি পখালিব পাৰি; পিছে দত্ত বৰুৱাই টকা ভাঙি কাগজখন উলিয়াব আৰু তুমিও তাত ঐকান্তিকভাৱে লাগিবা—এনেস্থলত বাগি দি হাত সাৰিব নোখোজোঁ। আনহাতে, প্ৰবন্ধ লিখা অভ্যাস কমিল, সময়ো নোপোৱা হ'লো। বহুত সময়ত চিঠি লিখিবলৈকো টান পোৱা হৈছো। তাৰ উপৰি দুটা ভাষাত সমানে চলাব নোৱাৰো। ইংৰাজীত প্ৰায়ে প্ৰবন্ধাদি দি থাকিব লাগে, অসমীয়াত লেখিবলৈ আগ্ৰহ নোহোৱা হয়। অসমীয়া সাহিত্যৰ লগতো সংযোগ কমিল। আজিকালি কিতাপ-পত্ৰ বহুতো ওলাল। আনহাতে, বিষয়বস্তুৰ সংকীৰ্ণতাৰ কাৰণে সেইবিলাক পঢ়িবৰো মন নাযায়। পেনপেনীয়া গল্পসোপা স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ কাৰণেহে। ভাষাবিলাকো আমনি-দায়ক পাওঁ। নিজেও জীৱনত আস্থা হেৰুৱাইছো নেকি? সংস্কাৰকামী মনোবৃত্তি লোপ পালে। এনে মনোবৃত্তি—এটা Messianic urge নাথাকিলে লিখিবলৈ টান হয়। কৰ্মত আস্থা আছে বুলিহে হয়তো মানসিক জীৱন কিছু সজীৱ ৰাখিব পাৰিছো। চৌপাশে যেতিয়া আদৰ্শৰ অভাৱ, ধৈৰ্য্যৰ অভাৱ দেখোঁ, তেতিয়া নিজৰ মনটোও কোঁচ খায়।

ভাবো —লোকৰ আত্ম-জীৱনী, ভ্ৰমণ-কাহিনী, চিকাৰ-কাহিনী, ধেমেলীয়া গল্প আদি পঢ়ি দিনবোৰ বগৰাই দিব পাৰিলেই ভাল। ইতি

তোমাৰ শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী

জুলাই, ৩, ১৯৬৮

সাপ্তাহিক নীলাচলত প্ৰফুল্লদত্ত গোস্বামীয়ে মাত্ৰ দুটা নে তিনিটাহে প্ৰবন্ধ লিখিছিল, কিন্তু আচলতে সেই কাকতখনেই তেওঁক মোৰ ওচৰলৈ টানি আনিলে। নীলাচলে আত্মপ্ৰকাশ কৰাৰ খুব কম সময়ৰ ভিতৰতে অসমৰ আটাইতকৈ চিন্তাশীল আৰু প্ৰতিভাশালী লেখকসকল নীলাচলৰ পাতত সমবেত হ'ল, আৰু তেওঁলোকে বিভিন্ন আৰু বিচিত্ৰ বিষয়ৰ ওপৰত ভাবোদ্দীপক প্ৰবন্ধ লিখি মানুহৰ চিন্তাত এটা জোকাৰণি দিবলৈ ধৰিলে। নীলাচলত প্ৰকাশিত প্ৰবন্ধবোৰৰ বিষয়ে আলোচনা কৰিবলৈ আৰু মোক দিহা-বুদ্ধি দিবলৈ মাজে মাজে তেওঁ মোৰ ওচৰলৈ আহিবলৈ ধৰিলে। এনেকৈ আহোঁতে আহোঁতে আমাৰ দুয়োজনৰ মাজত ইমান বেছি ঘনিষ্ঠতা হ'ল যে তেওঁ দুবাৰমান তেওঁৰ ঘৰত ভাত খাবলৈকো মোক নিমন্ত্ৰণ কৰিলে।

কিন্তু আমাৰ আচল ঘনিষ্ঠতা স্থাপিত হৈছিল এটা মদৰ আড্ডাত। আমি দুয়োজনে মদ খাওঁ, কিন্তু খুব পৰিমিতভাৱে। অৰ্থাৎ নিচাই ধৰাকৈ আমি কেতিয়াও মদ নাখাওঁ। প্ৰফুল্লদত্ত গোস্বামীৰ এজন বন্ধুৰ ঘৰত নিতৌ গধুলি মদৰ আড্ডা বহিছিল। বন্ধুজন এজন চিন্তাশীল লেখক আৰু প্ৰখৰ বুদ্ধি-সম্পন্ন মানুহ আছিল। মদতকৈ তেওঁৰ মদৰ আড্ডাৰ বেছি ডাঙৰ আকৰ্ষণ আছিল তাত গোট খোৱা মানুহবোৰৰ মাজত বিচিত্ৰ বিষয়ে হোৱা সৰস আৰু বুদ্ধি-দীপ্ত আলোচনা। নক'লেও নিশ্চয় হ'ব যে আড্ডাৰ মধ্যমণি আছিল প্ৰফুল্লদত্ত গোস্বামী। চৰাই-চিৰিকতিৰ জীৱনৰ পৰা আৰম্ভ কৰি ৰাছিয়ান সাহিত্যলৈকে, অসমীয়া মানুহে কেতিয়া ঘিঁউ খাবলৈ আৰম্ভ কৰিলে সেই প্ৰশ্নৰ পৰা আৰম্ভ কৰি নিয়াণ্ডাৰথাল (Neandarthal) মানুহৰ আধ্যাত্মিক বিশ্বাসলৈকে এনে কোনো বিষয় নাছিল যিবোৰ বিষয়ে সেই মদপীৰ

আড্ডাত ঠাই পোৱা নাছিল। আলোচনাবোৰ ইমান সৰস আৰু বুদ্ধি-দীপ্ত আছিল যে দুজনমান মদ স্পৰ্শ নকৰা মানুহে কেৱল আমাৰ কথা-বাৰ্তা শুনিবলৈকে প্ৰায়েই সেই আড্ডাত যোগ দিছিল। সেই আড্ডাত মই যিজন প্ৰফুল্লদত্ত গোস্বামীক আবিষ্কাৰ কৰিলো—তেওঁ হ'ল একাধাৰে এজন চিনিক, কৌতূহলী আৰু বিদ্বান মানুহ, কিন্তু সম্পূৰ্ণৰূপে উচ্চকাংক্ষা-ৰহিত। জীৱনটোক তেওঁ খুব বেছি গুৰুত্ব-সহকাৰে ল'ব নোখোজে; ধন-ঐশ্বৰ্য্য, খ্যাতি, মান-সন্মান, সামাজিক প্ৰভাৱ-প্ৰতিপত্তি আদি যিবোৰ কথাক বেছিভাগ মানুহে খুব মূল্য দিয়ে সেই সকলোবোৰ কথাই তেওঁৰ চকুত সমূলি মূল্যহীন। তেওঁ ভালপোৱা বস্তুবোৰ আছিল সৰল আৰু নিমজ গদ্য, বিভিন্ন বিষয়ৰ কৌতূহল নিবৃত্ত কৰিব পৰা সুখ-পাঠ্য কিতাপ, মনে মিলা বন্ধুৰ লগত সামান্য উত্তেজক পানীয়-সহকাৰে ৰসাল আড্ডা আৰু ভ্ৰমণ।

ওপৰত উল্লেখ কৰা মদ . আড্ডাটোত মই মাত্ৰ তিনিমাহমানহে উপস্থিত আছিলো। এসময়ত মদৰ আড্ডাই মোক আমুৱাবলৈ ধৰিলে। ইতিমধ্যে মোৰ বাসস্থানো সলনি হ'ল। দিল্লী আৰু কলিকতাৰ ছেকেণ্ড-হেণ্ড কিতাপৰ দোকানবোৰৰ দ্বাৰা মই ইমান উপকৃত হৈছিলো যে গুৱাহাটীত তেনে এখন দোকান দিয়াৰ ইচ্ছা মই বহুদিন ধৰি মনে মনে পুঁহি ৰাখিছিলো। হঠাৎ এবাৰ কিছুদিনৰ কাৰণে নিবনুৱা হোৱাৰ সুযোগ লৈ মই পানবজাৰত তেনে এখন দোকান আৰম্ভ কৰিলো। তেতিয়া মদৰ আড্ডাৰ পৰিবৰ্তে প্ৰফুল্লদত্ত গোস্বামী সদায় মোৰ ওচৰলৈ আহিবলৈ ধৰিলে। বিশ্ববিদ্যালয়ৰ কাম শেষ কৰি বাহিৰে বাহিৰে তেওঁ মোৰ দোকানলৈ আহে আৰু সাঁজ ভগাৰ সময়লৈকে তেওঁ মোৰ লগত কথা পাতে। মোৰ বুজিবলৈ বাকী নৰ'ল যে তেওঁ মোৰ লগত কথা পাতি খুব ভাল পাইছিল। আমি যে সদায় কেৱল কিতাপৰ কথা বা গুৰু-গম্ভীৰ জ্ঞান-বিজ্ঞানৰ কথা পাতিছিলো এনে নহয়। বহুতো গণ্য-মান্য অসমীয়া পণ্ডিত তথা ভদ্ৰলোকৰ জীৱনৰ অদৃশ্য অন্ধকাৰ দিশটোৰ কাহিনী মাজে মাজে তেওঁ মোক কৈ শুনাইছিল। তেওঁ বোলে বহুতবাৰ

ডাঃ বাণীকান্ত কাকতিৰ সান্ধ্য-ভ্ৰমণৰ লগৰীয়া হৈছিল আৰু ডাঃ কাকতিয়ে তেওঁক কোৱা কেবাটাও কথা প্ৰফুল্লদত্ত গোস্বামীয়ে মোক কৈ শুনাইছিল। সেইবোৰৰ ভিতৰত এটা কথা বিশেষভাৱে উল্লেখযোগ্য বুলি মোৰ মনত ধাৰণা হৈছিল। ডাঃ কাকতিয়ে বোলে প্ৰফুল্লদত্ত গোস্বামীক কৈছিল — 'তুমি পঢ়া কিতাপবোৰৰ নাম মানুহৰ আগত কৈ নুফুৰিবা। তেতিয়াহে তুমি জ্ঞানৰ প্ৰতিযোগিতাত আনতকৈ আগুৱাই থাকিব পাৰিবা।'

আমাৰ সম্পৰ্কৰ এইখিনি সময়ৰ ভিতৰতে মই প্ৰফুল্লদত্ত গোস্বামীক খাটি খাটি তেওঁৰ হতুৱাই দুখন কিতাপ লিখোৱাইছিলো। তাৰে এখন আছিল পূৰ্ণচন্দ্ৰ ভড়ালীৰ চমু জীৱনী —'এটি জীয়া কাহিনী'। আনখন আছিল প্ৰফুল্লদত্ত গোস্বামীৰ আত্মজীৱনী। প্ৰথমখন কিতাপ মই নিজে প্ৰকাশ কৰিছিলো। দ্বিতীয়খন প্ৰকাশ কৰিবলৈ পোৱাৰ আগতেই মই পুনৰ বাতৰি কাকতৰ চাকৰি পাই কিতাপৰ ব্যৱসায় এৰিব লগা হ'ল।

প্ৰফুল্লদত্ত গোস্বামীৰ লগত বেছিভাগ কথাতেই মোৰ ৰুচি আৰু আদৰ্শৰ মিল আছিল। খুব বেছি ভাবালুতা আৰু আবেগ-বিহ্বলতা তেওঁ বেয়া পাইছিল; সেইটো ময়ো বেয়া পাওঁ। উদাহৰণস্বৰূপে লক্ষ্মীনাথ বেজবৰুৱাৰ বিষয়ে প্ৰফুল্লদত্ত গোস্বামী আৰু মই লিখা ৰচনা কোনোবাই মিলাই পঢ়ি চাব পাৰে। জ্যোতিপ্ৰসাদ আগৰৱালাৰ ক্ষেত্ৰতো আন বহুত লেখকৰ তুলনাত আমাৰ দুজনৰ দৃষ্টিভঙ্গী ভাবালুতাৰ পৰা বহু পৰিমাণে মুক্ত বুলি মই অনুভৱ কৰো। সাধাৰণভাৱে জীৱনৰ প্ৰতি প্ৰফুল্লদত্ত গোস্বামীৰ যিটো উদাস, নিৰাবেগ আৰু প্ৰচ্ছন্ন কৌতুকমিশ্ৰিত দৃষ্টিভংগী আছিল সেইটো মোৰ খুব পছন্দ হৈছিল। তেওঁৰ নিচিনাকৈয়ে ময়ো সমাজৰ ঠেলা-হেঁচা আৰু কোলাহল ভাল নাপাওঁ, আৰু সমাজৰ দায়িত্ব কান্ধ পাতি লবলৈ মনৰ ভিতৰৰ পৰা একো তাড়না অনুভৱ নকৰো। অৱশ্যে এটা ক্ষেত্ৰত প্ৰফুল্লদত্ত গোস্বামী মোতকৈ বেছি ভাগ্যৱান আছিল। জীৱিকাৰ প্ৰয়োজনত মই সাংবাদিক হ'ব লগা হোৱাৰ কাৰণে

মই প্ৰায়েই বিতৰ্কৰ কেন্দ্ৰ -বিন্দুত থাকিব লগা হয় আৰু মানুহৰ গালি-শপনি সহিব লগা হয়। এই দুভাগ্যৰ পৰা তেওঁ মুক্ত আছিল।

মই জীৱনত খুব বেছি মানুহ লগ পোৱা নাই বা লগ পোৱা সকলকো খুব ঘনিষ্ঠভাৱে জানিবলৈ সুযোগ পোৱা নাই। এটা ডাঙৰ ব্যতিক্ৰম আছিল প্ৰফুল্লদত্ত গোস্বামী। তেওঁ আছিল এনে এজন বিৰল মানুহ —যাক একে সময়তে ভাল পাব পাৰি, শ্ৰদ্ধা কৰিব পাৰি, প্ৰশংসা কৰিব পাৰি। এমাৰ্ছনে যি ধৰণৰ নন-কনফৰ্মিষ্ট মানুহৰ কথা কৈছিল তেনে এজন মানুহ আছিল প্ৰফুল্লদত্ত গোস্বামী। তেওঁৰ নিচিনা দ্বিতীয় এজন অসমীয়া মানুহ মই এতিয়ালৈকে লগ পোৱা নাই।

থিক এইবোৰ কাৰণতে প্ৰফুল্লদত্ত গোস্বামীৰ হতুৱাই এখন আত্ম-জীৱনী লেখাবলৈ মই খুব আগ্ৰহ অনুভৱ কৰিছিলোঁ — কাৰণ মই আন্তৰিকভাবে বিশ্বাস কৰিছিলো যে তেওঁৰ আত্ম-জীৱনী অসমীয়া সাহিত্যৰ এটা ডাঙৰ সম্পদ ৰূপে পৰিগণিত হব। প্ৰচাৰ-বিমুখ আৰু উচ্চাকাংক্ষা-ৰহিত মানুহজনে অনেক থেৰো-গেৰো কৰি অৱশেষত আত্ম-জীৱনীখন লিখি উলিয়ালে। কিন্তু দূৰ্ভাগ্যৰ কথা যে তেওঁৰ জীৱনকালত কিতাপখন প্ৰকাশ হৈ নোলাল। ডঃ গোস্বামীৰ আন্তৰিক ইচ্ছাৰ অভাবো তাৰ এটা প্ৰধান কাৰণ। তেওঁৰ মৃত্যুৰ পিছত ‘অসম বাণীত’লেখা এটা প্ৰবন্ধত মই এই আশা ব্যক্ত কৰিছিলোঁ যে তেওঁৰ পুত্ৰ-কন্যাসকলে কিতাপখন প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিলে ভাল হয়। মোৰ সেই আশাও অবশেষত পূৰ্ণ হৈছে। লোক-সংস্কৃতিৰ বিশিষ্ট গবেষক-পণ্ডিতজনে জীৱনী ৰচনাৰ ক্ষেত্ৰতো অসামান্য প্ৰতিভাৰ পৰিচয় দিছিল। সেই একে ধৰণৰ প্ৰতিভাৰ পৰিচয় ফুটি উঠিছে তেওঁৰ আত্ম-জীৱনীখনতো।

**হোমেন বৰগোহাঞি**

# ডক্টৰ প্ৰফুল্লদত্ত গোস্বামীৰ চমু পৰিচয়

১৯১৯ চনৰ ১৮ মাৰ্চত দক্ষিণ কামৰূপৰ নহিৰা মহাপুৰুষীয়া সত্ৰত ডঃ প্ৰফুল্লদত্ত গোস্বামীৰ জন্ম। তেওঁৰ পিতৃ 'ৰেণু'ৰ কবি আৰু 'অৰ্ঘ'ৰ যুটীয়া সম্পাদক সিংহদত্ত দেৱ অধিকাৰী আৰু মাতৃ হ'ল সুভদ্ৰা গোস্বামী। ডঃ গোস্বামীৰ ৬ বছৰ বয়সতে তেওঁৰ পিতৃৰ ১৯২৫ চনৰ ২ মাৰ্চত ৩৬ বছৰ বয়সত মৃত্যু হয়।

তেওঁ উজান বজাৰৰ জেঠাক সহদেৱ গোস্বামীৰ ছাত্ৰবৃত্তি স্কুলত খ আৰু দ্বিতীয় শ্ৰেণীত দুবছৰ পঢ়ি উজান বজাৰৰ মাণিকচন্দ্ৰ মধ্য ইংৰাজী স্কুলৰ তৃতীয় শ্ৰেণীত নাম লিখে। ইয়াত দুবছৰ পঢ়ি তেওঁ তেজপুৰলৈ যায়। তাত ডেৰবছৰ থাকি পুনৰ গুৱাহাটীৰ কলেজিয়েট স্কুলত ভৰ্ত্তি হয়। তেতিয়া তেওঁ ষষ্ঠমান শ্ৰেণীৰ ছাত্ৰ। কলেজিয়েট স্কুলৰ পৰাই তেওঁ প্ৰথম বিভাগত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ছাত্ৰকালৰ প্ৰথমস্তৰৰ কথা সুধিলে তেওঁ এইদৰে কৈছিল, "ইতিমধ্যে" মোৰ অধ্যয়নত ৰাপ বাঢ়িছে। অসমীয়া আৰু ইংৰাজী কিতাপ পালেই পঢ়োঁ। এই সময়ত মাজে মাজে দুই এটা পদ্য নাইবা দুই এটা গল্প ৰচনাৰো কচৰৎ নকৰা নহয়; কিন্তু সাহিত্যৰ প্ৰতি মোক যে কোনোবাই প্ৰেৰণা যোগাইছিল এনে নহয়। পিতা কবি আছিল, কিন্তু তেওঁৰ পৰাও পোনপটীয়াকৈ প্ৰেৰণা পোৱা বুলি কব নোৱাৰোঁ কাৰণ তেওঁৰ লগত মোৰ সংযোগেই হেৰাল। হয়তো মোৰ তেজতে বংশগত ভাবে সাহিত্য আৰু কলাৰ প্ৰতি ৰাপ বৈ আছিল।"

কটন কলেজত আই,এ পঢ়ি থকা সময়তে ৰঘুনাথ চৌধাৰীৰ লগত তেওঁৰ চিনাকি হয়। চৌধাৰীৰ মুখৰ পৰা তেওঁ পিতৃ সিংহদত্ত দেৱ অধিকাৰীৰ বিষয়ে কিছু কথা জানিব পাৰিছিল। কটন কলেজৰ পৰা ইংৰাজীত অনাৰ্চ লৈ বি,এ পাচ কৰি তেওঁ ছিলঙৰ লাবান

হাইস্কুলৰ শিক্ষক হিচাপে যোগ দিছিল। তেতিয়া ১৯৪১ চন। স্কুলত কেইমাহমান কাম কৰাৰ পাচত সম্পৰ্কীয় মোমায়েক এজনৰ পৰামৰ্শমতে পৰীক্ষা দি তেওঁ চেক্ৰেটৰিয়েটত চাকৰি পাইছিল। এই চাকৰি পোৱাৰ পিচতো তেওঁৰ মানসিক দ্বন্দ শেষ হোৱা নাছিল। সেয়ে তেওঁ এই চাকৰিত ধৰি নাথাকি কলিকতাত (১৯৪৩-৪৪) ইংৰাজীত এম,এ পঢ়িবলৈ যায়। তেওঁ ১৯৪৪ চনৰ আগষ্ট মাহত ইংৰাজীত এম,এ দিয়ে। গোস্বামীয়ে পৰীক্ষাৰ দুখন পেইপাৰৰ কাৰণে এখন গৱেষণা পত্ৰ দাখিল কৰিছিল আৰু তাৰ বাবে সোণৰ পদক এটা লাভ কৰিছিল।

তেওঁৰ এম,এ পৰীক্ষাৰ খবৰও লোৱাৰ আগতে ১৯৪৪ চনৰ ২৫ নবেম্বৰত জগন্নাথ বৰুৱা কলেজত যোগ দিয়ে। এই কলেজত পাঁচ মাহ কাম কৰি জুলাই মাহত তেওঁ কটন কলেজলৈ আহে। কটন কলেজত তিনিবছৰ ছমাহ (১৯৪৪-৪৮) কাম কৰি ১৯৪৮ চনৰ ১৫ নবেম্বৰত গুৱাহাটী বিশ্ববিদ্যালয়লৈ যায়। প্ৰথমে তেওঁ বি টি আৰু কমাৰ্চৰ ইংৰাজীৰ লেকচাৰাৰ হিচাপে সোমাইছিল। ১৯৫৯ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত ইংলিচ লেঙ্গুৱেজ টিচিঙ বিভাগৰ আৰম্ভণি হয় আৰু তেখেতে এই বিভাগত ৰীডাৰ আৰু বিভাগীয় প্ৰধান হিচাপে যোগ দিয়ে।

১৯৫৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে ফোকলোৰ আৰু জনজাতীয় কৃষ্টি সম্পৰ্কে অস্থায়ী আঁচনি এটা স্থাপন কৰে। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই প্ৰথমে ইয়াৰ কাম চলায়। ডঃ বৰুৱাৰ ১৯৬৪ চনত মৃত্যু হোৱাত ডঃ গোস্বামীয়ে ইয়াৰ দায়িত্ব লয়। ১৯৭২ চনত লোক-সংস্কৃতিৰ স্থায়ী বিভাগ এটা সৃষ্টি হোৱাত ডঃ গোস্বামীক তাৰ প্ৰফেচাৰ পতা হয়। এই বিষয়ত 'প্ৰফেচাৰ' বাব পোৱা ভাৰতৰ তেখেতেই প্ৰথম অধ্যাপক। উক্ত বিভাগত কাম কৰি থাকি ১৯৮১ চনৰ ২৮ ফেব্ৰুৱাৰীত তেওঁ অবসৰ গ্ৰহণ কৰে।

১৯৫৩ চনৰ জুলাই মাহত ডঃ গোস্বামীয়ে তেওঁৰ গৱেষণা গ্ৰন্থ " Studies in the Folklore of Assam" গুৱাহাটী বিশ্ববিদ্যালয়ত

দাখিল কৰে। এই বিশ্ববিদ্যালয়ত দাখিল কৰা গবেষণা গ্ৰন্থ এইখনেই প্ৰথম। এই গ্ৰন্থখন "Ballads and Tales of Assam" নামেৰে ১৯৬০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে ছপা কৰি উলিয়ায়। ডঃ প্ৰফুল্লদত্ত গোস্বামী, ডঃ মহেশ্বৰ নেওগ আৰু ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ থিচিচৰ খবৰ ১৯৫৫ চনত একে লগে ওলায়। ডঃ গোস্বামীৰ গৱেষণাৰ গাইড আছিল ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা।

ডক্টৰ গোস্বামী এচাম একাডেমীৰ প্ৰথম সচিব আছিল আৰু 'এচাম কোৱাৰ্টাৰ্লি' খন তেওঁ তিনিবছৰ সম্পাদনা কৰিছিল। বিশ্ববিদ্যালয়ত সোমোৱাৰ পাচত Journal of the University of Gauhati' ৰ সম্পাদনাৰ ভাৰ তেওঁৰ ওপৰতে পৰে। তেওঁ কলা আৰু বিজ্ঞান বিভাগৰ পৰা প্ৰবন্ধ সংগ্ৰহ কৰি জাৰ্নেলখন প্ৰত্যেক বছৰে নিয়মীয়াকৈ ছপাই উলিয়াব পাৰিছিল। তেওঁ আঠ নে নবছৰ এইখন সম্পাদনা কৰি পিচত দায়িত্বটো এৰি দিয়ে।

গোস্বামীয়ে জনকৃষ্টি বিভাগত ডক্টৰেট ডিগ্ৰী লাভ কৰিয়ো এই বিষয়ত উন্নতিৰ বাট বন্ধ দেখি বিলাতৰ পৰা শিক্ষা বিভাগত কিবা ডিপ্লোমা বা চাৰ্টিফিকেট লৈ আহিবলৈ মন মেলে। ১৯৫৮ চনৰ আদি ভাগত লণ্ডন বিশ্ববিদ্যালয়ৰ লগত লিখা লিখি কৰি তাত পঢ়াৰ ব্যৱস্থা কৰিলে। কিন্তু বিলাতলৈ গৈ তেওঁ কৃতকাৰ্য্য লাভ কৰিব নোৱাৰি ইংৰাজী ভাষাৰ ধ্বনি সম্পৰ্কে কিছু প্ৰশিক্ষণ লৈ বিলজিয়াম, পশ্চিম জাৰ্মানি, ফ্ৰান্স আদি দেশ ভ্ৰমণ কৰি ঘৰৰ ল'ৰা ঘৰলৈ ঘূৰি আহিল। বিলাতৰ পৰা ঘূৰি আহি গোস্বামীয়ে জনকৃষ্টিৰ কামত একানপতীয়াকৈ লাগে। তেওঁৰ জনকৃষ্টিৰ কিতাপে দেশ-বিদেশত সমাদৰ লাভ কৰিবলৈ ধৰিলে।

১৯৬৬ চনত আমেৰিকাৰ ইণ্ডিয়েনা ইউনিভাৰ্চিটিৰ ফোকলোৰ ইনষ্টিটিউটলৈ তেওঁ শিক্ষকতা কৰিবলৈ যায়। সেই অনুষ্ঠানৰ ডাইৰেক্টৰ ডঃ ডৰ্ছনে তেওঁক নিমন্ত্ৰন জনাইছিল। সেই সময়ত ডঃ গোস্বামীয়ে "ফোকটেইলচ অভ ইণ্ডিয়া" নামৰ কিতাপখনৰ কাম কৰি আছিল।

এই কিতাপখনৰ কাম হাতত লৈছিল ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই, কিন্তু বৰুৱাৰ অকাল বিয়োগ হোৱাত (৩০ মার্চ, ১৯৬৪) গোস্বামীয়ে সেই কাম হাতত লব লগাত পৰে।

ভাৰত চৰকাৰৰ শিক্ষা দপ্তৰৰ অনুগ্ৰহত তেওঁ চোভিয়েট ৰাচিয়া ভ্ৰমণৰ সুবিধা পাইছিল। ১৯৭১ চনৰ ২০ জুলাই তাৰিখে তেওঁ তৃতীয় বিদেশ যাত্ৰা আৰম্ভ কৰে। গছ-গছনিৰ প্ৰতি সাধাৰণতে আকৃষ্ট হোৱা গোস্বামীক বিদেশতো গছ-গছনিয়ে আকৰ্ষণ কৰিছিল।

ডঃ গোস্বামীয়ে দায়িত্ব বিচাৰি নুফুৰিছিল, কিন্তু কোনো দায়িত্ব কাষ চাপিলে তাক সুচাৰুৰূপে সম্পন্ন কৰিবলৈ যত্ন কৰিছিল। উলুবাৰীত স্থাপন হোৱা 'বাণীকান্ত শিক্ষক প্ৰশিক্ষন কলেজ' স্থাপনত তেওঁ জড়িত আছিল। ১৯৬৫ চনত এই কলেজৰ কাম আৰম্ভ হয়। কলেজখন টন ধৰি উঠাৰ লগে লগে ইয়াৰ গভৰ্ণিং বৰ্ডৰ সভাপতিৰ দায়িত্বৰ পৰা তেওঁ পদত্যাগ কৰে। এই বিষয়ে তেওঁৰ মন্তব্য হ'ল, "কোনো এটা অনুষ্ঠানৰ দহ বাৰ বছৰৰ অধিক কাল গভনিং বডিৰ মুৰব্বী হৈ থকা উচিত নহয়।

'ফোকলোৰ চোচাইটি অভ্ আসাম' অনুষ্ঠানৰ প্ৰতিষ্ঠাপক সভাপতি আছিল ডঃ প্ৰফুল্লদত্ত গোস্বামী। এই অনুষ্ঠানৰ জন্ম হয় ১৯৬৮ চনত। ডঃ গোস্বামী অসম সাহিত্য সভাৰ লগত জড়িত নাছিল; কিন্তু এসময়ত গুৱাহাটী আলোচনা চক্ৰৰ লগত বেছ সক্ৰিয়ভাৱেই জড়িত আছিল। এই চক্ৰ এনে অনুষ্ঠান যিখন অসম সাহিত্য সভাৰ কোনো স্বীকৃত সভা বা শাখা সভা নহয়। এই আলোচনা চক্ৰৰ প্ৰথম জন্ম হয় ১৯৫৫ চনৰ ২৭ ফেব্ৰুৱাৰীত (দেওবাৰ) নৱগিৰি, চান্দমাৰীত শ্ৰীঅতুল চন্দ্ৰ বৰুৱাৰ বাসভৱনত।

ডঃ গোস্বামীয়ে আটাইৰে জনপ্ৰিয় হবলৈ নিবিচাৰিছিল। সকলোৰে জনপ্ৰিয় হবলৈ চেষ্টা কৰাত সাৰ্থকতা আছে বুলিও তেওঁ নাভাবিছিল। ব্যক্তিগত জীৱন, সাহিত্যিক জীৱন, সামাজিক জীৱন এই কোনোটোতে তেওঁ প্ৰচাৰমুখী নাছিল। স্থান কাল পাত্ৰ চাই তেওঁ

মেল মাৰি সোৱাদ যে নাপাইছিল এনে নহয়। কিতাপ-পত্ৰ পঢ়া আৰু বিবিধ ধৰণৰ খবৰ ৰখা মানুহৰ লগত কথা পাতি তেওঁ সোৱাদ পাইছিল। তেওঁৰ মতে, "কেতবিলাক মানুহৰ সঙ্গ তৃপ্তিদায়ক, শান্তিদায়ক আৰু কেতবিলাকৰ সঙ্গত বিছাই ডকা দিয়ে।" বহুবক্কী মানুহৰ সঙ্গ তেওঁ সহ্য কৰিবলৈ টান পাইছিল।

'আনন্দৰাম বৰুৱা ভাষা কলা সংস্কৃতি সংস্থা'ৰ পৰিচালনা পৰিষদৰ উপ সভাপতি আৰু কাৰ্য্যনিৰ্বাহক সমিতিৰ সভাপতি হিচাপে ১৯৯০ চনৰ ১৯ মে'ৰ পৰা তেওঁ কাৰ্য্যভাৰ গ্ৰহণ কৰি ইয়াৰ কাম সুচাৰুৰূপে চলাই গৈছিল। ১৯৯৩ চনত গুৱাহাটী বিশ্ববিদ্যালয়ে তেওঁক প্ৰফেচাৰ এমেৰিটাচ সন্মান প্ৰদান কৰে।

ডক্টৰ গোস্বামীৰ দৈনিক জীৱন আৰু তেওঁৰ পত্নী নিৰু গোস্বামীৰ দৈনিক জীৱনৰ মাজত ব্যৱধান আছিল। স্বামী আছিল অধ্যয়নত ব্যস্ত আৰু তেওঁৰ পত্নী আছিল ৰন্ধাবঢ়া, অতিথি আপ্যায়ন নাইবা একাধিক সামাজিক কামত ব্যস্ত। তাৰ মাজতো তেখেতে আহৰি উলিয়াই লিখা পঢ়া কৰিছিল। আলোচনী বাতৰি কাকত আদিত তেওঁৰ গল্প আৰু কবিতা প্ৰকাশ পাইছিল। তেওঁ শিশুৰ উপযোগী এখন কবিতাৰ পুথি অপ্ৰকাশিত অৱস্থাত এৰি থৈ গৈছে। নিৰু গোস্বামীয়ে ১৯৮৮ চনৰ ৩১ আগষ্টত ইণ্ডিয়ান কাউঞ্চিল অব চচিয়েল ওৱেলফেয়াৰ সন্থাৰ অসম শাখাৰ প্ৰতিনিধি হিচাবে আৰু এগৰাকী সহকৰ্মীৰ লগত মালয়েচিয়া ভ্ৰমণ কৰে। এওঁলোক সমাজসেৱা সম্পৰ্কৰ আন্তৰ্জাতিক সভা এখনত যোগ দিবলৈ গৈছিল। ১৯৯৭ চনৰ ২ ফেব্ৰুৱাৰীত ৬৯ বছৰ বয়সত তেওঁৰ মৃত্যু হয়।

ডঃ গোস্বামীৰ তিনি পুত্ৰ (জিষ্ণুদত্ত, ভাস্কৰদত্ত, বিশাখদত্ত) আৰু তিনি কন্যা (মালবিকা, চন্দনা, মৃণালী)।

১৯৯৪ চনৰ ১৯ নৱেম্বৰ শনিবাৰে চেনীকুঠীৰ নিজ বাসভৱন 'কান্তা'ত তেওঁৰ মৃত্যু হয়।

**ডঃ ভৃগুমোহন গোস্বামী**

# লিখকৰ দুআষাৰ

ঐইখন কিতাপ ৰচনা কৰা হৈছিল ১৯৭৬ - ৭৭ কালছোৱাত আৰু ৰচনাৰ গুৰিত আছিল দুগৰাকী মানুহৰ উদগনি। এওঁলোকৰ এগৰাকী হ'ল মোৰ সৰু ছোৱালী চম্পা আৰু আন গৰাকী শ্ৰীহোমেন বৰগোহাঞি। কিতাপখন লিখি উলিয়াই গুণা গঁঠা কৰা হ'ল ঐইখন প্ৰেছলৈ পঠিওৱা যুগুত নে অযুগুত। শেহত যেনিবা বীণা লাইব্ৰেৰীয়ে প্ৰকাশ কৰিবলৈ আগ্ৰহ দেখুওৱাত নতুন ভঙ্গীত লিখা কিতাপখন ৰাইজলৈ বুলি আগবঢ়ালোঁ।

১৯৮৩ শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী

# পাতনি

*এই কিতাপখন আৰম্ভ কৰিছিলোঁ ধেমালিৰ ছলত, কিন্তু কামটোত উদগনি যোগাইছিল মোৰ ছোৱালী চম্পা আৰু ঔপন্যাসিক হোমেন বৰগোহাঞিয়ে। ছোৱালীজনীয়ে কষ্ট কৰি পাণ্ডুলিপিখন কপি কৰি দিছে আৰু ঠাইলৈ মোৰ কলমৰো লাগাম ধৰিছে। বৰগোহাঞিয়ে দুই/এটি পৰামৰ্শ দিছে। আন কথা কবলৈ একো নাই, হয়তো কব পাৰি উৎপৎস্যতে মে কোঽপি সমানধৰ্মা! অৱশ্যে ভবভূতিৰ ভবিষ্যতত যি ভৰসা তাৰ ওলোটা যুক্তি দিছে দ্বিতীয় শতিকাৰ জ্ঞানী ৰোমান সম্ৰাট মাৰ্কাছ অৰেলিয়াছে ঃ "উঠা তোমাৰ আয়ত্তত যিকণ সময় আছে সেইখিনি ব্যৱহাৰ কৰা! ভবিষ্যতৰ খ্যাতিৰ কাৰণেই যাৰ ধাউতি তেওঁ পাহৰি যায় যে যিসকলক তেওঁ বৰ্ত্তমান সময়ত পচন্দ নকৰে আৰু যিসকলক কালে পাহৰি পেলাব, ভাৱীকালও তেনেধৰণৰ মানুহ লৈয়ে গঠিত হব।"*

*কিতাপখন আৰম্ভ হৈছিল ১৯৭৬ চনৰ ১ ডিচেম্বৰত, শেষ হ'ল ১৯৭৭ চনৰ আক্টোবৰৰ ২০ তাৰিখে। ফোটোখন * লৈছিল মোৰ সাংবাদিক বন্ধু শ্ৰীনীলকমল দত্তই।*

২২/১০/৭৭ শ্ৰীপ্ৰফুল্লদত্ত গোস্বামী

---

* কোনখন ফোটোৰ কথা উল্লেখ কৰিছে জানিব পৰা নগ'ল।

১

আত্মজীৱনী? মোৰ সৰু ছোৱালীজনীয়ে কয় মই বোলে আত্মজীৱনী লিখিব লাগে। বাহিৰৰ ঘটনাৱলী - অমুক চনত মোৰ জন্ম, অমুক মোৰ পিতৃ, অমুক চহৰত মই শিক্ষা লভিছিলোঁ, ইত্যাদি - আৰু মনৰ ভিতৰত চলা ভাব-চিন্তা এই দুটা দেখোন সুকীয়া সুকীয়া বস্তু। ভাব-চিন্তাৰ ৰিজনিত বাহিৰৰ ঘটনাৰ মূল্য কিমান? আনহাতে, নিজৰ ভাব-চিন্তাৰ সাৰ্থকতা নিজৰ কাৰণেই, বিশেষকৈ অনুভূতিশীল লোকৰ ক্ষেত্ৰত। তত্ৰ কা কস্য পৰিদেবনা? ৰোমা ৰোলাই 'ঝাঁ ক্ৰিস্টোফ' উপন্যাসত মন্তব্য কৰিছে: "মানুহ এজনক যে আটায়ে বুজি পাব লাগে তাৰ কোনো যুক্তি নাই; কেতবিলাক মনৰ মূল্য একো একোটা জাতিৰ সমান।"

নিজৰ বিষয়ে কি লিখিম? দিনবিলাক পাৰ হৈ গ'ল। অভিজ্ঞতাৰ লগত জড়িত অনুভূতিও শুকাল। মনলৈ আহে জাপানী হোক্কু এটি:

মন্থৰ গতিৰ দিনবিলাক

গোট খালে, গোট খাই —

হায় পাৰ হ'ল দূৰলৈ, বহুদূৰ!

২

ডায়েৰি বা আত্মজীৱনী কেতবিলাক লোকে লিখে নিজৰ মনৰ আউল-বাউল ভাবত থিত লগাবলৈ, কেতবিলাকে নিজক জুখি চাবৰ অৰ্থে আৰু কেতবিলাকে বেদনা বা দুশ্চিন্তাৰ ভাব পাতলাবৰ কাৰণে। (যি সকলে নিজৰ কাৰ্য্যকাৰিতা সম্পৰ্কে উচ্চ ভাব পোষণ কৰি নিজৰ সামাজিক নাইবা ৰাজনৈতিক কাৰ্য্যাৱলী নথিবদ্ধ কৰিব খোজে সেই সকলৰ কথা সুকীয়া।)

নিজৰ বেদনা নাইবা দুশ্চিন্তাৰ আভাস দি যি লিখে, সেই লিখা কেতিয়াবা আনৰ কাৰণেও বেদনাদায়ক হব পাৰে। প্ৰথম কথা, আত্মজীৱনীমূলক ৰচনা প্ৰকাশৰ কাৰণে লিখা নহব পাৰে, যদিহে প্ৰকাশ নহয় ভালৰ কথা। দুৰ্ভাগ্য-

বশতঃ বহুত সময়ত লিখকৰ মৃত্যুৰ পিচত তেনে ৰচনা প্ৰকাশ হয় আৰু সি চমঝদাৰ অচমঝদাৰ সকলো পাঠকৰ হাতত পৰে। এটি চানেকি দিবলৈ হ'লে, ৰুছ নাট্যকাৰ চেহ্‌সোফৰ টোকাৰ পৰা অলপমান তুলি দিব পাৰি ঃ "দিনৰ ভাগত হাইস্কুলত পঢ়া ছোৱালীৰ দুশ্চৰিত্ৰ সম্পৰ্কে মেল, গধূলি চৌপাশে দেখিবলৈ পোৱা বস্তুবিলাকৰ অৱক্ষয়ৰ ওপৰত বক্তৃতা, আৰু ৰাতি, এই সকলোবিলাকৰ পিচত, মন যায় যেন গুলি কৰি আপোনঘাতীহে হম।"

লিখকে মনৰ ভাব-চিন্তা এইদৰে লিখি থয়, কিন্তু সেই সকলোবোৰ আনে পোৱা যুগুতনে?

৩

নিজৰ জীৱন সম্পৰ্কে বহুতে বহুত ধৰণৰ মন্তব্য কৰিছে। স্পেইন দেশীয় চিত্ৰকাৰ চালভাডৰ ডালিয়ে কৈছিল ঃ "নিজৰ জীৱন শেষ হোৱাৰ পিচত, জীৱনকালৰ শেহত, বুঢ়াকালতহে, জীৱনস্মৃতি ৰচনা কৰাটো মানুহৰ আচাৰ। কিন্তু মোক সকলো কাম আনতকৈ বেলেগ ধৰণে কৰা, আনে যি কৰে তাৰ ওলোটাটো কৰা বদভ্যাসৰ কাৰণে থিৰ কৰিলোঁ যে মই জীৱনস্মৃতিৰেই আৰম্ভ কৰি পিচত জীলেহে (অৰ্থাৎ জীয়াই থকাৰ চিন দেখুৱালেহে) বুদ্ধিৰ পৰিচয় দিয়া হ্ব।"

আমেৰিকাৰ দাৰ্শনিক থৰোৱে কৈছিল ঃ "আন কাৰোবাক ইমান ভালকৈ জনাহেতেন মই নিজৰ বিষয়ে ইমান নকলোঁহেতেন।"

ইংৰাজ লিখিকা এথিল মেনিনে মন্তব্য কৰিছিল জোৰকৈয়ে ঃ "মোৰ আস্থা আছে জীৱনত — গঢ়হীন, বিশৃঙ্খল, কোবাল আৰু ইয়াত অৰ্থ নাইবা উদ্দেশ্য বিচাৰিবৰ একো যুক্তি নেদেখোঁ। মাথোন বৰ্ত্তি থাকিবলৈ, আৰু সেইয়ে চেতনাৰ শেষ সীমালৈ — এইখিনিয়ে মোৰ কাৰণে যথেষ্ট যেন লাগে।"

৪

গ্ৰীক শাসনকৰ্তা থেমিষ্টোক্লিজে মানুহ এজনক কৈছিল ঃ "এনে এটি বুধি উলিওৱা যাৰ সহায়ত মানুহে মনত ৰখাতকৈ পাহৰিবহে পাৰে।" মানুহজনে লৈ গৈছিল কথা মনত ৰাখিব পৰা বুধি। কেতবিলাক লোকে অতিকৈ পাহৰে, অৰ্থাৎ যেতিয়া যি কয় বা কৰে কোনো এক ক্ষণতহে কয় বা কৰে, অলপ পিচতে তাৰ লগত মনৰ সংযোগ নোহোৱা হয়। এনে লোকৰ মনৰ বোজা

তেনেই পাতল। এওঁলোকে আনক অসুবিধা দিব পাৰে, কিন্তু নিজৰ মনৰ ফালৰ পৰা সুখীনে কি! এটি চানেকি দিওঁ। ধৰি ল'ক মোৰ পৰিবাৰে পায়খানাটো মেৰামত কৰাৰ কথা কৈ আছে। মেৰামত কৰা হ'ল। মোৰ ল'ৰা এটিকো এক্সকাৰছন বা ভ্ৰমণৰ কাৰণে টকা দিবলগীয়া হ'ল, কোনোবা এটিৰ হয়তো কাপোৰ-কানি। মুঠৰ ওপৰত দৰমহাৰ সৰহখিনি টকা উৰিল। এতিয়া মাহটোৰ বাকীদিন আপুনি হিচাব কৰি টানি-টুনি চলিব লাগে। এই কথা আপুনি বুজে। কিন্তু দুদিন নৌ যাওঁতেই শ্ৰীমতী হাজিৰ কোনোবাই বিয়াৰ কাৰণে পাটৰ কাপোৰ এজোৰ বোৱাইছিল, এতিয়া নলগা হ'ল, আমাক বেচিব খোজে, দামও সৰহ নহয়, মাত্ৰ ৩৯০ টকা। জীয়ৰী ওলালহি — ষ্টোৰত ভাল জাপানী শাৰী আহিছে, সস্তা, মাথোন ৮০ টকা, দুই এদিনতে কিনিব নোৱাৰিলে এনে সুযোগ আৰু পোৱা নাযাব।..... এতিয়া চক আপোনাৰ স্মৃতিশক্তি ভাল, মাহটোৰ গুৰিতে এসোপা টকা খৰচ কৰি আপুনি গুণাগঁথা কৰিছে মাহটো কেনেকৈ পাৰ হয়। ইফালে স্মৃতিশক্তিৰ বোজা নকঢ়িওৱাসকলে অকনো বিবেকৰ তাড়না অনুভব নকৰাকৈ আপোনাক ধৰিছেহি অমুক লাগে তমুক লাগে। কেতবিলাক চৰকাৰী বিষয়াৰ কাৰণে এনে সমস্যা সমস্যাই নহয়, কিন্তু মাষ্টৰ অধ্যাপকৰ ক্ষেত্ৰত এনে সমস্যাৰ সমাধান ক'ত? অনুভূতিশীল আৰু চিন্তাশীল লোকক এনে সমস্যাবিলাকে যথেষ্ট মানসিক কষ্ট দিয়ে — অকল ধনৰ অভাবৰ কাৰণেই নহয় ; ধনৰ যোগান ধৰাজনৰ সামৰ্থ্যৰ যে এটি সীমা আছে সেই সীমা ক'ত বুজিবলৈ চেষ্টা নকৰা কাৰণেও।

ঘৰুৱা জীৱনৰ এনে অভিজ্ঞতাই মনত পেলায় কবি শঙ্কৰাচাৰ্য্যৰ মোহ মুদ্‌গৰৰ শ্লোক এফাকি ঃ

যাবত্ বিত্তোপাৰ্জনসক্তস্তাবন্নিজপৰিবাৰো ৰক্তঃ।

পশ্চাজ্জীৱতি জৰ্জৰদেহে বাৰ্তা কোঽপি ন পৃচ্ছতি গেহে।।

— যেতিয়ালৈকে ধন উপাৰ্জন কৰি স্ত্ৰী-পৰিজনৰ মন তুষিবলৈ সমৰ্থ তেতিয়ালৈকে ডাঙৰীয়াই অলপ আদৰ-যত্ন পায়, তাৰ পিচত আলৰ হৈ ঘৰত বহিলে কোনে তেওঁক মাতষাৰ দিয়ে? ভৰ্তৃহৰিৰ ভাষাত; সৰ্বে গুণাঃ কাঞ্চনম্ আশ্ৰয়ন্তি।

৫

ৰবীন্দ্ৰ সঙ্গীতৰ ভেটি ঘাইকৈ ৰাগ। বাউল গীতেও এই সঙ্গীতৰ ভাব আৰু সুৰত প্ৰভাব পেলাইছে। ৰবীন্দ্ৰনাথৰ গানৰ বিশেষত্ব, সুৰৰ কথা নধৰিলে, ৰচনাত এটি বিশেষ অনুভূতি বা মুডৰ প্ৰকাশ আৰু মুডৰ উপযোগী ছবি নাইবা মানসচিত্ৰ। অনুভূতি, ছবি আৰু সুৰৰ অপূৰ্ব সমন্বয় ৰবীন্দ্ৰ সঙ্গীতৰ লক্ষণ। সম্ভৱ সৰহ গানতে ছবি বা মানসচিত্ৰৰ প্ৰয়োগ লক্ষ্য কৰিব পাৰি। কেইটিমান চানেকি দিওঁ ঃ

দিনগুলি মোৰ সোনাৰ খাঁচাই ৰৈল না......

ওগো সুন্দৰ, তোমাৰ মুৰতিখানি ভেঙ্গে যায় বাৰে বাৰে ..........

সেদিন দুজনে দুলেছিনু বনে ফুলদোৰে বাঁধা দোলনায় ।.....

ৰাজপুৰীতে বাজায় বাঁশী বেলা শেষেৰ গান.......

এমন দিনে তাৰে বলা যায় এমন ঘন ঘোৰ বৰষায়..........

দিনেৰ শেষে ঘুমেৰ দেশে ঘোমটা পৰা ঐ ছায়া .........

ঐ মালতী লতা দোলে, দোলে পিয়াল তৰুৰ কোলে........

ৰয় যে কাঙ্গাল শূন্যহাতে দিনেৰ শেষে........

অসমীয়া সঙ্গীত সম্পৰ্কে মন্তব্য কৰিবৰ মন নাই। অসমীয়া গান এতিয়াও আবৃত্তিৰ স্তৰতে আছে বুলি কব পাৰি।

৬

অষ্টাদশ ঊনবিংশ শতিকাৰ জাৰ্মান লিখক গেটে আৰু ঊনবিংশ-বিংশ শতিকাৰ বঙালী লিখক ৰবীন্দ্ৰনাথ দুয়োৰে জীৱনকাল দীঘলীয়া, প্ৰতিভা বহুমুখী আৰু উপলব্ধি গভীৰ। কবিতা, উপন্যাস, নাট্য, সমালোচনা, চিন্তামূলক ৰচনা, এটি জাগতিক দৃষ্টিভঙ্গী দুয়োজনৰে বৈশিষ্ট্য, মাথোন সঙ্গীতৰ ক্ষেত্ৰত ৰবীন্দ্ৰনাথে গেটেক চেৰ পেলাইছে। গেটেৰ কবিতা আঢ়ৈ হেজাৰৰ ওপৰত সুৰ আৰোপ কৰা হৈছে, কিন্তু ঠাকুৰৰ দৰে সঙ্গীতত তেওঁৰ দখল নাছিল ; নিজে তেওঁ সুৰ সৃষ্টি কৰিব নাজানিছিল। ব্যাপক অভিজ্ঞতা লাভ কৰা এই

দুয়োজন লোকে কাব্য আৰু জীৱন সম্বন্ধে উপলব্ধিপ্রসূত ভালেমান উক্তি কৰি গৈছে।

ৰবীন্দ্রনাথৰ আগবয়সৰ ৰচনা 'মানসী' সম্পর্কত কবিয়ে প্রবাসীত লিখিছিল ঃ "সাধাৰণতে কবিৰ চিত্তত দুটি পর্ব বা অধ্যায় থাকে। এক অধ্যায়ত তেওঁ নিজৰ জীৱনৰ গভীৰ বেদনা মুকলিকৈ কব খোজে, সেই কোৱাৰ কাৰণে তেওঁৰ মন অস্থিৰ হয়। এই তেওঁৰ বেদনা প্রকাশৰ যি আকুলতা ই তেওঁক অতিকৈ চঞ্চল কৰি তোলে। তেওঁৰ জীৱনৰ আৰু এটি দিশ আছে। সেই অধ্যায়ত তেওঁ বেদনাৰ উৎসৰ পৰা লাভ কৰা ভাব জীৱনৰ সুখ দুখৰ লগত মিহলাই প্রাণময় ৰসৰ সৃষ্টিৰ কাৰণে ব্যাকুল হৈ পৰে। এই যে সৃষ্টিৰ আবেগ ই তেওঁক এনে এটি ৰসোপলব্ধিৰ মাজলৈ লৈ যায় যি প্রকৃতপক্ষে দুখ নহয়, বেদনাও নহয়, সি হৈছে দুখ বেদনাৰ অতীত এনে এটি বস্তু যি বর্ত্তমানৰ সীমা অতিক্রম কৰে, চিৰন্তনৰ মাজত নিজৰ প্রতিষ্ঠা বিচাৰে। কবিয়ে নিজৰ কাব্যত, ৰচনাত দৈনন্দিন সুখ দুখৰ মাজত যি পায় সেইটোকে দৈনন্দিন গণ্ডীৰ পৰা পাৰ কৰি নি চিৰন্তনৰ সুৰত বান্ধি দিয়ে। এই চিৰন্তনৰ মাজত নিজৰ জীৱন আৰু অনুভূতি প্রকাশ কৰাটোৱে কবিৰ ধৰ্ম্ম।..... বেদনাৰ তীব্রতা যেতিয়ালৈকে পাহৰিব পৰা নাযায় তাৰ ভিতৰৰ কথা কব নোৱাৰি। তাৰ তীব্রতা কমি গ'লেহে তাৰ সোঁৱৰণৰ ভেটিতে কবিয়ে তেওঁৰ ৰচনা আৰম্ভ কৰে।"

কবিয়ে অভিজ্ঞতাৰ বন্ধন ছিঙে, সাময়িকক নেওচি চিৰন্তনলৈ ধিয়ায়; অভিজ্ঞতাৰ মাজত থাকিও কবি তাৰ পৰা বন্ধন মুক্ত হয়; সেই কাৰণেই কবিৰ সৃষ্টি সীমাৰ মাজত অসীম; আৰু ব্যক্তিগত হৈয়ো নৈৰ্ব্যক্তিক। ৰবীন্দ্রনাথৰ দৃষ্টিভঙ্গীয়ে মনলৈ আনে ইংৰাজ কবি আৰু সমালোচক টি. এছ. এলিয়টৰ এটি জনাজাত মন্তব্য ঃ "কবিতাৰ অর্থ আবেগসমূহক মুকলি কৰি দিয়া নহয়, ই আবেগৰ পৰা পোৱা নিস্তাৰহে; ই ব্যক্তিত্বৰ অভিব্যক্তি নহয়, ই ব্যক্তিত্বৰ পৰা পোৱা নিস্তাৰহে।"

গেটেৰ জীৱন আৰু সাহিত্য সম্পর্কীয় চিন্তা সূত্রৰ আকাৰতো পোৱা যায়। তেওঁৰ বহুতো মন্তব্য একাৰমেনে নথিবদ্ধ কৰি গৈছে। তেওঁ কৈছিল ঃ "জাতীয় সাহিত্যৰ এতিয়া সৰহ অর্থ নাই, এতিয়া বিশ্ব সাহিত্যৰ যুগ আহোঁ আহোঁ।" তেওঁ কৈছিল, "মানুহেনো নিজক কেনেকৈ চিনিব পাৰে? গুণা-

গঁথা কৰি নহয়, কামৰ জৰিয়তেহে। নিজৰ কৰ্তব্য কৰিবলৈ যত্ন কৰা, তত্তালিকে গম পাবা তোমাৰ মূল্য কিমান।" ৰবীন্দ্ৰনাথে আনহাতে কৈছিল ঃ আমাৰ মন আমাৰ স্বদেশৰ, কিন্তু আমাৰ কাল তাতকৈ বৃহৎ দেশৰ। দুয়োকে মিল কৰিব নোৱাৰিলে পিচ পৰি থাকিব লাগিব। কালক ধিক্কাৰ দি লাভ নাই, কাৰণ কালোহি বলবত্তৰঃ।"

ৰাজনৈতিক পক্ষপাতিতা গেটেৰ নাছিল। সাহিত্যৰ পৰা তেওঁ ৰাজনীতি আঁতৰাই ৰাখিবলৈহে যত্ন কৰিছিল। তেওঁ উক্তি কৰিছিল এইদৰে, "যদিও মই গোটেই জীৱন এইদৰে খাটি মৰিছোঁ, কেতবোৰ লোকৰ চকুত মোৰ শ্ৰমৰ যেন সাৰ্থকতাই নাই; তাৰ কাৰণ ৰাজনৈতিক দলৰ লগত সনা-পোটকা কৰাটোত মোৰ আওহেলা।" তেওঁ আৰু কৈছিল, "হুচিয়াৰ, ৰাজনীতিবিদে কবিসকলক গিলি পেলাব।" ৰবীন্দ্ৰনাথে অৱশ্যে ৰাজনীতি নাইবা দেশপ্ৰেম আওকাণ কৰিব পৰা নাছিল, কিয়নো ভাৰতৰ ৰাজনৈতিক আৰু আৰ্থিক পৰিবেশ আছিল সুকীয়া। ভাৰতীয় মানবতাৰ অপমান আৰু কিদৰে ইয়াৰ অৱসান হ'ব পাৰে সেই বিষয়ে ৰবীন্দ্ৰনাথে যথেষ্ট চিন্তা কৰিছিল ('ৰাজা প্ৰজা' আদি ৰচনা দ্ৰষ্টব্য)।

এইসকল চিন্তাশীল পুৰুষৰ অভিজ্ঞতাপ্ৰসূত জ্ঞানে আমাৰ নিচিনা লোকক খন্তেকৰ কাৰণে নিজৰ ব্যক্তিগত সমস্যাসমূহৰ পৰা নিষ্কৃতি দিয়ে, আমাৰ অভাব অভিযোগৰ ওপৰতো যে এখন সংসাৰ আছে তাৰ আভাস দি ব্যৰ্থতা দুশ্চিন্তাৰ মাজত আমাক টঙাই ৰাখে।

## ৭

বঙালী কবি জসীম উদ্দীনক প্ৰথম লগ পাওঁ শ্বিলঙত, ১৯৪১ চনৰ জুলাই মাহত। আপাৰ লাবানৰ মই থকা ঘৰৰ সমুখতে এজন মানুহৰ ঘৰত তেওঁ আলহী আছিলহি। সৰু নাক আৰু থোপোকা মুখেৰে ক'লাবৰণৰ মানুহজন, দেখিবলৈ আপচু বুলিবই পাৰি। সেই সময়ত মই স্কুল এটাত চাকৰি কৰোঁ, কিন্তু মোৰ মন ব্যস্ত থাকে পঢ়া-শুনাত। মই অসমীয়া কবিতাৰ ওপৰত ইংৰাজী ৰচনা এখন যুগুত কৰিছিলোঁ। তেওঁক সেইখন দেখুৱালোঁ। তেওঁ পঢ়ি তাত আৰু সৰহ কবিতা অনুবাদ কৰি দিবলৈ দিহা দিলে আৰু কলে, "মই জ্ঞান-মালিনী পঢ়িছো।" মোৰ ৰচনাত সম্ভৱ 'জ্ঞান-মালিনী'ৰ উল্লেখ নাছিল।

এই কিতাপখনৰ এসময়ত সুখ্যাতি আছিল আৰু কলিকতা বিশ্ববিদ্যালয়ত আধুনিক ভাৰতীয় ভাষাত যিসকলে এম-এ পঢ়িছিল, সেই সকলৰ যিবিলাকে অসমীয়া পেপাৰ লৈছিল তেওঁলোকৰ এইখন পাঠ্য আছিল। সেইকাৰণেই জসীম উদ্দীনৰ কিতাপখনৰ লগত পৰিচয়। এওঁ অসমীয়া নৃত্য, সঙ্গীত আদি সম্পৰ্কে জানিব খোজাত মই তেওঁক শ্ৰীজীৱেশ্বৰ গোস্বামীৰ ঘৰলৈ লৈ গৈছিলোঁ আৰু গোস্বামীয়ে নিজৰ ল'ৰা আৰু ছোৱালীৰ সহায়ত নৃত্য প্ৰদৰ্শন কৰি তেওঁক দেখুৱাইছিল। জসীম উদ্দীনৰ সঙ্গীততো জ্ঞান আছিল আৰু তেওঁ অসমীয়া তাল ৰাগ আদিৰ বৈশিষ্ট্য লক্ষ্য কৰিবলৈ যত্ন কৰিছিল।

১৯৪৩ চনত কবিক আকৌ লগ পাওঁ কলিকতাত, তেওঁ তেতিয়া চৰকাৰৰ প্ৰচাৰ বিভাগত চাকৰি কৰে। জসীম উদ্দীনৰ 'নক্সীকাথাৰ মাঠ'ৰ ইংৰাজী অনুবাদ ওলাইছে। পূৰ্ব বঙ্গৰ গাঁৱলীয়া পৰিবেশৰ আভাস দিবৰ জসীম উদ্দীনৰ যি ক্ষমতা সেই ক্ষমতা আন বঙালী কবিৰ সাধাৰণতে দেখা নাযায়। বেদনা এওঁৰ এটি সফল প্ৰেৰণা। আগবয়সত ৰচা 'বালুচৰ'ৰ পৰা চানেকি দিবলৈ হ'লে –

তবু বলি সখা কেন কাঁদি আমি, তোমাৰে দেখিয়া মোৰ
কেন বয়ে যায় শাঙনেৰ ধাৰা ভাঙিয়া নয়ন দোৰ।
আমি কাঁদি সখা, তুমি কেন হেথা মানুষ হইয়া এলে –
বিধিৰ গড়া ত' সবই পাওয়া যায়, মানুষেৰে নাহি মেলে।....
তটিনী চলেছে গাহি —
তাৰ জলে আজ সম-অধিকাৰ, কাৰো কোনো বাধা নাহি
শুধু মানুষেৰে পায় না মানুষ, নাহি কাৰো অধিকাৰ,
মানুষ সবাৰে পাইল এ-ভবে, মানুষ হ'ল না কাৰ।
— (কাল সে আসিয়াছিল)

"নক্সীকাথাৰ মাঠ"ৰ ইংৰাজী অনুবাদত কবিয়ে সাধাৰণ মানুহৰ সুখ -দুখৰ প্ৰতি সহানুভূতি দেখুৱাইছে এইদৰেঃ

The poets write of Brindaban
And tell of the play of God;
The joys and pains of kings and emperors,
But not of the men of the sod.

৮

জসীম উদ্দীনৰ কবিতা পঢ়িছিলোঁ অলপ পলমকৈ, কিন্তু আগ বয়সত কলেজত যেতিয়া বিবিধ প্ৰভাৱে মন চঞ্চল কৰি তুলিছিল তেতিয়া মনত থিৰতা দিছিল ৰবীন্দ্ৰনাথৰ কবিতাই। অসমীয়া কবিৰ ভিতৰত সম্ভৱ সূৰ্য্যকুমাৰ ভূঞাৰ 'নিৰ্মালি'য়েহে মোক আকৰ্ষণ কৰিব পাৰিছিল। আৰু অৱশ্যে গণেশ গগৈৰ 'পাপৰি'। গগৈৰ বিষয়ে বহলাই পোনতে মইয়ে লিখোঁ। এই তেতিয়া বি-এ শ্ৰেণীৰ ছাত্ৰ।

ৰবীন্দ্ৰনাথৰ কবিতাত শব্দৰ ঝঙ্কাৰ, অনুভূতিৰ গভীৰতা, চিন্তা, আকৰ্ষণীয় প্ৰকাশ ভঙ্গী — সকলো কম বেছি পৰিমাণে পায়। এফালে যদি আছে পাতল ছন্দৰ পাতল ভাবৰ —

আজি এ - প্ৰভাতে ৰবিৰ কৰ
কেমনে পশিল প্ৰাণেৰ' পৰ .....

আনহতে আছে তীব্ৰ অনুভৱৰ সংযত পৰিচয়—

কবি তবে উঠে এসো — যদি থাকে প্ৰাণ —
তবে তাই লহ সাথে, তবে তাই কৰো আজি দান।
বৰ দুঃখ বৰ ব্যথা, — সন্মুখেতে কষ্টেৰ সংসাৰ
বড়ই দৰিদ্ৰ, শূন্য, বড় ক্ষুদ্ৰ, বদ্ধ অন্ধকাৰ। —
অন্ন চাই, প্ৰাণ চাই, আলো চাই, চাই মুক্ত বায়ু,
চাই বল, চাই স্বাস্থ্য, আনন্দ - উজ্জল পৰমায়ু,
সাহস বিস্তৃত বক্ষপট। এ দৈন্য মাঝাৰে, কবি,
একবাৰ নিয়ে এসো স্বৰ্গ হতে বিশ্বাসেৰ ছবি।

বন্ধু দেউতাকণৰ লগত আবেলি যাঁও শৰণীয়াৰ ফালে, হাতত 'চয়নিকা'। ৰেলৰ আলিৰ কাষৰ ঘাঁহনিত বহোঁ। বেলি মাৰ যায়, দূৰৈৰ পাহাৰে কজলা ৰং ধৰে। বন্ধুৱে গলগলীয়া মাতেৰে গায় —

দিনেৰ শেষে ঘুমেৰ দেশে ঘোমটা পৰা ঐ ছায়া

ভুলালো ৰে ভুলালো মোৰ প্ৰাণ।....

'ঘৰেই যাৰা যাবাৰ তাৰা কখন গেছে ঘৰ-পানে

পাৰে যাৰা যাবাৰ, গেছে পাৰে ;

ঘৰেও নহে পাৰেও নহে যেজন আছে মাঝখানে

সন্ধ্যাবেলা কে ডেকে নেই তাৰে।

আমাৰ কুমলীয়া মনত এই অনুভূতি তেতিয়া যেন নিজৰ অন্তৰৰ পৰা নিগৰি পৰা অনুভূতি।

এদিন মনত পৰে আমি এইদৰে বহি থাকোঁতে মিকিৰণী ছোৱালী এজনী বজাৰত খৰি বেচি ঘৰলৈ উভতিছে। শকত হটঙা ছোৱালী, মোৰ মুখৰ পৰা ওলাল, "কেনে শকত।" তাই আমাৰ ওচৰ পাইছিলিহি, কথাষাৰ শুনিলে। ততালিকে তাইৰ ফাঁই উঠিল, "শকত, খাহ কাটি কাটি খাহ" — এইবুলি ভোৰভোৰাই গুচি গ'ল। আমি লাজ পাই তাপ মাৰিলোঁ।

মোৰ 'চয়নিকা'ত এইদৰে লিখি থোৱা আছে (১৯৪৫) - "অতি দুখৰ মুহূৰ্ত্ত কেতবিলাকত এই কিতাপখনে মোক শান্তি আৰু সান্ত্বনা দিছে ; নিঃসঙ্গতা আৰু নানান দুশ্চিন্তাই যেতিয়া মোৰ জীৱন দুঃসহ কৰি তোলে, এই কিতাপখনেই তেতিয়া মোৰ বন্ধুৰ কাম কৰিছে আৰু বন্ধুৰ দৰে মোক আশ্বাস দিছে।" বয়স বাঢ়ি অহাৰ লগে লগে কিন্তু কবিতাই আগৰ দৰে আকৰ্ষণ নকৰা হ'ল!

৯

কথাত কয় দেৱতাৰ আঁতিগুৰি ক'লে ৰং, মানুহৰ আঁতিগুৰি ক'লে খং। আমাৰ দেশৰ কেইজনমান গণ্যমাণ্য ব্যক্তিৰ কথা মনত পৰা দেখিহে এইদৰে আৰম্ভ কৰিছোঁ।

এদিন ৰাতিপুৱা গ'লো ডঃ সূৰ্য্যকুমাৰ ভূঞাৰ ঘৰলৈ। বাটতে ৰিক্সা এখন পাই উঠি ললোঁ। ভূঞাৰ ঘৰ পাই দেখিলোঁ জেপত ভঙা পইচা নাই, ৰিক্সাৱালাৰো টকাৰ ভঙা নাই। ভূঞাক কলোঁগৈ, "ছাৰ ভঙা পইচা নাই, ৰিক্সাৱালাক দিবলৈ সিকি এটা লাগে।" তেওঁ ততালিকে পইচাখিনি দিলে। ৰিক্সাৱালাক বিদায় দি কলোঁগৈ, "ছাৰ, আপোনাৰ এই ধাৰ মই নামাৰোঁ, তেহে কথাটো মোৰ মনত থাকিব।" তেওঁ হাঁহি ক'লে, "নালাগে দিব।" গোটেই জীৱনটো অসমৰ বুৰঞ্জীৰ হকে খটুৱাই অসমক এক সন্মানিত স্থানলৈ তোলা এই মানুহজনৰ পিতৃবৎ আচৰণৰ কথা পাহৰিবলৈ টান।

এবাৰ মোৰ কিতাপ এখন ডঃ ভূঞাই বুৰঞ্জী আৰু পুৰাতত্ব বিভাগৰ পৰা উলিয়াবৰ দিহা কৰিলে, কিন্তু কিতাপখন প্ৰকাশ হোৱাত পলম হোৱা কাৰণে মই অধৈৰ্য্য হলোঁ। ভূঞাই কলে, "বুজিছা, কিতাপ এখন ৰচনা কৰি তিনি চাৰি বছৰ পেলাই থব লাগে, তাৰ পাচতহে তাক ছপাব লাগে।" মন্তব্যটো তেতিয়া পচন্দ কৰা নাছিলোঁ, এতিয়াহে বুজিছোঁ যে খপজপকৈ ছপালে পিচত মনত খেলায় — এহ এইখিনি কাটিব লাগিছিল, এই শব্দটো ইয়াত খাপ খোৱা নাই, এইডোখৰত দেখোন ভুল হ'ল ..... এনে ভাব। লাহে ধীৰে ছপালে এনে অশান্তি পাব নালাগে।

সন্দিকৈ তেতিয়া ভাইচ-চেঞ্চেলৰ আৰু তেওঁ মোক অলপ অনুগ্ৰহৰ চকুৰে চায়। এদিন তেওঁ ক'লে, "আপুনি বিলাতলৈ গৈ এম-এ, চেম-এ কিবা এটা লৈ আহকগৈ।" কথাষাৰ শুনি কিন্তু মই ভাল নাপালোঁ, বৰং বিৰক্তই হ'লো। ঐৰা বিদেশী ডিগ্ৰিৰ ছাৱটো লৈ আহিলেহে মই উপযুক্ত হম আৰু তেতিয়াহে তেওঁ মোৰ উদ্ধাৰ সাধিব! তেতিয়াৰ পৰা আত্মবিশ্বাসৰ অভাব থকা এই মানুহজনৰ ওপৰত মোৰ আস্থা টুটিল। মনত পৰে, যদিও মই ইংৰাজী

সাহিত্যত এম-এ পাছ কৰিছিলোঁ মোৰ আগ্ৰহ ক্ৰমে বাগৰিছিল জনকৃষ্টিৰ চৰ্চালৈ। এবাৰ মই দৰ্খাস্ত কৰিলোঁ উত্তৰ লখীমপুৰ অঞ্চলৰ বিহু উৎসব সম্পৰ্কে চৰ্চা কৰিবৰ অৰ্থে মোক টকা পঞ্চাছটা লাগে। সন্দিকৈ ডাঙৰীয়াৰ প্ৰতিক্ৰিয়া ঃ আমি কেনেকৈ টকা দিওঁ? এনে আৰ্হিতো (প্ৰিচিডেণ্ট) নাই। ন-কৈ পতা বিশ্ববিদ্যালয়, প্ৰিচিডেণ্ট থাকে ক'ৰ পৰা? উল্লেখ কৰা যুগুত যে গুৱাহাটী বিশ্ববিদ্যালয়ত মই দাখিল কৰাখনেই আছিল প্ৰথম থিচিছ (১৯৫৩, জুলাই)।

সন্দিকৈ ডাঙৰীয়াই এই থিচিছ পৰীক্ষকৰ ওচৰলৈ পঠিয়াইছিল দাখিল কৰাৰ প্ৰায় দহমাহ পাচত। অথচ এই মানুহজনেই ১৩-৪-৪৭ তাৰিখে মোলৈ লিখিছিল – "কোনো এটা বিষয়ত Sustained Research কৰি আপোনাৰ কাৰণে Doctorate এটা লোৱাৰ আৱশ্যক হৈছে।"

মোৰ শিক্ষক, কলিকতা বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ মুৰব্বী, স্পেনছাৰৰ ওপৰত – বিদেশতো নাম থকা – বিশেষজ্ঞ, বয়োবৃদ্ধ ডঃ মোহিনীমোহন ভট্টাচাৰ্য্যই যেতিয়া গুৱাহাটীলৈ আহিবলগীয়া হোৱাত সন্দিকৈৰ দৰ্শন কামনা কৰিলে, তেতিয়া তেওঁলৈ সংবাদ পঠিওৱা হৈছিল এইদৰে – মোক দেখা কৰিবৰ দৰ্কাৰ নাই, কিবা কবলগীয়া আছে যদি ৰেজিষ্ট্ৰাৰক কৈ যাওক।

কলিকতা বিশ্ববিদ্যালয়ত পঢ়ি থকা কালত দুশ নম্বৰৰ কাৰণে ডঃ ভট্টাচাৰ্য্যৰ তলত গবেষণা কৰিছিলোঁ। কাকতিয়ে শিকাইছিল – সদায় মূল কথালৈ যোৱা আৰু যিমান পাৰা ডাল পাত কোটালি পেলোৱা। তেওঁ প্ৰায়ে হিতোপদেশৰ শ্লোক এফাকি আওৰাইছিল – পৰিচ্ছেদো হি পাণ্ডিত্যম্। * মোহিনীমোহন ভট্টাচাৰ্য্য যেন আৰু চাৰ! তেওঁ মুখখন গোমা কৰি ক'ব, Why can't you compress your style? – তোমাৰ ভঙ্গী চমু কৰিব নোৱাৰা কিয় ? এওঁলোকৰ আৰ্হিৰ পৰা মোৰ লাভ নোহোৱা নহয়।

---

* পৰিচ্ছেদৰ কাকতিয়ে যি অৰ্থ কৰিছিল সেই অৰ্থ তেওঁৰ নিজস্ব ; অন্য অৰ্থ হয় – কোনো সিদ্ধান্তলৈ অহা (কালে দ্ৰষ্টব্য)।

১০

১৯৫৭ চনৰ বহাগ বিহুৰ সময়ৰ কথা। মোক চতিয়ালৈ মাতিছিল বিহু উপলক্ষ্যে। বাছেৰে গলোঁ, গৈ তেজপুৰ পোৱাৰ অলপ আগতে গাভৰু নৈৰ ওপৰৰ বাঁহৰ দলং এখন পাৰ হৈ বাছ্ ৰ'ল। অলপমান ৰোৱাৰ পাচত ড্রাইভাৰে বাছখন চলাইছে মাথোন এনেতে ধমকৈ আৱাজ হ'ল আৰু ড্রাইভাৰজন ষ্টিয়াৰিং হুইলৰ ওপৰত ঢলি পৰিল, তেওঁৰ চকু দুটা ওলাই আহিল। ড্রাইভাৰ আৰু মোৰ মাজত বহা মানুহজনে কোনোমতে গাৰীখন ৰখালে খালত নপৰাকৈ। হুৱাদুৱা লাগিল আৰু লক্ষ্য কৰিলোঁ খাকী পেন্ট আৰু কামিজ পিন্ধা মানুহ এজন হাতত বন্দুক লৈ নৈৰ পাৰে পাৰে লৰি পলাইছে। যি বুজিব পৰা গ'ল বন বিভাগত কাম কৰা মানুহ এজনে বন্দুক লৈ বাছৰ কাষতে থিয় হৈ আছিল, ঘটনাক্রমত কব নোৱাৰাকৈ গুলি ফুটিল আৰু বন্দুকৰ ছাৰাগুলি ড্রাইভাৰৰ সমুখত মটৰৰ বডিত লাগি উভতি মানুহজনৰ চকুৱে মুখে সোমাল। এটা নে দুটা গুলি মোৰ পিচৰ শাৰীত বহা মঙ্গলদৈৰ ফালৰ স্বাস্থ্যবান দেখনিয়াৰ ওভাৰচিয়াৰ এজনৰ ডিঙিতো সোমাল। গাৰী ৰখাত দেখিবলৈ পোৱা গল ড্রাইভাৰৰ প্রাণবায়ু নাই আৰু ডেকা ওভাৰচিয়াৰজনৰো মুখেৰে তেজ ওলাইছে। মোৰ ঘৰৰ পৰা নিয়া নতুন গামোছাখন তেজ মচোঁতেই ৰঙা পৰিল। সৌভাগ্যক্রমে মোৰ সোঁহাতে বহা মানুহজনো আছিল ড্রাইভাৰ, তেওঁৱে মটৰখন তেজপুৰ লৈ গৈ হস্পিটেল পোৱালেগৈ। মোৰ চিন্তা উপজিল, কিবা সাক্ষী-চাক্ষী হবলগীয়া হওঁনে কি। অলপ বৈ দেখিলোঁ কোনেও মোৰ বিচাৰ নললে। তেতিয়া মই তাৰ পৰা ওলাই আকৌ যাত্রা আৰম্ভ কৰিলোঁ।

সেই ধম আৱাজটোৱে মোৰ মনত এনেকৈ সাঁচ বহুৱাইছিল যে বহুদিনলৈ কৰবাত তেনে আকস্মিক শব্দ শুনিলে মই চঁক খাই উঠিছিলোঁ। এবছৰমান পাচত মই লণ্ডণ পালোঁগৈ। তাতো পিয়নে যেতিয়া ৰাস্তাই ৰাস্তাই থকা লোৰ চিঠিৰ বাকচ্ বা পিলাৰ বক্সৰ পৰা চিঠি উলিয়াই দুৱাৰখন জোৰেৰে মাৰি দিছিল তেতিয়া সেই শব্দত মই চঁক খাইছিলোঁ।

## ১১

কলেজ ষ্টুডিয়ো আৰু কিতাপ ঘৰৰ মালিক শ্ৰীপূৰ্ণচন্দ্ৰ ভৰালী সৰুকালিৰে পৰা নিজৰ ভৰিত থিয় দি ডাঙৰ হোৱা লোক। এদিন একেলগে পাণবজাৰলৈ যাওঁতে বাটত সুধিলোঁ, "কওকচোন, আপুনি কিবা উদ্দেশ্যত কাম কৰি আছে, কিন্তু পদে পদে বাধা, কামটো নহয়গৈ, কি কৰে আপুনি তেতিয়া?" তেওঁ খন্তেক ৰৈ ক'লে, "ক'তা মোৰতো তেনে নহয়, কাৰণ মই কেইবাফালেও চেষ্টা কৰি থাকোঁ নহয়।" ভৰালী মোৰ বিশেষ শ্ৰদ্ধাৰ পাত্ৰ। তেওঁৰ লগত কথা পতা মানে ন ন কথা শিকাৰ সুযোগ। কেমেৰা, বন্দুক, বিস্ফোৰক -- বিবিধ বিষয়ত মই তেওঁৰ পৰা জ্ঞান লভিছোঁ। তেওঁৰ জীৱনৰ কেতবিলাক অভিজ্ঞতাৰ আলমত মই গল্পও ৰচনা কৰিছোঁ।

'ইলাছট্ৰেটেড উইকলি'ৰ সম্পাদক সুপণ্ডিত খুশৱন্ত সিঙক প্ৰথম লগ পাওঁ আহমেদাবাদত। মোৰ লগত মোৰ বৰ ল'ৰাও আছিল। সি তেতিয়া নৱম নে দশম শ্ৰেণীত পঢ়ে। মই খুশৱন্ত সিঙক ক'লোঁ, "আপোনাৰ 'এ ট্ৰেইন টু পাকিস্তান' উপন্যাসখন মোৰ ল'ৰায়ো পঢ়িছে।" তেওঁ হাঁহি ক'লে, "সেইখন কিতাপ পঢ়াৰ বয়স তাৰ হোৱা নাই।" * তেওঁ গুৱাহাটীলৈ অহাৰ পিচত তেওঁৰ অনুৰোধত মই 'ইলাছট্ৰেটেড উইকলি'ৰ কাৰণে লাচিত বৰফুকনৰ ওপৰত প্ৰবন্ধ এটা লিখিছিলোঁ।

কবি আৰু নাট্যকাৰ দুৰ্গেশ্বৰ শৰ্মা আছিল সৰুফুটীয়া মানুহ, কিন্তু মেধাত চহকী। মনটো সচল কাৰণে তেওঁৰ শৰীৰৰ চলনও যেন অলপ অস্থিৰ, স্পন্দিত। এদিন সন্ধিয়া তেওঁ মোৰ লগত কথা পাতি আছে। মানুহজন এবাৰ ইফালে গৈছে, এবাৰ ইফালে গৈছে। কথাও কৈ আছে। মই কথা কোৱাতকৈ শুনিহে গৈছোঁ। এবাৰ তেওঁ ক'লে, "বুজিছা প্ৰফুল্ল, এই দুটা কথা মনত ৰাখিবা এক্সপিডিছন এণ্ড মেথড, এক্সপিডিছন এণ্ড মেথড।" তাৰ অৰ্থ হ'ল -- কামটো খৰকৈ কৰিবা আৰু নিয়ম বা শৃঙ্খলাৰ মাজেদিও কৰিবা। আমাৰ সাধাৰণ

---

* ইংৰাজী ভাষাৰ জ্ঞানৰ কাৰণে যে ইংৰাজী মাধ্যমত পঢ়াৰ দৰ্কাৰ নাই, তাৰ চানেকি মোৰ ল'ৰা-ছোৱালী। অভিভাৱকে অলপ যত্ন ললেই অসমীয়া স্কুলত পঢ়া ল'ৰা-ছোৱালীয়েও ইংৰাজী ভাষাৰ জ্ঞান লাভ কৰিব পাৰে।

ধাৰণা যে খপজপ কৰিলে কামত আউল লাগে, কিন্তু তীক্ষ্ণ বুদ্ধিৰ লোকৰ কাৰণে খৰ আৰু শৃঙ্খলা দুয়োটাই সম্ভব।

দুৰ্গেশ্বৰ শৰ্মা আৰু ডঃ কাকতিৰ ওচৰত মই ব্যক্তিগত ভাবে ধৰুৱা। মোৰ প্ৰথম বিয়া যেতিয়া অথলে গ'ল আৰু মই মানসিক দ্বন্দ্বত ছটফটাইছোঁ, সেই সময়ত ঘাইকৈ এই দুজন লোকেই মোক দিহা-ভাৰসা আৰু আশ্বাসেৰে পোনাই ৰাখিছিল। পাৰিবাৰিক সমস্যাই মোক ব্যতিব্যস্ত কৰি ৰখা সময়ত এবাৰ কাকতিয়ে মোলৈ লিখিছিল ঃ "ঈশ্বৰ বা moral order অত [নৈতিক ব্যৱস্থাত ] বিশ্বাস ৰাখিবা।"

পুস্কৰ চন্দাৰৱকাৰ গুজৰাটৰ এক অধ্যাপক। তেওঁ সম্ভব এসময়ত মাভলাঙ্কৰৰ সচিবো আছিল। মানুহজনে কেইবাখনো উপন্যাস ৰচিছে আৰু সৌৰাষ্ট্ৰৰ সাধুকথা আৰু গীত-পদও সংগ্ৰহ কৰিছে। জনকৃষ্টিৰ চৰ্চ্চা লৈয়ে মানুহজনৰ লগত মোৰ চিঠিৰে আদান প্ৰদান। গুৱাহাটীত যি বছৰ অৰিয়েণ্টেল কনফাৰেঞ্চ বহিছিল সেই বছৰতে এই শকত আৱত মানুহজনক মোৰ ব্যক্তিগত ভাবে লগ পাবৰ সুযোগ হয়। মই যেতিয়া পি-ই-এন কনফাৰেঞ্চত যোগ দিবলৈ আহমেদাবাদলৈ যাওঁ তেতিয়া এওঁৰ উদ্যোগতে আহমেদাবাদৰ পৰা ৪০ মাইল আঁতৰৰ হৰপ্পা সভ্যতাৰ চিন থকা লোথাল চাবলৈ সুযোগ পাইছিলোঁ। চীনে যেতিয়া ভাৰত আক্ৰমণ কৰে আৰু অসম ভাৰতৰ পৰা বিচ্ছিন্ন হোৱা বুলি গুজব উঠে, তেওঁ মোলৈ লিখিছিল ঃ "আপুনি ইয়ালৈ গুচি আহক, ইয়াত চাকৰি পাব।" মানুহজনৰ ইমান দূৰৈৰ অসমীয়া এজনৰ প্ৰতি থকা মৰম সহানুভূতিৰ কথা প্ৰায়ে মনত পৰে।

মোৰ আৰু এজন পণ্ডিত বন্ধু ভোজপুৰী, কাশীত তেওঁৰ ঘৰ। তেওঁ মাতি থকা কাৰণে এবেলি ওলালোঁগৈ। তিনিমহলীয়া ঘৰৰ কোঠালী এটাত মোক থাকিবলৈ দিলে। যিখন বিছনা সেইখন ছয়ফুটীয়া, মূৰত গাৰু লৈ ভৰি মেলি দিলে ভৰি এফুটমান ওলাই থাকে। যিটো গাৰু পাইছিলোঁ সেইটো মোৰ ঘৰত কাম কৰা লিগিৰাৰ গাৰুতকৈও লেতেৰা। সৌভাগ্যক্ৰমে মই নিজৰ বিছনা লৈ গৈছিলোঁ। আনহাতে আঠুৱা নথকাত মহৰ কামোৰত ৰাতি শোৱা হ'ল টান। এৰাতিতো মই শুবই নোৱাৰিলোঁ। আৰু আলহীক খুৱাইছে কি? ৰাতিপুৱা যদি উৰদ কি দাল গধূলিও সেই। পিচদিনাও সেইয়ে। লগত আলু

নাইবা আলু-বিলাহীৰ এখন তৰকাৰী। এদিন উপায় নাপাই মই দোকান এখনত বহি মিঠাই আৰু গাখীৰ এগিলাচ খাইছিলোঁ আৰু দুই কিলো আপেল কিনি আনি ঘৰত দিছিলোঁ। এই মানুহজন দেশ-বিদেশ ফুৰা, বিবিধ মানুহৰ সংস্পৰ্শলৈ অহা। এতিয়া থিৰ কৰিছোঁ ভোজপুৰীৰ ঘৰত আৰু আলহী হব নোৱাৰি!

## ১২

দুখ বেদনাৰ সময়ত যে বন্ধু-বান্ধবৰ প্ৰকৃত পৰিচয় ওলায় এই কথা বহুতে জানে। কিন্তু এনে সময়ত যিবিলাক বস্তুৱে সচৰাচৰ আমাক মানসিক তৃপ্তি দিয়ে সেইবিলাকৰো সাৰ্থকতা অসাৰ্থকতা প্ৰমাণ হয়। দুখৰ সময়ত আপুনি কবিতা পঢ়কচোন, কাৰ কবিতাই আপোনাক আশ্বাস দিয়ে চাওক। ৱাৰ্ডজৱাৰ্থৰ কবিতা এনে পৰীক্ষাত উত্তীৰ্ণ হয়, আন দুই এক কবিৰ ৰচনাও হয়তো। কলাৰ সৃষ্টিৰ পটভূমিতো বেদনা। মই মোৰ থিচিজৰ খচৰা লিখি উলিয়াইছিলোঁ এঘাৰ মাহৰ ভিতৰত। আনক লাগে দুই -তিনি বছৰ, বহুতকে তাতকৈও সৰহ সময়। মই কম সময়ৰ ভিতৰত কামটো কৰিব পৰাৰ কাৰণ মোৰ খৰকৈ কাম কৰাৰ অভ্যাসেই নহয় মানসিক অশান্তিহে। মানসিক অশান্তি আৰু অস্থিৰতা নিৰ্গত হৈছিল এই সৃজনীমূলক কামৰ জৰিয়তে। সেই সময়ত ঘৰত মই অকলে — কেতিয়াবা ৰান্ধনী ল'ৰা এটিও নাথাকে - আৰু কাষত বাজি থাকে ৰেডিয়োৰ সঙ্গীত। সঙ্গীত বিশেষকৈ ৰাগপ্ৰধান সঙ্গীত, মোৰ এটি সফল প্ৰেৰণা। এনে স্থলত মোৰ কাম শেহ নহৈ হব কাৰ?

## ১৩

আমাৰ এটি সাধাৰণ ধাৰণা যে যেতিয়া মানুহে খাবলৈ ববলৈ নাপায় তেতিয়াই বিপ্লবৰ সম্ভাৱনা দেখিবলৈ পোৱা যায়। এই সম্পৰ্কত বুৰঞ্জীবিদ জৰ্জ মেকলে ট্ৰেভলিয়ানে মন্তব্য কৰিছে এইদৰেঃ "দুৰ্ভিক্ষই যে বিপ্লব সম্ভৱ কৰে এই ঐতিহাসিক সূত্ৰৰ প্ৰমাণ নাই; কবলৈ গলে তাৰ ওলোটা উক্তি, যে দুৰ্ভিক্ষ বা অভাৱে দুৰ্বল আত্মসমৰ্পণৰ আৰ্হিহে দেখুৱায়, সেই কথাৰো অতীত ঘটনাৱলীয়ে সাক্ষ্য দিয়ে।" সম্ভৱ বিপ্লৱ নিৰ্ভৰ কৰে নেতৃত্বৰ ওপৰত, ফ্ৰান্স, ৰাছিয়া, চীন, যি দেশতে নহওক।

## ১৪

মোৰ সাহিত্যৰ প্ৰতি অনুৰাগ কেনেকৈ উপজিল কবলৈ টান। সৰু কালি খুৰাৰ লগত থাকি তেজপুৰত পঢ়োঁতে, সম্ভৱ ক্লাছ চিক্সত, বঙালী পদ্য এফাকি পাই তাকে অলপ লৰচৰ কৰি অসমীয়াত ৰূপ দিছিলোঁ। গুৱাহাটীলৈ অহাৰ পিচত পদ্যৰ কছৰৎ অলপ অচৰপ কৰিলেও কবি হোৱা নহ'ল। ইয়াত কিন্তু দুই চাৰিজন সহপাঠী বন্ধুৰ সহযোগত এখন নে দুখন হাতে লিখা আলোচনী উলিয়াইছিলোঁ। আলোচনীখনত মই এটি নে দুটি গল্প আৰু অনুবাদ লিখিছিলোঁ। ক্লাছ নাইনমান পোৱাৰ লগে লগে মই ইংৰাজী ভাষাতো গল্প ৰচিবলৈ যত্ন কৰোঁ। ইতিমধ্যে মই বাহিৰা কিতাপ পঢ়িবলৈ আৰম্ভ কৰিছোঁ। এই সময়ত মোক উৎসাহ দিয়া লোক পাইছিলোঁ ইংৰাজী সাহিত্যৰ ছাত্ৰ নলিনীকান্ত বৰুৱা। এই প্ৰতিভাশালী লোকজন ১৯৩৮ চনৰ ১৮ অক্টোবৰ তাৰিখে আপোনঘাতী হৈ মৰে। গুৱাহাটীৰ আমাৰ ঘৰত সেই সময়ত এজন আত্মীয়ই বি-এ পঢ়িছিল। তেওঁৰ ইংৰাজী পাঠ্য থেকাৰেৰ উপন্যাস 'হেনৰি এজমণ্ড' আৰু শ্বেইকছ্পিয়াৰৰ 'হেনৰি ডি ফোৰ্থ' প্ৰথম খণ্ড। এই দুখন মই ক্লাছ চিক্সত থাকোঁতেই কেনেকৈ শেহ কৰিলোঁ ভাবিলে এতিয়াও আচৰিত লাগে। মই কিন্তু স্কুলত থকা কালত নাইবা কলেজত পঢ়া প্ৰথম দুবছৰ একো সাৰ্থক ৰচনা লিখিবলৈ সক্ষম হোৱা নাছিলোঁ।

মোৰ প্ৰথম প্ৰবন্ধ — গৰ্কিৰ ৰচনা অলপমানৰ সহায়ত — কবি ৰঘুনাথ চৌধাৰীয়ে পযেকীয়া জয়ন্তীত প্ৰকাশ নকৰিলে। প্ৰবন্ধটো প্ৰকাশ নোহোৱা কাৰণে যে মই কিবা নিৰাশ হৈছিলোঁ এনে কথা এতিয়া মনত নপৰে। ইয়াৰ পাচত 'বিহু' নামৰ চুটি ব্যঙ্গ ৰচনা এখন লিখোঁ। এইখন চৌধাৰীদেৱে ভাল পায় আৰু প্ৰকাশ কৰে। ইয়াৰ পাচতে সম্ভৱ যোজোনাৰ ওপৰত লিখোঁ। এই ৰচনাৰ কাৰণে বড়ো যোজোনা বিচাৰি মই উজান বজাৰৰ পূবফালে নেপালী চুবুৰীটোত থকা মেছ এটালৈকেও গৈছিলোঁ। এই মেছত বোধকৰোঁ শৰৎচন্দ্ৰ সিংহও আছিল। এওঁ মোতকৈ দুবছৰমান ওপৰত পঢ়িছিল।

সৰুকালি মোৰ পৰিয়ালৰ কাৰো পৰা মই সাহিত্য বিষয়ত উদগনি পোৱা নাছিলোঁ। যিজনে হয়তো মোক দুআষাৰ কথা কব পাৰিলেহেতেন,

অৰ্থাৎ মোৰ গ্ৰেজুৱেট খুৰা, তেওঁৰ ছফুটীয়া শৰীৰ আৰু গহীন গম্ভীৰ মুখলৈ চাই মই কথা সুধিবলৈকে ভয় কৰিছিলোঁ! বি-এ পাছ্ কৰাৰ পিচত তেওঁ মোক কৈছিল আইন পঢ়িবলৈ, কিন্তু সেই সময়ত কবিতা, সাহিত্যৰ তথ্য আদি চৰ্চ্চা কৰি মোৰ মন আকাশত উৰি ফুৰা শুকুলা ডাৱৰ। মই আইন পঢ়ি মিছলীয়া উকীল হমনে?

মোৰ লগৰ ছাত্ৰ ভবানন্দ দত্ত, মহেশ্চন্দ্ৰ দেৱ গোস্বামী, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য আদি সকলো কলিকতা পালেগৈ, এম-এ পঢ়িবৰ কাৰণে। মই যাব নোৱাৰিলোঁ। গুৱাহাটীত সেই সময়ত চাকৰি-বাকৰিৰ সম্ভাৱনা নাই। মাষ্টৰী কামও দুৰ্লভ। খুৰা দেৱদত্ত্ গোস্বামীয়ে মোৰ কিতাপ-পত্ৰৰ খৰচ আৰু কলেজত পঢ়া ফিজ দিছিল, কিন্তু তাতকৈ সৰহ দিবলৈ টান পাইছিল — তেওঁৰো সংসাৰ এখন আছিল। যেতিয়া শ্বিলঙলৈ চাকৰি বিচাৰি যাবৰ অৰ্থে টকা দহটামান দৰ্কাৰ হ'ল তেতিয়া সমস্যা এটিও ওলাল। শ্বিলং অৱশ্যে পালোঁগৈ, মোৰ ভনীজোঁৱাইৰ সৌজন্যত।

তাত স্কুল নে চেক্ৰেটেৰিয়েটত চাকৰি কৰি থাকোঁতেই এডমাণ্ডজ কলেজত শঙ্কৰদেৱৰ ওপৰত পাঠ কৰা চুটি প্ৰবন্ধ এটা বোম্বাইৰ পি-ই-এন আলোচনীত প্ৰকাশ হয়। এইয়ে মোৰ প্ৰথম ইংৰাজী প্ৰবন্ধ। ১৯৪২ চন। ১৯৪৩ চনত ওলাইছিল অসমীয়া মালিতা সমূহৰ ওপৰত লিখা এখন ৰচনা মাচুলিপট্টমৰ তিনিমহীয়া 'ত্ৰিৱেণী' আলোচনীত। ভেৰিয়াৰ এলউইনে তেওঁৰ কিতাপ এখনত এই প্ৰবন্ধৰ উল্লেখ কৰে। তেতিয়াৰ পৰা ডঃ এলউইনৰ লগত মোৰ যোগাযোগ হয়। তেওঁ যেতিয়া ১৯৫১ নে ১৯৫২ চনত অসমলৈ প্ৰথমবাৰ আহে তেওঁ মোৰ ঘৰত সোমাই কফি খাই যায়। মই সেইসময়ত হেপিভিলাৰ ভাৰাঘৰ এটাত থাকোঁ।

## ১৫

ওপৰত আইন পঢ়া কথা ওলাইছে যেতিয়া এই বিষয়ে আৰু অলপ কথা যোগ কৰোঁ। মই আঢ়ৈবছৰমান পলমকৈ, ১৯৪২ চনৰ ডিচেম্বৰ মাহত, কলিকতা ওলালোঁগৈ। সেই সময়ত জাপানী বিমানৰ পৰা চহৰত দুই এটি বোমা পৰিছে। মানুহৰ মনত আতঙ্ক আৰু বহুত লোক ভাগিছে।

মোৰ চা-চিনাকি বন্ধু আছিল হাৰ্ডিঞ্জ ল হোষ্টেলত। মই তাতেই উঠি এম-এ আৰু ল-ত নাম লিখিলোঁ। এবাৰ হ'ল কি। মই ঘৰলৈ আহি উভতি যাওঁতে ৰেলত এজন মঙ্গলদৈবাসী বঙালী ভদ্ৰলোকৰ সৈতে চিনাকি হলোঁ। তেওঁ বেঙ্ক এটাত কাম কৰে আৰু কলিকতাৰ বেঙ্কত টকা জমা দিবলৈ যায়। * মানুহজনে অসমীয়াও কয়। তেওঁৰ লগত মোৰ বেচ মিলিল। নোদোকা ডেকাজন মোতকৈ অলপহে ডাঙৰ। আমি গৈ যেতিয়া কলিকতা পালোঁ তেতিয়া মই প্ৰস্তাব কৰিলোঁ, "আপুনি ইয়াত দুদিনমানহে থাকিব, এনেস্থলত হোটেললৈ নগৈ আমাৰ হোষ্টেলতো থাকিব পাৰে দেখোন।" হোষ্টেলত মানুহ ৰখা টান নহয় কিয়নো গৰম ঠাই যেতিয়া বাৰাণ্ডাত বেঞ্চ পাৰি শুলেই হ'ল, বাথৰুম আছেই আৰু খোৱা আহাৰৰ বাবে দাম দিলেই লেঠা ছিগে। কাৰো হকা বধা নাই।

তলাপাত্ৰ (পূৰা নাম পাহৰিলোঁ) মোৰ লগতে হোষ্টেলত উঠিলহি। তাৰ পাচত তেওঁৰ লগত এইবেলা অ'লৈ সেইবেলা ত'লৈ। তেওঁ মোক বঙালী মানুহৰ ঘৰলৈ লৈ গ'ল, ৰেষ্টোৰাঁত ছিকেন ৰোষ্ট খুৱালে, ষ্টাৰত থিয়েটাৰ দেখুৱালে, আৰু কিমান কি। মোৰ সমস্যা হ'ল, অকল তেওঁৰ ওপৰতে চলিমনে? মোৰো অলপ অচৰপ ধন ভাঙিব লগা হ'ল। তেওঁ বুজায়, "আপুনি কিয় খৰচ কৰে? আপুনিতো উপাৰ্জন কৰা নাই। খৰচ মোৰ, আপোনাৰ লাজ পোৱাৰ একো কাৰণ নাই।" পিচে হ'লে কি হব, বছৰৰ মূৰত আইন কলেজৰ ফিজ দিয়া নহল, আইন পঢ়াৰো তাতেই মুদা মৰিল। অৱশ্যে আইন মোৰ মুখ্য উদ্দেশ্য নাছিলও, সেই হোষ্টেলত থাকিবৰ সুযোগটোৰ কাৰণেহে নামটো লগাই লৈছিলোঁ। 'মূলধন' নামৰ ধেমেলীয়া গল্পটো আইনৰ ক্লাছতে বহি ৰচনা কৰা। এই বঢ়িয়া মানুহজনক আৰু পিচত লগ পোৱা নাই।

## ১৬

অতিথি সেৱা বোলে পুণ্য কাম। এনে কামৰ পৰা যে সুফল পোৱা নাযায় এনে নহয়। শুনক। মই তাত থকা সময়ৰে কথা। কবি অতুল চন্দ্ৰ হাজৰিকা আৰু যোৰহাটৰ ভাইচ - প্ৰিন্সিপেল তুলসীনাৰায়ণ শৰ্মা ওলালগৈ

* এতিয়া মনত খেলাইছে তেওঁ টকা দেখোন গুৱাহাটীৰ বেঙ্কতো জমা দিব পাৰিলেহেতেন; চামৰাৰ এটাচি কেইচত একলাখ টকাৰ নোট লৈ যোৱাৰ কি দৰ্কাৰ আছিল?

প্ৰাইভেটকৈ অসমীয়া বিষয়ত এম-এ দিবৰ কাৰণে। হাজৰিকা মোৰ আলহী হ'ল, শৰ্মা থাকিল ওচৰৰ হোটেলত। তেওঁলোক পৰীক্ষা দি উভতিল। ময়ো ১৯৪৪ চনৰ আগষ্ট মাহত পৰীক্ষা দিলোঁ। সেই সময়ত অসমত চাকৰি-বাকৰিৰ অভাব। মই শ্যামাপ্ৰসাদ মুখোপাধ্যায়ে উলিয়াব খোজা 'নেশ্যনেলিষ্ট' কাকতখনত সোমাবৰ মন কৰি তেওঁক লগ ধৰিছোঁগৈ। তেওঁক কৈছিলোঁ যে মই দুই চাৰিটা ইংৰাজী প্ৰবন্ধ লিখিছোঁ। তেওঁ কৈছিল, "আচ্ছা নিয়ে এসোতো।" ইতিমধ্যে হিচাব পৰীক্ষকৰ চাকৰি কৰা মোৰ ভনীজোঁৱায়ো পাটনা নে ক'ৰ পৰা উভতি সেইখিনি পাইছেগৈ। বঙালী বান্ধৱী এজনীয়েও যুদ্ধৰ দিনৰ এমেৰিকান অফিছ এটাত চাকৰি খালি থকা সংবাদ দিছে। মুঠৰ ওপৰত মই এমাহনে দুমাহ কলিকতাতে আছোঁ, হাৰ্ডিঞ্জ হোষ্টেল ত্যাগ কৰা নাই। এনেতে তুলসীনাৰায়ণ শৰ্মাৰ পৰা বেঙুনীয়া চিয়াহিৰে লিখা কাৰ্ড এখন পালোঁ, লিখিছে, — পৰীক্ষা দিয়া হ'ল যদি গুচি আহা, তোমাৰ কাৰণে জে, বি, কলেজত চাকৰি ওলাইছে। মই যেতিয়া ২৫ নবেম্বৰ তাৰিখে সন্দিকৈৰ কলেজত যোগ দিওঁগৈ মোৰ পৰীক্ষাৰ খবৰ ওলোৱাই নাছিল।

## ১৭

সংস্কৃত ভাষাত বঢ়িয়া বঢ়িয়া সুভাষিত কেতবোৰ পায়। এইবিলাক জ্ঞানৰ ভাণ্ডাৰ। চানেকি দিবলৈ হলে ঃ

প্ৰথমে নাৰ্জিতা বিদ্যা দ্বিতীয়ে নাৰ্জিতং ধনম্।

তৃতীয়ে নাৰ্জিতং পুণ্যং চতুৰ্থে কিং কৰিষ্যতি।।

— আগজীৱনত যদি কিবা জীৱিকাৰ উপায় শিকি লোৱা নহয়, তাৰ পাচত, ঘৰ-সংসাৰ কৰিবৰ সময়ত যদিহে ধন উপাৰ্জন কৰিব পৰা নাযায়, তাৰ পাচত, ভাটি বয়সত, যদি অলপ লোকহিতকৰ কাম কৰা নহয়, তেনেহলে শেহত জীৱনৰ মূল্য বা সাৰ্থকতা কি থাকিল?

আৰু এটা সুভাষিত ঃ

অদাতা বংশদোষেণ কৰ্ম্মদোষাৎ দৰিদ্ৰতা।

উন্মাদো মাতৃদোষেণ পিতৃদোষেণ মূৰ্খতা।।

— নীহ বংশ বা পৰিয়ালৰ মানুহে দান-দক্ষিণা কৰিব নাজানে; কাম ঠিকমতে কৰিব নাজানিলে দৰিদ্ৰ হ'ব লাগে; মাতৃকুলৰ পৰা সোঁচৰে উন্মাদ ৰোগ; আৰু পিতৃৰ বুদ্ধি বৃত্তি কম হলে সন্তানৰো তথৈব।

১৮

মেটাফৰ বা উপমাৰ প্ৰয়োগে কবিতা নহয় গদ্যকো আকৰ্ষণীয় কৰে। উপমাই উক্তিৰ লগত ব্যঞ্জনা সংযোগ কৰে। বুঢ়ী এগৰাকীৰ মুখত এনে বাক্য শুনিবলৈ পোৱা গৈছিল ঃ

চাইকেলখনৰ দেখোন উশাহ গ'ল।

আকাশখন আজি ফুটুকাফুলীয়া হৈছে।

মেকুৰীজনীয়েনো কি ধনচিৰি ৰাগ গাইছে।

নজৰুলৰ গানৰ শাৰী এটিত ভাব আৰু ব্যঞ্জনাৰ সংযোগ হৈছিল এইদৰে ঃ "গানগুলি মোৰ আহত পাখীসম লুটায়ে পৰে তব চৰণে।" এই দুটাৰ লগত সুৰো খাপ খোৱা। তাহানিখন খুৰা এজনে ৰাতি পলমকৈ আহি আহুকাল দিয়া কাৰণে মাই মন্তব্য কৰিছিল এনেকৈ ঃ আহিল নহয় এওঁ নাকৰ আগত বন্তি লগাই!

১৯

বোডলেয়েৰে লিখিছিল ঃ

চুপ. হে মোৰ বেদনা, হোৱা শান্ত থিৰ!

তুমি বিচাৰিছিলা সাঁজ, সাঁজ নামিছে সৌ চোৱা!

এন্ধাৰে চহৰখন ঢাকিছে জাৰেৰে সন্ধিয়াৰ

কোনোলৈ আনি সকাহ, আৰু কোনোলৈ দুশ্চিন্তা।

ৰবীন্দ্ৰনাথ ঠাকুৰৰ 'সন্ধ্যা' কবিতাত আছে ঃ

....... বিষাদেৰ মহাশান্তি

ক্লান্ত ভুবনেৰ ভালে কৰিছে একান্তে

সান্ত্বনা পৰশ। আজি এই শুভক্ষণে,

শান্ত মনে, সন্ধি কৰো অনন্তেৰ সনে

সন্ধ্যাৰ আলোকে।

## ২০

এলাহাবাদৰ 'চইল কেমিষ্ট' অধ্যাপক নীলৰতন ধৰক লগ পাইছিলোঁ লণ্ডনৰ এক সাধাৰণ হোটেলত। পিন্ধন-উৰণত লাহ-বাহ নোহোৱা এই ওখ বয়সীয়া বৈজ্ঞানিকজনে ক'লে, "আপোনালোকৰ বিষ্ণুৰাম মেধি মোৰ সহপাঠী। মই বছৰত এবাৰ চুৰেজ কেনেল পাৰ হৈ এইফালে আহোঁ, কেতিয়াবা কোনো কনফাৰেঞ্চত যোগ দিবলৈ, কেতিয়াবা ভাষণ দিবলৈ।" সেইবেলি তেওঁ গৈছিল বিয়াৰিজ নে কৰবাত ভাষণ দিবলৈ। তেওঁৰ ঘৈনীয়েক কলা-বিশেষজ্ঞ, লণ্ডনত গবেষণা কৰি আছিল। মোৰ হাতত আহোম যুগৰ ৰজা এজনৰ চিত্ৰৰ ফোটো আছিল। ফোটোখন মিচিজ ধৰক দিলোঁ। এই গৰাকী ডঃ ধৰৰ দ্বিতীয় ঘৈনীয়েক ; অকালতে স্বৰ্গী হোৱা প্ৰথম গৰাকীৰ নামত তেওঁ 'শীলা ধৰ ইনষ্টিটিউট অব ছইল ছাইঞ্চেজ' নামৰ এটি বৈজ্ঞানিক অনুষ্ঠান প্ৰতিষ্ঠা কৰিছে। মাটিৰ সাৰৰ ওপৰত গবেষণা কৰি দেশ বিদেশত সুখ্যাতি অৰ্জা এই গবেষকজনৰ লগত কথা- বতৰা কোৱা সহজ, বেচ আত্ম-বিশ্বাসী উৎসাহী লোক। মই উভতি অহাৰ পাচত তেওঁৰ লগত মোৰ দুই এখন চিঠিৰ আদান-প্ৰদানো ঘটিছে। এবাৰ মোৰ চাকৰিৰ উন্নতিৰ সংবাদ জনোৱাত তেওঁ উৎসাহপূৰ্ণ চিঠি দিছিল। ক'ৰবাৰ পৰা আহোঁতে এলাহবাদত ৰবলগীয়া হোৱাত মই এবেলি তেওঁৰ ঘৰত ভুমুকি মাৰিছিলোঁ আৰু বুঢ়াই নিজে কৰা চাহ একাপ খাই আহিছিলোঁ। মিচিজ ধৰ সেই সময়ত ঘৰত উপস্থিত নাছিল। হিন্দুস্তান টাইমজত ১১ ডিচেম্বৰ তাৰিখে (১৯৭৬) ডঃ ধৰৰ বিষয়ে ওলোৱা প্ৰবন্ধ পঢ়ি তেওঁৰ বিষয়ে মনত পৰা কথাখিনি লিখি থলোঁ। বুঢ়াৰ বয়স এতিয়া ৮৫।

## ২১

মই কলেজত পঢ়া দিনত চিনেমা চাবলৈ তৃতীয় শ্ৰেণীত লাগিছিল ।০ আৰু মেটিনিত ১০ পইচা। * মনত পৰে বি-এ পৰীক্ষা দি উঠি চিনেমা চাবৰ কাৰণে সহপাঠী বন্ধু বৰাৰ পৰা চাৰি অনা পইচা ধাৰ কৰিলোঁ। পিচত মই ধাৰ মাৰিব নৌ পাৰোঁতেই বন্ধু এৰমুৱা হল। বৰাক আজি প্ৰায় দুকুৰি বছৰে লগ

* প্ৰথম যি চিনেমা চাইছিলোঁ কৃষ্ণ সুদামা, কিংকং আদি, সেইবিলাকত কথা নাছিল।

পোৱা নাই, কিন্তু ধাৰখিনিৰ কথা মনত পৰিলে অশান্তি পাওঁ। সেই সময়ত আমাৰ দুখীয়া ছাত্ৰৰ কাৰণেই নহয়, অসমৰ বহুত মানুহৰ কাৰণে ধন আছিল দুৰ্লভ, আনহাতে এপইচাৰো মূল্য এতিয়াৰ ১৫/২০পইচাতকৈ সৰহ আছিল! সেই সময়ত দুপইচা বা তিনি পইচাত (৯পাই) এটা কণী পোৱা গৈছিল, এতিয়া কণীৰ দাম ৫০/৬০পইচা – অৱশ্যে তেতিয়াৰ পইচা আৰু এতিয়াৰ পইচাৰ মূল্যৰ মাজত অলপ পাৰ্থক্য আছে। তেতিয়া ৬৪ পইচাত এটকা, এতিয়া এটকাত ১০০ পইচা। তেতিয়া ৬ (আজিকালিৰ ন পইচা) পইচাত চাউল এসেৰ পায়, এতিয়া? তেতিয়া এপইচাত চাৰিখন তামোল, এতিয়া এখনৰ দাম পাঁচ পইচা। বি-এ পঢ়ি থাকোঁতে মই কোট চিলাইছিলোঁ – কাপোৰ চাৰিগজৰ দাম আছিল ২ টকা আৰু চিলাই লৈছিল ৩ টকা। স্কুলত পঢ়া দিনত আছিল তাতকৈয়ো কম।

মই স্কুলত পঢ়া দিনত টোকাবহী এটা ৰাখিছিলোঁ। তাত আছে ভাৰস্তৰ খবৰ। কি কিতাপ পঢ়িলোঁ, কি কিনিলোঁ, কোনটো পৰীক্ষাত কি নম্বৰ পালোঁ, ক'ত কি ঘটিল, কেতিয়া গান্ধী নাইবা সুভাষচন্দ্ৰ বসু আহিল, কোন মৰিল, ইত্যাদি ইত্যাদি। উদাহৰণ স্বৰূপে, ১৯৩১ চনত গুৱাহাটীৰ জনসংখ্যা আছিল ২১,৭৯৭, শ্বিলঙৰ ২১,৩০০, যোৰহাটৰ ৮,৩৩৪। ১৯৩৩ চনত মই ১১৮ খন বাহিৰা কিতাপ পঢ়িছিলোঁ, তাৰে ৬০ খন ইংৰাজী। মই তেতিয়া অষ্টম শ্ৰেণীৰ ছাত্ৰ। এই টোকাবহীৰ পৰা বস্তুবেহানিৰ দাম সম্পৰ্কে অলপ আভাস দিওঁ, কিয়নো এইবিলাক এতিয়া বুৰঞ্জীৰ সমল।

১৯৩২ চনত ভাল বিলাতী কাঠপেঞ্চিলৰ দাম ৩ পইচা, কাগজৰ দিস্তাত ৬পইচা; পোষ্ট কাৰ্ডৰ দাম ৩পইচা। ভাল জাৰ্মান ছুৰি এখনৰ দাম তিনি অনা চৌধ পইচা। ১৯৩৫ চনত খুড়া এজনে কামিজ এটা চিলাবলৈ দিছিল এটকা, মুঠ খৰচ পৰিল – এটকাৰ এপইচা কম। ১৯৩৭ চনত চুৱেড চামৰাৰ কলা পামশ্যু এজোৰ কিনিছিলোঁ তিনি টকা ছঅনাত। ভাল মহৰ ঘিউৰ সেৰে ১।০, গাখীৰ টকাত পাঁচসেৰ; মই অৱশ্যে গুৱাহাটীৰ কথাহে কৈছোঁ। এইবিলাক কথা মনলৈ আহিলে বেজাৰহে লাগে। বস্তুৰ দাম চৰিল, সেই হিচাপত মানুহৰ উপাৰ্জন নাবাঢ়িল, লাঠুৱাবিলাকৰ কথা নধৰিলে। অন্ততঃ মহাযুদ্ধ আমাৰ দেশ আহি নৌপোৱালৈকে বস্তু-বেহানিৰ দাম যথেষ্ট সস্তা আছিল।

বস্তু সস্তা হোৱাৰ এটা কাৰণ ১৯২৯/৩০ চনৰ জাগতিক অৰ্থনৈতিক সংকট বা দুৰ্বলতাও হ'ব পাৰে। যেতিয়া ধনেই আছিল, দুৰ্লভ, বস্তুতো সুলভ হ'বই! আনহাতে সেই সময়ত ছাত্ৰ-ছাত্ৰীৰ ধুনপেচো আছিল কম। গতিকে নিৰৰ্থক পইচা উৰুওৱা কথা নুঠে বুলিলেই হয়।

## ২২

মোৰ দ্বিতীয় খুৰা দেৱদত্ত গোস্বামী ওখই-পাখই যেনে ভব্য মানুহ আছিল প্ৰকৃতিতো আছিল পোন, একাচেকা। গুণী মানুহ; সঙ্গীত, এম্ব্ৰইডাৰি, শাক-পাচলিৰ খেতি, ঘৰ সজোৱা, ৰন্ধা-বঢ়া, শিক্ষণ, শৃঙ্খলা — সকলোতে চৰা। ইংৰাজীৰ উচ্চাৰণো মোতকৈ সম্ভব ভাল আছিল। বন্ধু এজনৰ সৈতে তেওঁ তৰুণৰাম ফুকনৰ ছোৱালী চাবলৈ গৈছিল আৰু ইন্টাৰভিউত তেওঁৰ বন্ধুৱে সুধিছিল, "এওঁৰ মাকহঁতৰ দৰে ৰাতিপুৱা গোহালীৰ গোবৰ পেলাব পাৰিবা?" এওঁকে বোধকৰোঁ লক্ষ্মীধৰ শৰ্মাই বিয়া কৰাইছিল। কল্পনা শক্তিৰ অভাবৰ কাৰণেই খুৰাই আনৰ দৃষ্টিভঙ্গী বুজিবলৈ টান পাইছিল। তেওঁৰ বিবেচনাহে শুদ্ধ - এনে আছিল তেওঁৰ ধাৰণা। মানুহজন ভিতৰত মৰমিয়াল হোৱা সত্ত্বেও বুজাবুজিৰ গোলমালত মই নাইবা তেওঁৰ পৰিয়ালে অসুবিধা ভুগিছিলোঁ।

প্ৰথম অসহযোগ আন্দোলনৰ সময়ত খুৰাই কলেজ এৰি খৰিৰ ব্যৱসায়ত ধৰিছিল। ব্যৱসায় মানে ওচৰৰ পাহাৰৰ পৰা খৰি কাটি আনি বেচা। স্কুলত পঢ়া দিনত তেওঁ কাণ্ড এটা কৰিছিল। ফাঁচী বজাৰৰ কোনো মাৰোৱাৰী ব্যৱসায়ী এজনে হৰিনাথ গগৈ নামৰ শিক্ষক এজনক অপমান কৰিলে। খুৰাই কথাটো শুনিবলৈ পাই দুজনমান সঙ্গী লৈ গৈ সেই ব্যৱসায়ীক পিটন দিলে। গোলমাল ডাঙৰেই হ'ল। যেতিয়া কলেজিয়েট হাইস্কুলৰ ছাত্ৰবিলাকক থিয় কৰি চিনাক্তকৰণ চলিছিল তেতিয়া খুৰা থিয় হৈছিল মূৰৰ চুলি খুৰাই টিকনি ওলোমাই। শেহত যেনিবা ঘটনাটো মিতমাত কৰা হ'ল।

খুৰা তেতিয়া তেজপুৰ চৰকাৰী হাইস্কুলৰ মাষ্টৰ। আই-এ পৰীক্ষা দি উঠি মই তেজপুৰলৈ গ'লোঁ আৰু ডেৰমাহমান থাকিলোঁ। ইতিমধ্যে মোৰ চকুৰ অসুখ আৰম্ভ হৈছিল। খুৰাক ভয় ভয়কৈ চশমা লগাৰ কথা কলোঁ। তেওঁ সমিধান দিলে এইদৰেঃ "চকু বেয়া হোৱাৰ কি কাৰণ? ব্ৰহ্মচৰ্য্য পালন কৰিবি

আৰু মিঠা তেলৰ চাকি লৈ পঢ়িবি।” তাতেই শেহ।

মই চশমা লব পাৰিলোঁ চতুৰ্থ বাৰ্ষিক শ্ৰেণীত, ১৯৩৯ চনৰ জুলাই মাহত। ১৯৬১ চনৰ মে মাহত চেমিনাৰ এটাত যোগ দিবৰ কাৰণে মোৰ শ্ৰীনগৰলৈ যাবলগীয়া হয়। সেই সময়ত খুৰাৰ বেমাৰ, তেওঁ শ্বিলঙৰ ৰবাৰ্টছ হস্পিটেলত। মই যোৱাৰ আগেয়ে তেওঁৰ খবৰ লৈ যাওঁ। উভতি আহি মই তেওঁক আৰু নাপালোঁ। মানুহজন দেখাত আছিল টান, কিন্তু আঁৰত লুকাই আছিল এখন মৰমিয়াল অন্তৰ। খুৰাই গান গাইছিল; তেওঁ গোৱা খাচিয়া গান দুটামানৰ ৰেকৰ্ড এতিয়াও শ্বিলঙৰ ৰেডিয়ো ষ্টেশ্যনত পোৱা যাব।

## ২৩

মিছা কথা কোৱা অভ্যাস মোৰ কম। কথা দিলেও মই কথা ৰাখোঁ। তথাপি জীৱনকালত যে মিছা কোৱা নাই বা ফাকি দিয়া নাই এনে কথা কেনেকৈ কওঁ? পঁচা দিনৰ কথা। পিতা অকালতে ঢুকোৱাত মোক লৈ আহি জেঠাইৰ ঘৰত জমা দিয়া হ'ল। তেওঁৰ লৰা-ছোৱালী নাছিল, তেওঁৰ মৰমৰ ভায়েকৰ বংশধৰ মইয়ে তেওঁৰ সন্তানবৎ হলোঁ। জেঠা সহদেৱ গোস্বামী আছিল গুৱাহাটী সদৰ মজলীয়া স্কুলৰ (এতিয়া লুপ্ত) হেড পণ্ডিত। তেওঁ যেতিয়া ১৯২৮ চনত অৱসৰ লয় তেতিয়া তেওঁৰ দৰমহা হৈছিলগৈ ১০০ টকা —সেই দিনত বহুত। পেঞ্চন পালে ৫০ টকা। তাৰে ঘৰখন চলে। আলহী-অতিথি থাকে, অলপ দান-দক্ষিণাও চলে। সংসাৰখন চলে যদিও ওপৰঞ্চি ধন নাই। এবাৰ হ'ল কি, মোৰ সম্পৰ্কীয় মামা এজনে বি-এছ ছি পৰীক্ষা দি উঠি ঘৰলৈ যাবৰ সময়ত দুখন কিতাপ কিনি পঠিয়াবলৈ মোৰ হাতত টকা দহটা দি গ'ল। মই কিতাপ দুখন পঠিয়ালোঁ, হাতত বাকী ৰ'ল তিনি টকা। টকা হজম হ'ল। এনেতে আহিল তাগিদ টকা কেইটাৰ কাৰণে (ওপৰত আভাস দি আহিছোঁৱে টকাৰ মূল্য তেতিয়া কিমান)। কি কৰা যায় মোৰ চিন্তা কৰিবলগীয়া হ'ল। শেহত জেঠাইক কলোঁ, কিতাপ এখন কিনিবলৈ মোক টকা তিনিটা লাগে। জেঠাইয়ে দিলে যেনিবা। ধাৰখিনি মাৰি উঠি জেঠাইক কলোঁ, কিতাপখন কিনা হ'ল। কথাটো ভাঙি কোৱা হলেই হয়তো ভাল হ'লহেতেন, কিন্তু সাহৰ অভাব হ'ল।

## ২৪

কলেজত পঢ়া দিনত যে আমি 'প্ৰগতি' শব্দটো শুনা নাছিলোঁ এনে নহয়, মাথোন এই শব্দটোৰ ৰাজনৈতিক নাইবা মাৰ্ক্সীয় ব্যাখ্যা সম্বন্ধে তেতিয়া আমাৰ জ্ঞান হোৱা নাছিল। এই জ্ঞান লভিলোঁ আমি কেইবছৰমান পিচত, মহাযুদ্ধৰ প্ৰভাৱতে বুলি কব পাৰি। এই প্ৰসঙ্গত কৈ যোৱা যুগুত যে মাৰ্ক্সীয় দৰ্শনৰ মূল সূত্ৰৰ প্ৰতি শ্ৰদ্ধা থাকিলেও এই দৰ্শনৰ নামত যিবিলাক পন্থা অনুসৰণ কৰা হয় সেইবোৰ মই কেতিয়াও সৰ্বান্তঃকৰণে সমৰ্থন কৰিব পৰা নাই। মই নিজৰ মনটো আপেক্ষিকভাবে স্বাধীন কৰিয়ে ৰাখিলোঁ। আন দুই-চাৰি সমবয়সীৰ দৰে ততালিকে নিজক বিক্ৰী নকৰিলোঁ, ফলত মোৰ তেনে মানসিক দ্বন্দ্বও নুপজিল আৰু শেহত লুটি-বাগৰ খাবৰ দৰ্কাৰো নহ'ল। সভা-সমিতিৰ লগতো মই জড়িত হবলৈ টান পাওঁ।

মনৰ স্বাধীনতাত মই কিমান মূল্য দিওঁ তাৰ চানেকি মোৰ পৰিয়ালৰ পৰাই দিব পাৰি। মোৰ বৰ ল'ৰাই পঞ্চম নে ষষ্ঠ শ্ৰেণীত পঢ়ি থাকোঁতে সৈনিক স্কুলৰ বাছনি পৰীক্ষা দিছিল – তাৰ নিজৰ উদ্যোগতে। সি বাছনিত উঠিল আৰু ময়ো পঠিয়াবৰ মন কৰি কাপোৰ-কানি যি লাগে গোটাব ধৰিলোঁ। শেহত টাইপ কৰিব লগা হ'ল এখন চুক্তিপত্ৰ। এই চুক্তি পাঠ কৰি মই বোধ কৰিলোঁ যে মই ল'ৰাক সৈনিক স্কুললৈ মাথোন পঠিওৱা নাই, তাৰ শৰীৰ মনো বিক্ৰী কৰিবলৈ ওলাইছোঁ। মই নিজৰ জীৱনৰ কথা ভাবিলোঁ, স্বাধীন মুকলি মন এটাৰে কেনেকৈ স্বইচ্ছাই জীৱন গঢ় দিব পাৰি সেই কথা চিন্তা কৰিলোঁ আৰু শেহত ল'ৰাক নপঠিয়ালোঁ। মোৰ ল'ৰা পৰিশ্ৰমী আৰু ধৈৰ্য্যশীল, সি হয়তো সৈনিক স্কুললৈ গৈ উন্নতিয়ে কৰিলেহেঁতেন, তাক নপঠিওৱা কাৰণে সি হয়তো মোক বেয়াই পালে। আনহাতে, ডাঙৰ হলত তাৰ স্বাধীন (কেতিয়াবা অবাধ্যও!) চাল-চলনত মই হকাবধা কৰা নাই। সি এতিয়া পঢ়াৰ বাহিৰেও আন দুই এটি বিদ্যা আয়ত্ত কৰিছে। এইখিনিতে যোগ কৰা যুগুত যে মনৰ স্বাধীনতা (যি আপেক্ষিক) আৰু ব্যক্তিস্বাতন্ত্ৰ্য – এই দুটি সুকীয়া কথা, দুয়োটাকে মই সমাৰ্থক কৰিব খোজা নাই।

কবলৈ গৈছিলোঁ প্ৰগতিৰ কথা। আমি যেতিয়া তৃতীয় বাৰ্ষিক শ্ৰেণীত

পঢ়ো। তেতিয়া প্ৰায়ে গোট খাওঁ পথেকীয়া জয়ন্তীৰ সম্পাদক কবি ৰঘুনাথ চৌধাৰীৰ ঘৰত। বুঢ়াই আমাক মৰম কৰে, কাৰোবাৰ কিবা সম্ভাৱনা থাকিলে ধৰিব পাৰে আৰু সেইমতে উৎসাহ দিয়ে। চৌধাৰীদেৱৰ নেতৃত্বতে 'প্ৰগতি সমিতি' স্থাপিত হৈছিল ১৯৩৮ চনৰ আঠ নৱেম্বৰ তাৰিখে। "এই সভাৰ উদ্দেশ্য হৈছে জাতীয় সাহিত্যৰ উৎকৰ্ষ সাধনৰ নিমিত্তে আলোচনাৰ মাজেৰে নতুন সমল সৃষ্টি কৰা।"

এই দেওবৰীয়া আড্ডাত তৰ্ক, আলোচনা, ৰচনা পাঠ আদি চলিছিল আৰু ই এবছৰমান বৰ্তি আছিল। তৰুণৰাম ফুকনৰ মৃত্যুত পতা শোক সভাত নিৰিপিকুমাৰ বৰুৱাইও যোগ দিছিলহি। সভ্যসকলৰ ভিতৰত কেইজনমান সংসাৰৰ পৰা আঁতৰিলেই, তথাপি উল্লেখ কৰিব লাগিলে -- ভবানন্দ দত্ত, চন্দ্ৰেশ্বৰ ভট্টাচাৰ্য, প্ৰভাতচন্দ্ৰ বৰুৱা -- এওঁলোক আঁতৰিল। আন সভ্য আছিল অতুলচন্দ্ৰ বৰুৱা, মহেশচন্দ্ৰ দেৱ গোস্বামী, দুলালচন্দ্ৰ বৰপূজাৰী, সুৰেন্দ্ৰ মোহন চৌধুৰী, আব্দুল মালিক আৰু দুই এজন। মই আছিলোঁ সম্পাদক। অধ্যয়নশীল উদ্যোগী ছাত্ৰক উৎসাহ দিয়া শিক্ষক সৰহ নোলায়। কলেজৰ অধ্যাপক সকলোভাগেই যন্ত্ৰবৎ। আমি যুগুত কৰা 'চিন্তা ধাৰা' কিতাপখন প্ৰকাশ কৰিবৰ সময়ত আমাক ঘাইকৈ সহায় কৰিছিল আমাৰ প্ৰিন্সিপেল সতীসচন্দ্ৰ ৰায়ে। তেওঁ দিয়া ৩৫ টকাৰে আমি কিনিছিলোঁ এন্টিক কাগজ (কি যে সস্তা আছিল সেই দিনত!); ডঃ ভূঞাই দিছিল ১৫ টকা। তেওঁৰ বিলাতৰ পৰা উভতি আহি দিয়া ভাষণ এটাও কিতাপখনত সোমাইছিল। দুই দিগ্‌গজৰ পৰা কাবৌকোকালি কৰি উলিয়াইছিলোঁ একোটাকে টকা। দুয়োজনেই পিচত ভাইচ-চেন্সেলৰ হৈছিলগৈ। 'চিন্তাধাৰা' আমি ৫০০ কপিহে ছপাইছিলোঁ। ছপোৱা খৰচ সম্ভব ১৩০ টকামানহে হৈছিল। তাৰে কিছুমান আছিল পকা বন্ধা। কিতাপখনত আমি ন ন বিষয় আলোচনা কৰিবলৈ যত্ন কৰিছিলোঁ।

## ২৫

জীৱনত ছাকছেহ বা কৃতকাৰ্যতা নিৰ্ভৰ কৰে কিহত? আপুনি চাকৰি, ব্যৱসায় নাইবা কিবা অসৎ উপায়ে সা-সম্পত্তি কৰিলে, ল'ৰা-ছোৱালী পঢ়ালে-শুনালে, আৰু শেহত অৰ্থচিন্তা নোহোৱাকৈ দিন কটালে। আমাৰ সৰহ ভাগৰে

বিবেচনাত আপোনাৰ জীৱন কৃতকাৰ্য্য। মই ওপৰত মনৰ স্বাধীনতাৰ গৌৰৱ গাইছোঁ। মনৰ স্বাধীনতাই সকলোনে? সম্ভৱ কৃতকাৰ্য্যতাৰ কাৰণে কিছু পৰিমাণে বুদ্ধি, আৰু তাতকৈও লাগে ধৈৰ্য্য বা অধ্যৱসায়। আৰু অদৃষ্ট? এই বিষয়ে কোৱা বৰ টান। এইটো বিষয়ত মাত নমতাই ভাল। কোৱা হয় – ভাগ্যঃ ফলতি সৰ্বত্ৰ।

বি-এ পাছ্ কৰাৰ পাচত মই অসম চৰকাৰৰ চেক্ৰেটেৰিয়েটত সোমাইছিলোঁ, তাত শেহলৈ থকাহেতেন অন্ততঃ ডেপুটি চেক্ৰেটেৰি বাব লৈ জিৰণি লব পাৰিলোঁহেতেন। কটন কলেজত আছিলোঁ চাৰে তিনি বছৰ, তাত থকাহেতেন অন্ততঃ ইংৰাজী বিভাগৰ মুৰব্বী হৈ অৱসৰ গ্ৰহণ কৰিলোঁহেতেন। এই বিলাকো চাগৈ আমাৰ সমাজত কৃতকাৰ্য্যতাৰ চিন হ'লহেতেন। ১৯৪৫ চনত পাব্লিক চাৰ্ভিচ পৰীক্ষা দিয়াৰ পাচত মাটিৰ হাকিমৰ পদ এটা পাবৰ আশা হৈছিল, মই সেইটো নেওচি আহিলোঁ কটন কলেজলৈ। চবডেপুটি হোৱাহেতেন হয়তো সৰহ ধন উপাৰ্জন কৰিব পাৰিলোঁহেতেন, নাইবা মনোযোগেৰে কাম কৰি প্ৰমোচন লৈ সময়ত ডেপুটি কমিছনাৰ পদ লাভ কৰিলোঁহেতেন। মহাযুদ্ধৰ পাচত প্ৰমোচন সহজ হৈ পৰিছিল। আনহাতে এতিয়া চাওক। মেট্ৰিকুলেছন পৰীক্ষা দি উঠি কলেজ যে পামগৈ এনে ভাৰসা মোৰ নাছিল। মই বৃত্তিও পোৱা নাছিলোঁ। বি-এ পাছ্ কৰা যেনিবা হ'ল। তাৰ পাচত সমুখত দুৰ্ভেদ্য দেৱাল। ৩০ টকীয়া মাষ্টৰী এটাও তেতিয়া দুৰ্লভ! টিউছনী অৱশ্যে পোৱা গৈছিল। শ্বিলং পাই মাষ্টৰী কৰিলোঁ, পৰীক্ষা দি কেৰাণী কাম পালোঁ, শেহত বিবিধ উপায় কৰি, স্থায়ী চাকৰি ইস্তফা দি, পালোঁগৈ কলিকতা।

সেই সময়ত তাৰ ৰাজনৈতিক পৰিবেশ বেয়া। ১৯৪৩ চনৰ দুৰ্ভিক্ষ। গাঁৱৰ পৰা হাজাৰে হাজাৰে চেৰেলা নৰ-নাৰী কলিকতাৰ বাট-পথ ভৰি পৰিছেহি। বাটৰ কাষত কেঁচুৱা বা শিশু মৰি পৰি আছে। মাইকী মানুহ পগলা হৈ উদং গাৰে দৌৰি ফুৰিছে। কি যে অৱস্থা, নেদেখিলে কল্পনা কৰিবলৈ টান। গান্ধীজী জেলত, মুছলমানসকলে কংগ্ৰেছৰ লগত সহযোগিতা কৰিব খোজা নাই। ক্লাছ প্ৰায়ে ছুটি দিবলগীয়া হয় বাহিৰৰ পৰা অহা ছাত্ৰৰ অনুৰোধত।

আমি হাৰ্ডিঞ্জ হোষ্টেলৰ কেতবিলাক ছাত্ৰ এদিন গৈছিলোঁ কংগ্ৰেছী নেতা কিৰণশংকৰ ৰায়ক লগ পাবলৈ। তেওঁ বেজাৰ মনেৰে কৈছিল, "ভুল

আমাৰে হ'ল, আমি সাধাৰণ মুছলমানক নিজে লগ নধৰিলোঁ, নির্ভৰ কৰিলোঁ তেওঁলোকৰ নেতাসকলৰ ওপৰত।"

এই সময়ত কমিউনিষ্ট ডেকাবিলাকেও আত্মপ্রকাশ কৰিবলৈ ধৰিছে। পোনতে তেওঁলোক কংগ্ৰেছৰ আৰু সাম্রাজ্যবাদী সংগ্রামৰ আছিল বিপক্ষে, যেই জার্মানিয়ে ৰাছিয়া আক্রমণ কৰিলে, এই সংগ্রাম হৈ পৰিল 'জনগণৰ সংগ্রাম', সেইকাৰণে সমর্থন যোগ্য। আমি লগ পোৱা শুৱনিকৈ এক কমিউনিষ্ট ডেকা সম্ভৱ সুভাষচন্দ্ৰৰ ভতিজাক আছিল। এইবিলাকৰ উপৰি কাৰোবাৰ ঘৰত বেমাৰ, তাতো আলপৈচান ধৰিব লাগে। এই বিশৃঙ্খল বেমেজলীয়া পৰিস্থিতিত যে কেনেকৈ পৰীক্ষাটো পাছ কৰি আহিলোঁ ভাবিলে আচৰিত আচৰিত লাগে। মোৰ যদি কিবা কৃতকার্য্যতা কবলৈ গলে এই এম-এ ডিগ্রিটোৱে তাৰ আৰম্ভণি।

এতিয়া আকৌ ঘুৰিলৈ যাওঁ। মোৰ কৃতকার্য্যতা নির্ভৰ কৰিলে ডিগ্রিটোৰ ওপৰত, নে মোৰ সমুখলৈ চোৱা এটি অভ্যাস আৰু অলপ ধৈর্য্যৰ ওপৰত? মুঠৰ ওপৰত কৃতকার্য্যতা বা ছাকছেছ সম্পর্কে মোৰ স্থিৰ সিদ্ধান্ত একো নাই। যুগ অনুসৰি মোৰ ল'ৰা- ছোৱালীয়ে মোৰ দিনতকৈ সৰহ স্বাধীনতা আৰু সৰহ সা-সুবিধা লাভ কৰিছে। মোৰ ইয়াতকৈ কবলৈ বিশেষ নাই, মাথোন কেতিয়াবা কওঁ: যিহকে কৰ মন দি কৰিবি; প্রতিযোগিতাপূর্ণ সমাজত বুদ্ধিহীন, অকামিলা আৰু অধৈর্য্য লোকে সৰহ কষ্ট ভুগে। চৌপাশে দৌৰি ফুৰাতকৈ এটা বিষয়তে পাগর্ত হবলৈ চেষ্টা কৰিলে ভাল।

অৱশ্যে ধনুৰ কাৰণে এডাল ওপৰঞ্চি গুণ ৰখা দৰে দ্বিতীয় বিদ্যা বা কৌশল এটা থাকিলেও ভালনে কি! মোৰ কলম চলোৱা অভ্যাসটি থকা কাৰণে মই কলিকতাত পঢ়া কালত অল ইণ্ডিয়া ৰেডিয়োৰ পৰা প্রায় এবছৰ মাহে ৪০/৫০ টকা উপার্জন কৰিছিলোঁ আৰু সেই ধন নাপালে মোৰ মস্কিলে হ'লহেতেন।

## ২৬

মোৰ ধাৰণা যি শিক্ষাই আমাক স্বাৱলম্বী কৰিব নোৱাৰে সেই শিক্ষা অসার্থক। প্রথমতে ভাতমুঠি, তাৰ পাচতহে আন কথা। ভাতমুঠিৰ কাৰণে সংগ্রাম কৰোঁতেই কিছুমানৰ কিবা বিশেষ গুণ থাকিলেও সি মুজুৰা মাৰে।

স্বাধীন ভাৰতৰ শিক্ষা গুৰিৰ পৰা আংশিকভাবে বৃত্তিমূলক কৰাহেঁতেন শিক্ষা হ'লহেঁতেন উৎপাদনমূলক, দেশৰ দাৰিদ্ৰ্য কমিলহেঁতেন, শ্ৰেণীভেদ দুৰ্বল হ'লহেঁতেন, আৰু ডেকা-ডেকেৰীৰ মনতো এনে নৈৰাশ্য আৰু বিক্ষোভ সৃষ্টি নহলহেঁতেন। আমাৰ বিদ্যা ঘাইকৈ পুস্তকস্থা বিদ্যাই হৈ ৰ'ল। জীৱন সংগ্ৰামৰ অন্য প্ৰকাৰো আছে! ই হ'ল অনুভূতিশীল, চিন্তাশীল লোকৰ মানসিক সংগ্ৰাম। এই সংগ্ৰাম সাধাৰণ ভাত মুঠিৰ সংগ্ৰামতকৈও ভয়াবহ হব পাৰে। কেতিয়াবা এনে ভাবো হব পাৰে ঃ দুশ্চিন্তা, বেদনা. অভাব, একেলেথাৰিয়ে চলা আমনি — এইয়ে জীৱন; যি সুখ পোৱা যায় সি হ'ল কদাচিৎ লাভ কৰা সকাহ, আকস্মিক, খন্তেকীয়া।

চেতন মনৰ (সংজ্ঞাৰ প্ৰৱাহৰ) আভাস দি উপন্যাস ৰচা প্ৰতিভাশালী আৰু মেধাবী ভাৰ্জিনিয়া ৱোলফে আত্মহত্যা কৰিছিল কিয়? মিচিজ ৱোলফে ১৯৪১ চনৰ এপ্ৰিল মাহত ঘৰৰ ওচৰৰ আউজ নদীত জাপ দি মৰাৰ আগতে গিৰিয়েকলৈ লিখি গৈছিল ঃ "মোৰ ভাব হয় যেন মই বলিয়া হম, এই নিষ্ঠুৰ কালত মই আৰু থাৱৰিব নোৱাৰোঁ। মোৰ কাণত কোনোবাই কথা কোৱা শুনো আৰু কামত মোৰ মন নবহে। এই অৱস্থাৰ লগত মই যুজিছোঁ, কিন্তু আৰু যুজিব নোৱাৰোঁ।"

কবলৈ গলে জন্ম পোৱাটো টান নহয়, বৰ্ত্তি থকাটোহে টান! জীৱনৰ যত আঁচনি-পাঙনি সকলোৰে শেহ মৰণত। কিছুমান বছৰৰ আগতে এদিন বাটেৰে কৰবালৈ যাওঁতে মনত ভুমুকিয়াইছিল এই সত্যই ঃ জীয়াই থকাৰ অৰ্থ এনে আঁচনি কৰা যাৰ সহায়ত মানুহে আৰামেৰে, কষ্ট নোপোৱাকৈ, আঁতৰি যাব পাৰে।

যিবিলাক লোকৰ ঈশ্বৰত গভীৰ বিশ্বাস সেইবিলাকৰ চিন্তাৰ প্ৰক্ৰিয়া হয়তো এই ধৰণৰ নহব, হব চাগৈ ৰবীন্দ্ৰনাথে গোৱা দৰে ঃ

আমাৰে না যেন কৰি প্ৰচাৰ
আমাৰ আপন কাজে;
তোমাৰি ইচ্ছা কৰো হে পূৰ্ণ
আমাৰ জীৱন মাঝে।

অৰ্থাৎ, হৃদি স্থিত হুয়া তুমি যেন কৰাবাহা স্বামী।

বুঢ়া টলষ্টয়েও এদিন জীয়াই থকা নিৰৰ্থক বোধ কৰি মনে মনে ঘৰ ত্যাগ কৰিছিল। এওঁলোকৰ সমস্যা আছিল মানসিক, শাৰীৰিক নহয়।

২৭

নিজৰ খাবলৈ ববলৈ থাকিলে সৎ হোৱা সহজ, অভাবতহে মানুহৰ স্বৰূপ প্ৰকাশ পায়।

২৮

গান্ধীয়ে হেনো মন্তব্য কৰিছিল ঃ ভাৰতবৰ্ষত দৰ্শনৰ অভাব নাই, অভাব মাথোন প্ৰাণশক্তিৰ।

২৯

এটি কছাৰী যোজোনা আছে, তাৰ অৰ্থ ঃ মতা মানুহ দিনত বাঘ, ৰাতি বান্দৰ। বান্দৰ কিয় বুলিলে?

৩০

বিশ্বব্ৰহ্মাণ্ড ইমান বিশাল, বিশ্বব্ৰহ্মাণ্ড বোলে বহলিয়ে আছে। যদিহে এই বিশ্বব্ৰহ্মাণ্ডৰ এজন স্ৰষ্টা নাইবা ঈশ্বৰ আছে, তেওঁ ইমান ডাঙৰ, ইমান ওপৰৰ, তেওঁৰ বিষয়ে মই মূৰ ঘমোৱাৰ যুক্তি ক'ত?

৩১

পৰম ব্ৰহ্ম, ঈশ্বৰ, এইবিলাক বিষয়ত মোৰ ৰাপ নাই। যদিহে জীৱনৰ অভিজ্ঞতাৰ পৰা কিবা শিক্ষা লাভ কৰিছোঁ তেনেহলে সেই শিক্ষা এইকেইটা ঃ পৰাপক্ষত লোকৰ অন্যায় নকৰিবা; যথা শক্তি নিজৰ দায়িত্ব পালন কৰিবা; আৰু বিশেষ ক্ষতিগ্ৰস্ত নোহোৱাকৈ যদিহে পাৰা লোকক সহায় কৰিবা। এইয়া সৰু মানুহৰ সৰু জীৱন-দৰ্শন, কিন্তু এইখিনি পালন কৰিব পাৰিলেও সমাজৰ সমস্যা বহুত পাতলিব।

৩২

মূৰৰ পাগুৰীৰে গহীন গম্ভীৰ নলবাৰী সত্ৰৰ প্ৰতাপচন্দ্ৰ গোস্বামী আছিল পণ্ডিত লোক। তেওঁৰ আত্মজীৱনী দুবছৰমান আগেয়ে প্ৰকাশ হৈছে। শৰৎচন্দ্ৰ গোস্বামীয়ে যে মাজে সময়ে ককায়েকৰ পৰা কথা-বতৰা জানি লৈ ইংৰাজীত প্ৰবন্ধ ৰচনা কৰিছিল এই কথা মই গম পাওঁ। শৰৎচন্দ্ৰ গোস্বামীয়েহে সম্ভব অসমীয়া বৈষ্ণৱ ধৰ্ম্মত বৌদ্ধ ধৰ্ম্মব্যৱস্থাৰ প্ৰভাব বৈ যোৱা বুলি প্ৰথমে ঘোষণা কৰিছিল, ১৯২১ চনৰ কলিকতাত বহা অৰিয়েন্টেল কনফাৰেঞ্চত। হেমচন্দ্ৰ গোস্বামীয়ে গোস্বামীৰ ভাষণ বাৰু পোৱা নাছিল।

প্ৰতাপচন্দ্ৰ গোস্বামীয়ে অকণমান হাঁহি লাহে লাহে কৈ যায়, কোনো পক্ষপাতিতা নকৰাকৈ। তেওঁৰ পৰা বৈষ্ণৱ ধৰ্ম্ম সম্বন্ধে মই কিছু জ্ঞান লভিছিলোঁ (১৯৪৬)। তেওঁ কৈছিল ঃ বাসুদেৱ, সংকৰ্ষণ (বলভদ্ৰ), প্ৰদ্যুম্ন (কৃষ্ণৰ পুত্ৰ), আৰু অনিৰুদ্ধৰ (কৃষ্ণৰ নাতি) পূজা অতি প্ৰাচীন। এই কেইজনৰ পাৰমাৰ্থিক অৰ্থ হ'ল পৰমাত্মা, জীৱাত্মা, মন আৰু অহঙ্কাৰ। শঙ্কৰী যুগত বাসুদেব-কৃষ্ণৰ পূজা প্ৰচলিত হ'ল। কৃষ্ণৰ মূৰ্ত্তি বৈষ্ণৱে আওকাণ নকৰিলেও সকলো সত্ৰত এই মূৰ্ত্তি নাই। বাসুদেব আৰু সংকৰ্ষণৰ মূৰ্ত্তি আগৰ পৰা আছিল। পুৰণি থানবিলাকত সত্ৰ পাতোঁতে আগৰ সংকৰ্ষণ আৰু বাসুদেবৰ মূৰ্ত্তিকে থাপিলে। নতুন সত্ৰত শ্ৰীকৃষ্ণৰ মূৰ্ত্তি থাপিলে। কৃষ্ণৰ হাত দুখন, বাসুদেব চতুৰ্ভুজ। বাসুদেবৰ শঙ্খ লক্ষ্মীশ্ৰীৰ প্ৰতীক, গদা ন্যায় বা ৰাজদণ্ডৰ, পদ্ম আশীৰ্বাদৰ, আৰু চক্ৰ দুষ্কৃতি নাশৰ প্ৰতীক।

বৈষ্ণৱ ধৰ্ম্মত গুৰু অপৰিহাৰ্য্য। তন্ত্ৰতো গুৰু বাদ আছে। বৈদিক যুগতো আছিল। তেতিয়া উপনয়নৰ সময়তে যি দীক্ষা দিয়া হৈছিল। পুৰাণ আৰু তন্ত্ৰৰ মতে পিচত আকৌ দীক্ষিত হব লাগে। বৌদ্ধ, শিখ, জৈন, সুফী সকলো মতবাদতে গুৰুৰ স্থান আছে।

বৈষ্ণৱ ধৰ্মত ভক্তিৰ ক্ষেত্ৰত শ্ৰেণী বিভাগ নাই। ভাগৱততো এই কথা আছে। এই আদৰ্শ দাক্ষিণাত্যৰ পৰা (যমুনাচাৰ্য) উত্তৰ ভাৰতলৈ বিয়পে।*

* প্ৰকৃততে ৰামানন্দইহে এই দৃষ্টি ভঙ্গী সুস্পষ্টকৈ ডাঙি ধৰে। ৰামানন্দৰ উক্তি – 'জাতিপাতি পুছই নাহি কোই, হৰিকো ভজই সো হৰিকো হোই' আছিল যুগান্তৰকাৰী।

বিষ্ণুপুৰী সন্ন্যাসীৰ 'ভক্তি ৰত্নাৱলী' হাতত পৰাত শঙ্কৰদেৱে হেনো মাধবদেৱক কৈছিল – এইখন আগতে দেখা হলে মোৰ 'ভক্তিৰত্নাকৰ' ৰচিবৰ দৰ্কাৰ নহলহেঁতেন। শঙ্কৰদেৱৰ পন্থ জ্ঞানমিশ্ৰ ভক্তি; মাধবদেৱৰ 'ভক্তি ৰত্নাৱলী'তো আছে ঃ

জ্ঞানেসে জানিবা মুখ্য মোক্ষৰ নিদান।
শুদ্ধ সত্ত্ব গুণতেসে মিলে তত্ত্ব জ্ঞান।।(৩৩)

ডেৰকুৰিমান বছৰৰ আগেয়ে অসমৰ বৈষ্ণৱ ধৰ্ম্ম সম্পৰ্কে অলপ পঢ়া-শুনা কৰিছিলোঁ আৰু ক'ৰবাত ক'ৰবাত দুই এটি প্ৰবন্ধও প্ৰকাশ কৰিছিলোঁ। মনত পৰে, শঙ্কৰদেৱৰ আগমনৰ পূৰ্বতে অসমীয়া সাহিত্য প্ৰায় সুপ্ৰতিস্থিত হৈছিল আৰু শঙ্কৰদেৱে পুৰী, বাৰাণসী আদি ঠাইত কবিৰৰ গীত শুনিবলৈ পাইছিল বুলি লিখা কাৰণে যোৰহাটৰ এক মহাপুৰুষীয়া মহন্তই আচাম ট্ৰিবিউনলৈ অভদ্ৰ ভাষাত চিঠি এখন পঠিয়াইছিল, আৰু এইখন অলপ শোধিত কৰি লক্ষ্মীনাথ ফুকনে ছপাইছিল। চিঠিখনৰ প্ৰসঙ্গত ডঃ কাকতিয়ে কৈছিল, "মনে মনে থাকা, নিজে যি পাৰা কৰি যোৱা, বাদানুবাদত নোসোমাবা।"

ডঃ কাকতিয়ে বৈষ্ণৱ ধৰ্ম্ম সম্পৰ্কত কোৱা মনত পৰে ঃ ব্ৰাহ্মণসকলৰ ঘাই আপত্তি আছিল যে শঙ্কৰে দেৱীপূজা সমৰ্থন নকৰে। মহাপুৰুষজনে হেনো কৈছিল – দুৰ্গাতকৈ বিষ্ণু ওপৰৰ; এদিনৰ বিষ্ণু পূজা এশ বছৰ দুৰ্গা পূজাৰ সমান। ভক্তিৰ ক্ষেত্ৰত তেওঁ বৰ্ণ বা কুল মানিব নুখুজিছিল। ব্ৰাহ্মণসকলে ইয়াতো বিষম পাইছিল। সেইকাৰণে ব্ৰাহ্মণসকলক তেওঁৰ পন্থালৈ আকৰ্ষণ কৰিবৰ অৰ্থে তেওঁ বন্ধু দামোদৰদেৱক আগ বঢ়াই দিছিল। ভট্টদেৱে দামোদৰ-দেৱৰ মতবাদ ব্যাখ্যা কৰে। একশৰণীয়াসকলে যে অন্য দেৱ-দেৱীক অশ্ৰদ্ধা দেখুৱাইছিল এনে নহয়, মাথোন সকলোতে তেওঁলোকে বিষ্ণুৰূপ দৰ্শন কৰিছিল, বিষ্ণুকে প্ৰধান বুলি মানিছিল। ভট্টদেৱৰ 'ভক্তি-বিবেক'ত গায়ত্ৰীজপ আদি নিত্য -নৈমিত্তিক কৰ্ম্ম বাদ দিবলৈ কোৱা হোৱা নাই, কিন্তু পঞ্চদেৱতাৰ সলনি পূজা আগবঢ়াব লাগে বিষ্ণুক।

গতানুগতিক ধৰ্ম্মত (আচাৰো পৰমো ধৰ্ম্মঃ) মোৰ আস্থা নাই, তথাপি বিবিধ ধৰ্ম্মমত সম্পৰ্কে কিছু জ্ঞান থাকিলে মানুহ নিৰপেক্ষ আৰু উদাৰ হব পাৰে। আনহাতে, অসমৰ সামাজিক বুৰঞ্জীসম্পৰ্কে আভাস লভিবলৈ হলে বৈষ্ণৱ ধৰ্ম্মৰ বিষয়ে নাইবা শঙ্কৰদেৱৰ অৱদানসম্বন্ধে অলপ জ্ঞান থকা ভাল।

৩৩

সংসাৰত প্ৰশ্ন বহতো, মাথোন সেই অনুপাতে সমিধানহে পোৱা নাযায়।

৩৪

শোণিত কুমাৰ আৰু ৰাভা তেতিয়া কলিকতাত, মৌলালিৰ দেহ্বোৱালী হোটেল এটাৰ কোঠালী এটা ভাৰা কৰি। আমি দুই এজন মাজে সময়ে যাওঁ, মই, পাৰ্বতী শৰ্ম্মা ইত্যাদি। শোণিত কুমাৰে অমিতা বোস, বেলা বোস, কমলা পাল আদি কেইজনীমান বঙালী ছোৱালীক নৃত্য শিকায়; ৰাভাই কেনেকৈ সময় কটায় কবলৈ টান। তেওঁ মেলুৱৈ, বিবিধ বিষয়ত অলপ অলপ জ্ঞান, কথা শুনিবলৈ ভাল লাগে। তেওঁৰ সহায়ত আমি তাত-থকা অসমীয়া ল'ৰা-ছোৱালীৰে এটি ভেৰাইটি শ্বো পাতিবলৈ যত্ন কৰিছিলোঁ। ৰাভাই যাদবপ্ৰসাদ চলিহাৰ ঘৰলৈ গৈ তেওঁৰ ল'ৰা নে ছোৱালীক গানো শিকাইছিল। ট্ৰামত তেওঁক লৈ যাওঁ, কেতিয়াবা দোকানত তেওঁক পইচা ভাঙি মদো খুৱাওঁ। কিন্তু ৰাভাৰ ওপৰত নিৰ্ভৰ কৰিলে ঠগ খাব লাগে — এদিন তেওঁ ভাগিল, অসম পালেগৈ।

তেওঁ মজাৰ মানুহ। ১৯৩৮।৩৯ চনত তিনিমাহমান কাল শ্যাম বজাৰত হাতত ত্ৰিশূল আৰু কাষত ধুনি লৈ তেওঁ বাবাজীও সাজিছিল। পিচত পুলিচৰ আমনিত ব্যৱসায়টো এৰিবলৈ বাধ্য হয়। এদিন ৰাতিপুৱা অকস্মাৎ হাৰ্ডিঞ্জ হোষ্টেললৈ গৈ তেওঁ মোক ক'লেগৈ, "আহাচোন, কালি ঘটনা এটা ঘটিল, এতিয়া নেবুতলা থানালৈ যাব লাগে।" পাৰ্বতী আৰু মই দুয়ো ওলালোঁ। যি বুজিলোঁ তেওঁ আগদিনা ট্ৰামত ক'ৰবালৈ গৈছিল, কণ্ডাক্টৰৰ লগত কিবা লাগিলনে কি, তেওঁ বোলে তাক গাল মূৰ পিহি মৰম কৰিলে, তাৰ টুপি বাগৰি পৰিল আৰু খণ্ডত একো নাই হৈ সি থানাত ৰিপোৰ্ট কৰিলে। আমি থানা গৈ পালত দাৰোগাই সোলা মুখখনেদি হাঁহি এটি মাৰি ক'লে, "মই মানুহ চিনি পাওঁ, আপুনি ভদ্ৰলোক, মই নিজেও ভদ্ৰলোক নহয়, মই মানুহ চিনি পাওঁ।" ৰাভাই লাহেকৈ মোক ক'লে, "টকা দুটা দিয়াচোন।" তেওঁ টকা দুটা লৈ দাৰোগালৈ আগ বঢ়ালে। দাৰোগাই প্ৰসন্নচিত্তে 'ভদ্ৰলোক'ৰ শলাগ লৈ আমাক বিদায় দিলে।

শোণিত কুমাৰে মেট্ৰিক পৰীক্ষা পাছ কৰিব নোৱাৰি ঘৰ এৰি অঘৰী হয় আৰু সময়ত বৰোদাৰ নৃত্যবিৎ নটৰাজ ৱাসীৰ লগ লাগেগৈ। এওঁৰ লগত ১৯৩৯/৪০ চনত তেওঁ জাভা, বালি আদি দ্বীপ পাইছিলগৈ। তেওঁৰ চেষ্টা আছিল কলিকতাত এটি নৃত্য প্ৰদৰ্শনী পাতিবৰ। ষ্টাৰ থিয়েটাৰত ১৯৪৪ চনৰ ২১ জানুৱাৰী তাৰিখে কামৰূপী নৃত্যৰ যি প্ৰদৰ্শনী পতা হৈছিল তাত মই দুৱাৰত থাকি টিকেট চেক কৰিছিলোঁ। মানুহ কিছু হৈছিল। নাচত কিন্তু আমাৰ ভাল লাগিছিল তেজপুৰৰ টুকুন (অজয়) চলিহাক। কালীয় দমন নচা এই ডেকাজন আছিল ওখ, পাতল আৰু আকৰ্ষণীয়, আনহাতে অৰ্জুনৰ নৃত্য দেখুওৱা শোণিত কুমাৰ আছিল সৰুফুটীয়া মানুহ, তেওঁৰ গাম্ভীৰ্য্য কম যেন লাগিল। প্ৰদৰ্শনীত গান গাইছিল শ্বিলঙৰ শ্ৰীধীৰেণ দাসে।

শোনিতকুমাৰ, অৰ্থাৎ জামুগুৰিৰ গজেন বৰুৱা শুৱনি, তজবজীয়া, সজীৱ মনৰ লোক। অসমীয়া নৃত্যৰ চৰ্চা তেওঁ ত্যাগ কৰা নাই, অসমৰ বাহিৰতো ইংৰাজী প্ৰবন্ধৰ জৰিয়তে বাৰেচহৰীয়া ভাওনা আৰু কামৰূপী নৃত্যৰ গৰিমা তেওঁ প্ৰচাৰ কৰিছে। কিন্তু তেওঁৰ বয়স তিনিকুৰি পাৰ হ'ল, তাৰ উপৰি তেওঁ এতিয়া ৰোগশয্যাত। মানুহৰ শেহৰ দিন কেইটাহে আচল। গেটেৰ ভাষাত কবলৈ মন যায়ঃ

Bist du nur ein trüber Gast
Auf der dunklen Erde.

—এই নৈৰাশ্যজনক পৃথিৱীত তুমি মাথোন পুতৌৰ পাত্ৰ এক আলহী। পঞ্চদশ শতিকাৰ ফৰাছী কবি ভিয়ঁই কৈছিল ঃ "হেলেনো মৰে, পেৰিছো; আৰু এনে মৃত্যু নাই য'ত নাই বেদনা।"*

## ৩৫

শঙ্কৰদেৱ, মাধবদেৱ, ভট্টদেৱ আদি পণ্ডিতসকলে পুথি ৰচনা কৰিছিল লোকক জ্ঞান দিবৰ অৰ্থে। এসময়ত অধ্যয়ন, নাট, পাঠ, ওজা-পালি ইত্যাদি বিবিধ উপায়েৰে ধৰ্ম্মচিন্তা আৰু মহা-ভাৰতীয় আদৰ্শৰ সংবাদ ৰাইজে পাইছিল। পিচৰ যুগত এই পুথিবিলাকৰ ওপৰত মানুহৰ এনে এটি বিশ্বাস স্থাপিত হ'ল

* বৰুৱা ২১/১/৭৭ তাৰিখে ৰাতিপুৱা কেন্সাৰ ৰোগত ঢুকায়।

যে সেইবিলাক হৈ পৰিল ছুব নোৱাৰা পবিত্র বস্তু। পুথিৰ ভিতৰত থকা সংবাদতকৈ পুথিখন হ'ল সৰহ মূল্যবান। ফলত পুথি ভেকুৰিবলৈ ধৰিলে, নিগনিৰ আহাৰ হ'ল, ঘৰৰ বুঢ়াজন মৰাৰ পাচত পুথি নৈত দলিওৱা হ'ল, আৰু কিমান কি। সৌভাগ্যৰ বিষয় যে হেমচন্দ্র গোস্বামীয়ে গাঁও-ভূঁইৰ পৰা পুথি উদ্ধাৰ কৰা আৰ্হি এটি থৈ গ'ল।

কিছু বছৰ আগেয়ে মোক এবেলি ভবানী পুৰৰ পৰা নিমন্ত্রণ কৰা হৈছিল। ভবানীপুৰ গোপাল আতাৰ স্থাপিত সত্র, যদিও সেই সত্রৰ এতিয়া অস্তিত্বই নাই। মই খবৰ কৰিলোঁ ওচৰে-পাজৰে কৰবাত পুৰণি পুথি পায়নে কি। কোনোবা এজনে কলে যে ডেৰমাইলমান আঁতৰত এক ভকতৰ জিম্মাত এখন পুথি আছে, সেই পুথি কি কোনেও নাজানে, আৰু পুথিৰ পেৰাটো বোলে দাঙিবই নোৱাৰি। মই শুনি আচৰিত হলোঁ আৰু কলোঁ, সি কিনো ইমান অদ্ভুত পুথি হব পাৰে যে তাৰ কথা কোনেও নাজানে? মানুহে মন্ত্রপুথিহে গুপুত কৰি থয়। সি যি নহওক, পুথিখন চাওঁ বুলি ওলালোঁ।

মানুহ এঘৰৰ পদুলিত বগৰী এজোপাৰ তলত ঠাইডোখৰ সাৰি তাত পানী ছটিওৱা হল, তাৰ পাচত পীৰা এখন পাৰিলে। মই জোতা সোলোকাই হাত ভৰি ধুই পীৰাত আসন গ্রহণ কৰিলোঁ, আৰু ভকতে আলিটোৰ সিপাৰৰ তেওঁৰ পঁজাৰ পৰা পুথিৰ পেৰাটো আথেবেথে লৈ আহিল। মই পুথিৰ পাত হাতত ললোঁ, ৰাইজ উন্মুখ হৈ ৰ'ল। মই চাই কলোঁ, "এইয়া শুনক দুশাৰীমান ..... এইখন দৈত্যাৰি ঠাকুৰৰ গুৰুচৰিত, একো ভয় খাবলগীয়া বস্তু নহয়। কিতাপখন ছপা হৈয়ো ওলাইছে, ৰাজমোহন নাথে সম্পাদন কৰি উলিয়াইছে।"

আৰু এবাৰৰ কথা। বোৰকা-সোণাপুৰৰ সত্র এখনত। বুঢ়া ভকতে চিত্রিত ভাগৱত একখণ্ড দেখুৱাই কান্দি কান্দি কৈছিল, "এইখন মই কাকো চুব নিদিওঁ, বুকত বান্ধি ৰাখিছিলোঁ। এন্দুৰে খাই এতিয়া তাক ধ্বংস কৰিলে...." মোৰ মানুহজনৰ প্রতি পুতৌ নুপজিল, কলোঁ, "ভালেই হৈছে, আপোনালোকে পাঠ নকৰে, এন্দুৰেই কৰক।"

পুৰণি ধৰ্ম্ম পুথি কেতবিলাকত বুৰঞ্জীমূলক সমলো সোমাই আছে। মই পুৰণি পুথিৰ সহায়ত দক্ষিণ কামৰূপৰ বুৰঞ্জী প্রসঙ্গত দুটিমান নতুন কথা কবলৈ সমর্থ হৈছিলোঁ। ৰচনাখন 'প্রকাশ'ত ছপা হৈছে।

## ৩৬

ৰাজমোহন নাথ আছিল কাছাৰৰ লোক, বঙালী আমাৰ হিচাবত। অসম উপত্যকাত চাকৰি কৰি তেওঁ অসমীয়া সংস্কৃতিৰ চৰ্চ্চাত লাগিল আৰু শেহত আমাক ধৰুৱা কৰি থৈ গ'ল। মই যেতিয়া জগন্নাথ বৰুৱা কলেজৰ চাকৰিত যোগ দিওঁ তেতিয়া তেওঁ যোৰহাটৰ এগজিকিউটিভ ইনজিনিয়াৰ। মই আছিলোঁ ডছ কোম্পানীৰ ওচৰৰ কবিৰাজ জগদীশচন্দ্ৰ ভট্টাচাৰ্য্যৰ ঘৰত। নাথৰ চৰকাৰী আবাস আমাৰ পৰা দূৰৈত নহয়। কেনেবাকৈ তেওঁৰ লগ লাগিলোঁ। মানুহজনৰ মেধাবী আৰু উৎসাহী প্ৰকৃতিয়ে মোক আকৰ্ষণ কৰিলে। সেই যুদ্ধৰ দিনত বহুতো আৱশ্যকীয় সামগ্ৰী বজাৰত পাৰলৈ টান। মোক লগা হৈছিল লাইটৰ বাল এটা। এদিন কথাটো উলিওৱা মাত্ৰকে তেওঁ নিজৰ ঘৰৰ পৰা এটা সোলোকাই মোক দিলে।

মই তেতিয়া বাহিৰৰ আলোচনীত দুই এটি প্ৰবন্ধ লিখিবলৈ আৰম্ভ কৰিছিলোঁ। আমাৰ মানুহে অসমৰ বিষয়ে বাহিৰৰ পাঠকক জনালে ভাল। মই তেওঁক অনুৰোধ কৰিলোঁ মাছুলিপট্টমৰ তিনিমহীয়া আলোচনী 'ত্ৰিবেণী'ত লিখিবলৈ। তেওঁ হাঁহি ক'লে, "বাৰু চাওঁচোন কি কৰিব পাৰোঁ।" তেওঁ লিখিবলৈ আৰম্ভ কৰিলে, কৰি শেহ কৰিব নোৱাৰা হ'ল! শেহত ওলালগৈ 'ডি বেকগ্ৰাউণ্ড অব এচামিজ কালচাৰ' নামৰ কিতাপ। কিতাপখনৰ পাতনিত নাথে মোৰ নাম উল্লেখ কৰিছে।

নাথ আছিল ইনজিনিয়াৰ মানুহ; তেওঁ যদি পণ্ডিত হৈছিল, হৈছিল নিজৰ যত্নত, আনহাতে কল্পনাশক্তিও মানুহজনৰ কম নাছিল। সেইকাৰণে কেতিয়াবা সমলৰ অভাব হলে — বিশেষকৈ কিতাপখনৰ গুৰিভাগত — ঘাটি পৰা অংশ তেওঁ কল্পনাৰেও পূৰাবলৈ চেষ্টা কৰিছিল। এইটো তেওঁৰ দুৰ্বলতা। আনহাতে তেওঁ মাটি খান্দি মূৰ্ত্তি আৰু ফলি উলিওৱা পুৰাতাত্তিকো, গতিকে দু আষাৰ নতুন কথা কবলৈ তেওঁৰ সুবিধা। 'পৰম ভাগৱত' ভূতিবৰ্মণৰ ফলিখন (ষষ্ঠ শতিকাৰ আদিভাগ) তেওঁৰেই ডবকাৰ ওচৰত পাইছিল। ডঃ কাকতিয়ে তেওঁৰ ধৰ্ম্মমূলক আলোচনাত বহুত সময়ত নিৰ্ভৰ কৰিছিল কোন চাহাবে কি কৈ গৈছে তাৰ ওপৰত। নাথে এই দুৰ্বলতা সহ্য কৰিবলৈ টান পাইছিল আৰু কেতিয়াবা কাকতিৰ ভুল আঙুলিয়াবলৈ ভয় নকৰিছিল। ডঃ বিৰিঞ্চিকুমাৰ বৰুৱাই সম্পাদন কৰা 'অঙ্কীয়া নাট' কিতাপখনৰো তেওঁ বহুতো ত্ৰুটি আঙুলিয়াই দিছিল।

নাথে অসমীয়া পুথি সম্পাদন কৰাৰ উপৰিও ছদ্মনামত 'পকামিঠৈ', গোটকৰাই' আদি দুখনমান ব্যঙ্গাত্মক গল্পৰ কিতাপো ৰচনা কৰিছিল। মহেঞ্জোদাৰো আৰু হৰপ্পাৰ প্ৰাচীন ফলিবিলাকৰ ভাষা যিসকল পণ্ডিতে উদঘাটন কৰিবলৈ দুঃসাহস দেখুৱাইছে তাৰ ভিতৰত ৰাজমোহন নাথো এজন। তেওঁৰ দুই এটি ব্যাখ্যা ৰুছীয় পণ্ডিতেও সমৰ্থন কৰিছে।* ৰামকৃষ্ণ মিছনে ছপা কৰি উলিওৱা চাৰি ভলিউমীয়া 'ইণ্ডিয়ান কালচাৰ' নামৰ মূল্যবান কিতাপৰ দুটি অধ্যায় লিখিছে অসমীয়া দুজন পণ্ডিতে - তাৰে এজন হ'ল নাথ। এওঁ মোক লৈ অসমীয়া সংস্কৃতি অনুশীলন কৰিবৰ অৰ্থে সমিতি এটি স্থাপন কৰি তাৰ বিজ্ঞাপনো ছপাই উলিয়াইছিল, পিচে বিবিধ কাৰণত আমাৰ উদ্যোগ সফল নহ'ল।

তেওঁৰ চাকৰি জীৱনৰ শেহত আমাৰ নিজৰ মানুহৰ ঈৰ্ষাৰ কাৰণেই তেওঁ চিফ ইনজিনিয়াৰ বাব লাভ কৰিব নোৱাৰিলে। মানুহজনো অকালতে, পেঞ্চন লোৱাৰ লগে লগেই ঢুকাল। ওখ কপাল, উজ্বল চকু আৰু ধেনুভিৰীয়া নাকটোৱে এই উদ্যমী আৰু প্ৰতিভাশালী মানুহজনৰ কথা পাহৰিবলৈ টান।

৩৭

মানুহৰ শক্তি-সামৰ্থ্যৰ জোখ লয় মনে। মনেও ভুল কৰে। ফলত আহুকালৰ সৃষ্টি হয়।

৩৮

প্ৰশংসা সৰহ হলেই মানুহে ভাবিবলৈ ধৰে যে তেওঁ প্ৰকৃততে সেই প্ৰশংসাৰ যোগ্য। তেতিয়াই হয় মস্কিল।

৩৯

মোৰ এক আত্মীয় ডেকা পঢ়া-শুনাত চোকা, সদায় প্ৰথম, দ্বিতীয় হৈ পৰীক্ষা পাছ কৰে। এম - এছছি পৰীক্ষাত পাছ কৰাৰ পাচত সি এটি সৰ্ব-ভাৰতীয় পৰীক্ষা দিলে, পৰীক্ষাত কৰিলে ফেল। দেউতাকে মোক কলে, "সি বোলে আৰু পৰীক্ষা নিদিয়ে।" মই ক'লোঁ, "ফেল কৰাটো তাৰ কাৰণে

* Alexander Kondratov অৰ The Riddles of Three Oceans (1974)) দ্ৰষ্টব্য।

মঙ্গলজনক হৈছে, সদায় প্ৰথম, দ্বিতীয় হৈ তাৰ আত্মবিশ্বাস গৰ্বত পৰিণত হৈছিল। সি কি পেপাৰত ফেল কৰিছে সেইটোও মই গম পাওঁ। বিজ্ঞানত চোকা হলেই যে ইংৰাজীত ভাল হব কবলৈ টান। তাক আকৌ পৰীক্ষা দিবলৈ দিয়ক, সি পাৰ হৈ যাব।" সি পৰীক্ষা যেনিবা দিলে আৰু তাৰ চাকৰিৰ বাটো মুকলি হ'ল।

আত্মবিশ্বাসী মানুহৰ কাৰণে পৰাজয় কেতিয়াবা বেদনাদায়ক হয়। মোৰ নিজৰ কথা কওঁ। বিশ্ববিদ্যালয়ত জনকৃষ্টি বিষয়ত ডক্টৰেট উপাধি পালোঁ যদিও দেখিলোঁ এই বিষয়ত উন্নতিৰ সুযোগ নাই, তাতকৈ বৰং বিলাতৰ পৰা যদি শিক্ষা বিষয়ত কিবা ডিপ্লোমা বা চাৰ্টিফিকেট লৈ আহিব পাৰোঁ (তাহানি সন্দিকৈয়ে কোৱা এম-এ চেম-এৰ দৰে!) তেতিয়া হলে শিক্ষা বিভাগতে নাইবা প্ৰশিক্ষণ বিভাগতে মোৰ পদোন্নতি সম্ভৱ হব। লণ্ডন বিশ্ববিদ্যালয়ৰ লগত লিখালিখি কৰি তাত পঢ়াৰ ব্যৱস্থা কৰা হ'ল। ইফালে চৰকাৰৰ পৰাও মাটি বন্ধক দি টকা ১০,০০০ ধাৰৰ দিহা কৰিলোঁ। লণ্ডনত পঢ়া আৰম্ভ হয় অক্টোবৰৰ প্ৰথম সপ্তাহৰ পৰা, কিন্তু চৰকাৰী বিষয়াৰ অকৰ্মণ্যতাৰ কাৰণে টকা পালোঁ মাৰ্চ মাহত - পলম হৈ গ'ল। কি কৰোঁ? পঢ়োঁ নপঢ়োঁ এনেয়েও বিলাতখন চাই আহিবৰ হেঁপাহ বহুদিনৰ পৰা আছিল। গুচি গলোঁ, গৈ প্ৰাইভেট ছাত্ৰ হিচাবে (বা এক্‌ছটাৰনেল ষ্টুডেন্ট হিচাবে) পৰীক্ষা দিবৰ অনুমতি লভিলোঁ।

পৰীক্ষা হব জুন মাহৰ গুৰি ভাগত। যি পাৰোঁ পঢ়া-শুনা কৰিলোঁ। গ্ৰেমাৰ স্কুললৈ গৈ প্ৰেকটিকেল পৰীক্ষা দিলোঁ আৰু লিখা পৰীক্ষাও দিলোঁ। পিচত দেখা গ'ল মই প্ৰেকটিকেলত পাছ কৰিছোঁ, দুখনমান পেপাৰতো পাছ কৰিছোঁ, কিন্তু ওপৰঞ্চি মনোবিজ্ঞান, শিক্ষাৰ ইতিহাস আদি দুটিমান বিষয়ত ফেল কৰিছোঁ। পৰীক্ষাচোন এনে টান নাছিল! এনেকৈ উভতি গলে লাজৰ কথাই নহয় মই অহা উদ্দেশ্যই নিষ্ফল হয়। কি কৰা যায়? আকৌ অহা অক্টোবৰৰ পৰা আৰম্ভ কৰিব লাগিলেও বহুদিন ৰব লাগে। মোৰ সৰহ দিন থাকিব নোৱাৰাৰ এটা কাৰণ আৰ্থিক নাছিল, আছিল মোৰ শৰীৰৰ অসুস্থতা। দ্বিতীয়তে ভাবিলোঁ, যাহ্ নালাগে বিদেশী ডিগ্ৰি, মানুহ হওঁ যদি স্বদেশৰ ডিগ্ৰিৰেই হম। মুঠৰ ওপৰত, অলপ পঢ়া-শুনা কৰি, ইংৰাজী ভাষাৰ ধ্বনি সম্পৰ্কে অলপ প্ৰশিক্ষণ লৈ, আৰু পশ্চিম জাৰ্মানি, ফ্ৰাঞ্চ আদি দেশ চাই ঘৰলৈ উভতিলোঁ।

এতিয়া এটি মজাৰ কথা হ'ল। চৰকাৰী ধাৰৰ টকা নিচেই কমহে খৰচ হ'ল, কিয়নো মই টকা পোৱাত পলম হোৱা কাৰণে মাটি এটুকুৰা বেচিছিলোঁ আৰু বিশ্ববিদ্যালয়ৰ পৰাও ছমাহ দৰমহা পাইছিলোঁ। ওভতাৰ তিনিমাহমান পাচত টকা আঠ হাজাৰ জমা দিবলৈ মই কাছাৰীলৈ গৈছোঁ। গৈ ৰেভিনিউ বিভাগৰ নাথৰ মেজৰ কাষত থিয় দিছোঁ। নাথ গহীন লোক, মূৰ দাঙিয়ে নাচায়। মই লাহেকৈ কলোঁ, "নাথ, মই ধাৰ মাৰিবলৈ আহিছোঁ।" তেওঁ সুধিলে, "কিমান ?" মই - "আঠহাজাৰ।" তেওঁ ডাঠ গোঁফ একোছাৰ মাজেদি অকস্মাৎ হাঁহি উলিয়াই ক'লে, "আনে দেখোন ধাৰ মাৰিবই নোখোজে, আপুনি দিবই আহিলনে ?"

মই খন্তেক তভক মাৰিলোঁ, কিয়নো মোৰ মনৰ মাজত বিজুলীয়ালে যে খাৰঘুলিত সস্তাত মাটি বিক্ৰী হবলৈ ধৰিছে। মই কলোঁ, "ভাল তেনে, এহেজাৰ ৰাখোঁ দিয়ক, পিচত দিম।"

সেই এহেজাৰৰ লগত আৰু পাঁচশমান যোগ দি পাহাৰ মাটি দুকঠা কিনি থলোঁ। মাটিডোখৰ অলপতে বিক্ৰী হ'ল। যি দাম পালোঁ সি মোৰ বিলাত ভ্ৰমণত হোৱা ভৰণি গোটেইখিনি তুলিলে।

মোৰ পৰীক্ষাৰ এই পৰাজয়ত দৈবৰ হাতো আছেনে কি কবলৈ টান। আন বিভাগত জাহ গৈ জনকৃষ্টি বাদ দিবলগীয়া হোৱাহেতেন মই আমেৰিকালৈ শিক্ষক হিচাবে যাব নোৱাৰিলোঁহেতেন। মোৰ কিতাপ-পত্ৰৰ দেশ-বিদেশত যি অলপ সমাদৰ সেইখিনি নহলহেতেন আৰু ভাৰতবৰ্ষতো জনকৃষ্টি বিষয়ত প্ৰথম প্ৰফেছৰ হব নোৱাৰিলোঁহেতেন।

## ৪০

১৯৪৩ চনত কলিকতা বিশ্ববিদ্যালয়ৰ আইন কলেজৰ পুথিভঁৰালত আকস্মিকভাবে লগ পাইছিলোঁ যুক্তৰাষ্ট্ৰবাসী চীনা লিখক লিন য়ুটাঙক (১৮৯৫ - ?)। উজ্জ্বল হালধীয়া মুখ, সোণৰ ফ্ৰেইমৰ চশমা আৰু চকুত হাঁহিৰে থিয় হৈ থকা মানুহজনক অলপ সময়ৰ কাৰণে ছাত্ৰ এমুঠাই ঘেৰি আছিল। য়ুটাঙে কি কৈছিল মনত নাই, কিন্তু মানুহজনৰ উজ্জ্বল মুখৰ ছবিটো পাহৰিব

পৰা নাই। য়ুটাঙৰ জনাজাত কিতাপ 'মাই কান্‌ট্ৰি এণ্ড মাই পীপ্‌ল', 'ডি ইম্পৰটেঞ্চ অব লিভিং', ইত্যাদি। এই সুখপাঠ্য কিতাপবিলাকত তেওঁ পশ্চিমীয়া জগতৰ কাৰণে ঐহিক দৃষ্টিভঙ্গীৰ বাস্তববাদী চীনা সংস্কৃতিৰ আকৰ্ষণীয় ছবি দাঙি ধৰিছে।

চীনা সংস্কৃতিয়ে অতি প্ৰাচীন কালতে যথেষ্ট পূৰঠ ৰূপ লাভ কৰিছিল। বৰ বেছি আগলৈ নগলেও, খৃঃ পূঃ ষষ্ঠ শতিকাৰ কনফিউচিযাচ নাইবা পঞ্চম শতিকাৰ মো টিয়ে যেনে উক্তি কৰি গৈছে সেইবিলাক অনুধাবন কৰিলে বিচুৰ্তি হ্‌ব লাগে। কনফিউচিয়াচে কৈছিল ঃ ভূমি হ্‌ব লাগে ৰাষ্ট্ৰৰ সম্পত্তি আৰু যাৰ যিমান দৰ্কাৰ সেইমতে ৰাইজক মাটি বিলাই দিব লাগে। শিল্প বাণিজ্য থাকিব লাগে ৰাষ্ট্ৰৰ আয়ত্তত, যাতে কোনো ব্যক্তিবিশেষৰ হাতত ধন গোট নাখায়। ৰাষ্ট্ৰৰ দায়িত্বৰ ভিতৰত শিক্ষাই নহয় আহৰি সময়ৰ ৰং ধেমালিৰো ব্যৱস্থা থাকিব লাগে। কনফিউচিয়াচে আক্ৰোশমূলক ৰাজনীতি সমৰ্থন নকৰিছিল আৰু সামাজিক স্তৰবিলাকৰ ভিতৰত চিপাহীক দিছিল নীচ স্থান – ঠিক চোৰ ডকাইতৰ ওপৰত!

মো টিয়ে কৈছিল, "যি সংসাৰে সামান্য জগৰ এটিক গৰিহণা দিয়ে অথচ বৃহৎ জগৰ অৰ্থাৎ ৰণ-বিগ্ৰহৰ কৰে সমাদৰ, সেই সংসাৰে ন্যায় আৰু অন্যায়ৰ প্ৰকৃত পাৰ্থক্য নাজানে।" আকৌ, "মানুহৰ দুৰ্গতি তিনিবিধ - যিবিলাকৰ ভোক আছে নাই আহাৰ ; যিবিলাকৰ জাৰ লাগে নাই কাপোৰ; আৰু যিবিলাকৰ লাগে ভাগৰ নাই জিৰণি।"

## ৪১

বহুত মানুহৰ পৰা চিঠি পাওঁ। তাৰে কেতবিলাক মনোগ্ৰাহী নাইবা অৰ্থপূৰ্ণ। ১৯৬৭ চনত মিকিৰ পাহাৰৰ লাংহিনত চাকৰি কৰা বৰা নামৰ এক ডেকা বন্ধুৰ পৰা যি চিঠি পাইছিলোঁ তাত যথেষ্ট কৌতূহলৰ সামগ্ৰী আছে। তেওঁ লিখিছিল ঃ

"এই অঞ্চল আগতে নগাঁৱৰ লগত চামিল আছিল। কিন্তু মিকিৰ হিলচ গঠন হোৱাৰ পাচত নগাঁৱৰ কিছু অংশ আৰু গোলাঘাট

মহকুমাৰ পৰা কিছু অংশ কাটি আনি মিকিৰ পাহাৰ গঠন কৰিলে আৰু কাছাৰ জিলাৰ পৰা কিছু অংশ কাটি আনি উত্তৰ কাছাৰ নাম দিলে আৰু দুয়োখন একে লগ কৰি সংযুক্ত মিকিৰ আৰু উত্তৰ কাছাৰ নাম দিলে। লাংহিনক কেইবাশাৰী দীঘলীয়া পৰ্বতে তিনিও ফালে আগুৰি আছে। এই পবৰ্ত সমষ্টি অসমৰ এটা অপূৰ্ব সম্পত্তি। এই অঞ্চল বাদ দিলে অসমৰ অস্তিত্ব নাইকিয়া হব। কিয়নো ইয়াত নোহোৱা বস্তু একো নাই। ইয়াত আপুনি পাব নানাতৰহৰ জীৱজন্তু, যেনে গড়, ভালুক ডাঙৰ ঢেকীয়াপতীয়া বাঘ, নানাতৰহৰ ৰংবিৰঙৰ হৰিণ, শৰ, দলহৰিণ, বনৰীয়া হাতী, ম'হ, গৰু আৰু ছাগলি, নানাতৰহৰ বান্দৰ (গোলেজীয়া, দীঘলনেজীয়া, হনুমান আৰু ক'লা), ইত্যাদি। চৰাইৰ ভিতৰত ধনেশ, পৰ্ঘুমা, মুৰ্গী আৰু ডৰিক প্ৰচুৰ পৰিমাণে পোৱা যায়।

ইয়াৰ উপৰি এই পৰ্বতশাৰীত অতি মূল্যবান ধাতু, হাতীৰ দাঁত আৰু গড়ৰ খৰ্গ পোৱা যায়। যদি অসম চৰকাৰে ইয়াত গবেষণা চলায় তেন্তে বহুত মূল্যবান ধাতুকে আদি কৰি অনেক বস্তু পাব। এই খিনিতে এটা সত্য ঘটনা উল্লেখ কৰা যুক্তিসংগত বুলি লিখিলোঁ। আজিৰ পৰা ডেৰবছৰমান আগতে এজন মিকিৰে এটা ধুনীয়া চকচকীয়া পাথৰ পাই এজন কাবুলীৱালাক বিক্ৰী কৰিলে। কাবুলীৱালাইও পাথৰটো ধুনীয়া দেখি আতৌপিতৌকৈ টোপোলা বান্ধি লৈ আহিল। ঘৰ আহি পাওঁতে তাৰ ৰাতি হ'ল। ঘৰ পাই টোপোলাটো খুলি পাথৰটো উলিয়ালে আৰু উলিওৱাৰ লগে লগে গোটেইটো কোঠা এটা ৰঙচুৱা পোহৰে পোহৰাই পেলালে। তেতিয়া সি কোনোবা ডাঙৰ কলিকতাৰ ফালৰ বেপাৰীৰ লগত যোগাযোগ কৰি কেইবালাখ টকাত পাথৰটো বিক্ৰী কৰিলে।

এইখিনিতে আৰু এটা কথা কওঁ। এদিন কেইজনমান গাঁৱলীয়া মানুহৰ লগত কথা পাতি থাকোঁতে এজনে কলে যে ইয়াৰ পৰা কেইটামান পৰ্বত পাৰ হৈ গলে এটা পৰ্বত পোৱা যায় তাত এটা জৰণা আছে। বহুত ওপৰৰ পৰা জৰণাৰ পানী পৰিব লাগিছে। আৰু যিফালে জৰণাৰ পানী বাগৰি পৰিছে তাৰ সৌমাজত এটা উজ্বল পাথৰ আছে। ইয়াৰ পৰা যি পোহৰ ওলায় তাক ৰাতিও মানুহে বহুত দূৰৰ পৰা দেখা

পায়। কিমান দূৰ সত্য নেজানো, কিন্তু সাধুকথা নহয়। ...... লাংহিন ১৯৪৯ চনলৈ অটব্য জংঘলেৰে ভৰা আছিল। খেতি কৰা দূৰৰ কথা চাৰি পাঁচজন একেলগে নহলে কেনিও যাবই নোৱাৰিছিল। কিয়নো ভালুকবোৰ কুকুৰ মেকুৰীৰ দৰে বাটে বাটে ঘূৰি ফুৰিছিল। কিমান মানুহক ভালুকে মাৰিলে তাৰ লেখ-জোখ নাই। এতিয়াও ডাৱৰীয়া বতৰত ভালুক ওলায়। দুই এটা ঘটনা মাজে মাজে হৈ থাকে।

ঘাই লাংহিনত বাস কৰা মানুহবোৰ কছাৰী মানুহ। এওঁলোক গোৱালপাৰাৰ পৰা আহি ইয়াত ১৯৪৯-৫০ চনৰ পৰা বসতি লৈছে। অসমীয়া বঙালী যে গণ্ডগোল হৈছিল সেই আন্দোলনত যোগ দিয়া বহুত কছাৰী ইয়াত পোৱা যায়। পাহাৰৰ দাঁতিয়ে দাঁতিয়ে থকাবোৰ মিকিৰ। ..... মিকিৰবোৰ সাধাৰণতে খেতিয়ক নহয়। আজিকালি দুই এজনে খেতিত লাগিছে। তেওঁলোকে যি খেতি কৰে তাৰে ছমাহ খাবলৈ নোজোৰে। আৰু এটা বদ অভ্যাস হ'ল কানি খোৱা। আগতে নগাঁওৰ ফুলগুৰি অঞ্চলত আফুখেতি কৰিছিল, সেই আফিং কিনিবৰ কাৰণে জাকে জাকে মিকিৰ নগাঁও অঞ্চললৈ গৈছিল আৰু তাৰে কিছুমান মিকিৰ এতিয়াও নগাঁৱৰ দাঁতিকাষৰীয়া অঞ্চলত পোৱা যায় আৰু তেওঁলোকেও এই অঞ্চলৰ পৰা যোৱা বুলি স্বীকাৰ কৰে। এই অঞ্চলত বহুতো ত্ৰিশূলধাৰী ফকীৰ কানি বেপাৰী আছে। ইহঁতে পাহাৰে পৰ্বতে ঘূৰি কানি বেচি ফুৰে। বহুত ধনী কানীয়া মিকিৰ দেৱলীয়া হৈছে। মাটি-বাৰী বিক্ৰী কৰি পাহাৰৰ ফালে গুচি যায়, গতিকে আজিকালি ডিষ্ট্ৰিক্ট কাউঞ্চিলে কোনো মিকিৰে যাতে মাটি বেচিব নোৱাৰে তেনে এখন আইন কৰি দিছে। ইয়াত বিলাসপুৰীয়া বঙালী বহুত আছে।

মই থকা ঠাইৰ পৰা ৪ মাইলমান খোজ কাঢ়ি গ'লে উত্তৰ-পূবফালে এখন থান পোৱা যায়। তাত শিলৰ দুৰ্গা গোসাঁনী আছে। মোৰ নিচেই ওচৰতে এটা সৰু পাহাৰ আছে, তাত মহামায়াৰ থান আছে। মই এতিয়ালৈকে চাবলৈ যোৱা নাই। ভালুকৰ ভয়ত তালৈ কোনো নাযায়। কোৱা শুনিছোঁ তাত যিমান শিল আছে সিমান ভালুকো আছে।"

## ৪২

আলসুৱা অন্তৰৰ কবি দুৱৰাৰ চিঠি এই ডেকাজনৰ চিঠিৰ দৰে পৰ্য্যবেক্ষণপূৰ্ণ আৰু আশান্বিত নহয়; দুৱৰাৰ চিঠি অন্তৰ মুখী আৰু বেদনাসিক্ত। সেই চিঠি ৰাইজৰ সমুখত উলিয়াই দিলে অন্যায় কৰা হব। এখন চিঠি কিন্তু প্ৰকাশ কৰিব পাৰি — এইখনত আছে বেজবৰুৱা সম্বন্ধে জানিবলগীয়া কথা। ৪.১.৫১ তাৰিখে তেওঁ মোক জনাইছিল ঃ

> বেজবৰুৱা ডাঙৰীয়া আমাৰ মনত পৰা শুনোতে কলিকতাত বি, বৰুৱাৰ লগত কাঠৰ কাৰবাৰ কৰি আছিল। সেই সময়ত তেওঁলোক দুয়ো হাওৰাত আছিল। বি, বৰুৱাৰ ঘৰটোৰ নাম আছিল কামৰূপ ভিলা আৰু তেখেতৰ ঘৰৰ নাম আছিল ল'ৰেলজ। বি. বৰুৱাৰ কলিকতাৰ ঘৰটোৰ নাম আছিল এচাম ভিলা। আমি কলিকতালৈ যাওঁতেও তেখেত তাত আছিল। তাৰ পাছত খুব সম্ভবতঃ ১৯১১/১২ চন মানতে তেখেতৰ লগৰ [ বৰুৱাৰ] পৰা আঁতৰি আহিল (বোধহয় কিবা মনো-মালিন্যৰ কাৰণে), আৰু কলিকতাত ভুতনাথ কনে বোলা এজন মানুহৰ সৈতে কাঠৰ কাৰবাৰকে কৰিছিল। সেই সময়ত তেখেতৰ অৱস্থা দিনকদিনে বেয়া হৈ আহিছিল। তাৰ পাছত বোধহয় ১৯১৫ চনত তেখেত মেৰ্চাছ বাৰ্ড এণ্ড কোম্পানীৰ কামত সোমায়, আৰু সেই কোম্পানীয়ে যেতিয়া সম্বলপুৰত এখন ফৰেষ্ট ৰিজাৰ্ভ কিনি কাঠৰ কাৰবাৰ আৰম্ভ কৰে, তেতিয়া তাত চোৱামেলা কৰিবলগীয়া হ'ল আৰু ১৯১৭ চনত সেই উপলক্ষ্যে (হাওৰাৰ ঘৰ যোৱাৰ এবছৰমানৰ পাচতে বোধহয় বেচিলে — মই তেতিয়া তাত নাছিলোঁ।) সম্বলপুৰলৈ যাবলগীয়া হয়। মোৰ মনত আছিল সেই সময়ত ময়ো কলিকতা এৰি ডিব্ৰুগড়লৈ আহিছিলোঁ — তেখেত যাবৰ দিনা মই আৰু অমিয় দাস হাওৰালৈ গৈ তেখেতক দেখা নাপালোঁ, কাৰণ আমাৰ যোৱা পলম হ'ল। ... তাৰ পাছত তেখেত তাতে ঘৰ ভাৰা কৰি থাকিল — তেখেতৰ পৰিয়াল কেতিয়া তালৈ গ'ল মই কব নোৱাৰোঁ কাৰণ মই তেতিয়া ইয়াৰ জৰ্জ ইনষ্টিটিউছনৰ কামত আছিলোঁ। মই যেতিয়া আকৌ ১৯২২ চনত কলিকতাৰ স্কুলত কাম কৰিবলৈ (স্কটিছ চাৰ্চ স্কুল) যাওঁ তেতিয়া তেখেত সপৰিবাৰে সম্বলপুৰত। মই মাজে মাজে সম্বলপুৰলৈ গৈ

আছিলোঁ, তেখেত পোনতে এটা ভাৰা ঘৰত আছিল, মই তালৈকো গৈছিলোঁ। তাৰ পাছত তেখেতে নিজে এটা বৰ ডাঙৰ কম্পাউণ্ডৰে সৈতে ডাঙৰ বঙলা কিনি তাত থাকিবলৈ আৰম্ভ কৰিলে।

বাৰীখন বৰ আহল বহল আৰু ঘৰটোও বৰ ডাঙৰ — সেইটো কোনোবা পলিটিকেল অফিচাৰৰ বঙলা আছিল। সেই সময়ত তেখেত তাত বৰ পপুলাৰ মানুহ আছিল আৰু তেখেতৰ আতিথ্য খুব বিখ্যাত আছিল। তাৰ সকলো অনুষ্ঠানতে তেখেতৰ যোগ আছিল। তাৰ বেঙ্গলী ক্লাবলৈ তেখেত সদায় গৈছিল। ..... তেখেতৰ ঘৰ আছিল চহৰৰ বছা লোকখিনিৰ আড্ডা।........ বাৰ্ড এণ্ড কোম্পানীৰ কামত গুৱাহাটীলৈ আহি থাকোঁতে তেখেত বৰ কষ্ট আৰু অসুবিধাত পৰে, কাৰণ তেতিয়া এই কোম্পানীৰ কাম অসমৰ বৰ্ণিহাট ফৰেষ্টত আছিল। সেই দিগ পাই কাম এৰি দি সম্বলপুৰত নিজে কাঠৰ কাৰবাৰ কৰিছিল। তাৰ পাছত শৰীৰৰ সামৰ্থ্য কমাৰ লগে লগে অৱস্থাৰ পৰিবৰ্ত্তন হ'ল আৰু তেখেত বৰ বেমাৰত পৰিল — যাৰ কাৰণে সম্বলপুৰ এৰিবলৈ বাধ্য হ'ল। তেখেতৰ ঝাৰসাগুৰাতো এটা ঘৰ আছিল। সেইটো মিচিজ বেজবৰুৱাৰ নামত আছিল। সম্বলপুৰৰ ঘৰটো বৰ জীয়েকক দিছিল। তেওঁলোকে তেখেতৰ মৃত্যুৰ পাছত বেচি দিলে। মিচিজ বেজবৰুৱাই জীৱিত অৱস্থাতে ঝাৰসাগুৰাৰ ঘৰটো বেচি দিলে — তেখেতে তাত খুব জাকজমকেৰে আৰু সন্মানেৰে দিন কটাইছিল।"

দুবৰাই ভাটি বয়সত এইখন ডিব্ৰুগড়ৰ পৰা পঠিয়াইছিল। তেতিয়া তেওঁৰ শৰীৰ মন দুৰ্বল — চিঠিখনৰ ঠায়ে ঠায়ে, বিশেষকৈ য'ত 'তেখেত' শব্দটোৰ প্ৰয়োগ, তাত বুজোঁতে অলপ মস্কিল হ'ব পাৰে।

৪৩

দুবৰাৰ কবিতাৰ মূল্য যিয়ে নহওক তেওঁ আছিল কাব্যৰ একাণপতীয়া সাধক। তেওঁ এবাৰ মোলৈ লিখিছিল ঃ "তুমি আকৌ এবাৰ মোৰ কবিতাবোৰৰ অলপ কিবাকিবি কৰিব খুজিছা। বেচ কথা, তোমাৰ যেনে অভিৰুচি, কাৰণ তুমি যেনেকৈ মোৰ পৰা সহানুভূতি পোৱা বুলি লিখিছা, ময়ো জানো তোমাৰ পৰা তেনেকৈ নেপাওঁ? এজন বন্ধুৰ পুতেকৰ পৰা এনে পোৱাটো একো

আচৰিত নহয়। প্ৰত্যেক মানুহৰ লিখাৰ একো একোটি ধাৰা আছে, কবিতাতো সেই তেনে কথাই, কিন্তু অমুকৰ লিখাৰ লগত নিমিলিল, তমুকৰ লগত নিমিলিল, এনেবিলাক কথা যিবিলাকে লিখে তেনেবোৰ কেনে যুক্তি সঙ্গত কথা বুজিব নোৱাৰোঁ। মোৰ নিজৰ কবিতাৰ বা বলিয়ালিৰ সম্বন্ধে এষাৰ কথা উনুকিয়াওঁ — মই কোনো ধৰাবন্ধা নিয়মেদি যাবলৈ ভাল নেপাওঁ — যেতিয়া যিটো মনত খেলায় তাকেই লিখি থওঁ।" (২২.৪.৫০)

অসমীয়া সাহিত্যৰ বুৰঞ্জী লিখকক কবিৰ এই দৃষ্টিভঙ্গী আৱশ্যক হ'ব পাৰে এই ভাৰসাতে কথাখিনি লিপিবদ্ধ কৰিলোঁ। ই এক হৃদয়ে অন্য এক হৃদয়লৈ সঙ্গোপনে পঠিওৱা বাতৰি — হৃদয়সংবাদীলৈ প্ৰেৰণ কৰা হৃদয় সংবাদ। দুৱৰাৰ স্মৃতিক অশ্ৰদ্ধা দেখুৱাবলৈ মন নাযায় যদিও মোৰ ধাৰণাত, উপলব্ধিৰ গভীৰতা. ভাষাৰ সৌন্দৰ্য্য আৰু চিন্তাৰ গুণত দুৱৰাতকৈ কবি হিচাবে গণেশ গগৈৰ স্থান অলপমান ওপৰত।

## 88

এই শতিকাৰ চতুৰ্থ দশকত ঘাইকৈ দুৱৰা আৰু গণেশচন্দ্ৰ গগৈৰ আৰ্হিৰ প্ৰভাৱত কেইজনমান তৰুণ কবি ওলাইছিল। এওঁলোকৰ কাব্যৰ উপজীব্য আছিল নিৰাশা, প্ৰেম, বিৰহ আদি অনুভূতি আৰু ৰচনা আছিল সৰল আৰু সহজ পাঠ্য। তেওঁলোকৰ নাম এতিয়া উচ্চাৰণ কৰা যুগুত হয়নে নহয় থিৰ কৰিবলৈ টান। মোৰ সহপাঠী লীলা দত্ত আৰু দুলাল বৰপূজাৰী, আৰু আন এজন মলিনচন্দ্ৰ বৰা — অন্ততঃ এইকেইজনৰ নাম মনত পৰিছে। শশী গগৈ আছিল ব্যৰ্থতাৰ কবি। মুনীন বৰকটকীয়েও এবাৰ এই সুৰ বজাইছিল, অৱশ্যে এওঁৰ ব্যৰ্থতা বিৰহজাত নহয় —

এই যে জীৱন কিমান কি লৈ দিনকদিনে
উঠিল ভৰি,
জাবৰ শুদা! গোটেই জীৱন জাবৰ পূজা
মৰিলোঁ কৰি।.........
(ব্যৰ্থ সাধনা)

মই ওপৰত উল্লেখ কৰি আহিছোঁ যে মোৰ সাধনা পদ্যৰচনাতকৈ গদ্য ৰচনাত হে কেন্দ্ৰীভূত হ'ল, তথাপি সঙ্গ দোষে চোৱে, আৰু আগবয়সৰ কুমলীয়া মনে মাজে সময়ে উচাল দিয়ে। মোৰ ইংৰাজী কবিতা এটা নে দুটা কৰবাত ওলাইছে (অনুবাদৰ কথা কোৱা নাই); শ্বিলঙৰ প্ৰাকৃতিক পৰিবেশ লৈ ৰচা অসমীয়া কবিতা এটা 'সুৰভি'ত ছপা হৈছিল। মোৰ অপ্ৰকাশিত ৰচনা অলপৰ (১৯৪৪) চানেকি দিয়া যাওক ঃ

অ' পৰ্বতীয়া

শোকে জানো হিয়া তোৰ নকৰে গধুৰ —

সৰলৰ সোঁসোৱনিয়ে নকৰে অকলশৰীয়া ?

বতাহৰ চেঁচা বিননিয়ে পাহৰা কথা নিদিয়েনে সোঁৱৰাই

নকৰে বলিয়া ?

হাড়ৰ দৰে টান বেঁকা আঙুলিৰে তই

যি ৰতন ধৰিছিলি খামুচি

ভৈয়ামলৈ নমা ছুৰমুৰ জলধাৰে

হিয়াৰ তেজ চেৰেকি পৰা

চকুৰ নিজৰা-লোৰে

সোঁৱৰণ নমথে তোৰ ?

চৌপাশে চেঁচা বতাহ –

অকলে তই বুলিছ বাট,

ঘেৰি অহা ধুমুহা তাণ্ডবে

যাতনা তোৰ পেলাব শাঁত ?

উল্লেখ কৰা যুগুত যে এই সময়ৰ ভিতৰতে আবিৰ্ভাব হৈছে অমূল্য বৰুৱাৰ, আন দুই একৰ কথা উল্লেখ নকৰিলেও।

৪৫

মাইকী মানুহৰ জিভাৰ আগতে সাহিত্য লাগি থাকে বুলি আলোচনা চক্র এটিত মন্তব্য কৰিছিলোঁ। কথাষাৰ শুনি ভদ্রলোক এজনে বাহ্‌বা দিলে। মই যি অৰ্থত কথাষাৰ কৈছিলোঁ সেইটো হয়তো তেওঁ ধৰিব নোৱাৰিলে। কথাষাৰ এইবেলি নতুন ধৰণে কওঁ ঃ মাইকী মানুহৰ জিভা আৰু সাহিত্যিকৰ কলমৰ মাজত সাদৃশ্য আছে — দুয়োটিয়ে সৃষ্টি কৰে।

৪৬

মানুহ বংশগতিৰ বশ
মানুহ পৰম্পৰাৰ বশ
মানুহ শৰীৰৰ বশ
মানুহ স্থানৰ বশ
মানুহ কালৰ বশ
মানুহ প্ৰবৃত্তিৰ বশ
মানুহক অসীমেও হাতবাউল দিয়ে
মানুহৰ স্বাধীনতা কিমানখিনি?

৪৭

ব্যক্তিস্বাতন্ত্র্যৰ জাগৰণৰ লগে লগে ব্যক্তিবিশেষৰ মানসিক অৱস্থাৰো আধিপত্য স্থাপন হ'ল আৰু আজিকালি সকলো দেশতেই মানুহৰ চেতন অৱচেতন দুয়ো ক্ষেত্ৰৰ বহুতো ন ন অভিজ্ঞতা প্ৰকাশ পাবলৈ ধৰিছে। আজিৰ যুগৰ সাহিত্যৰ এইবিলাকেই সঁজুলি। কমিউনিষ্ট পন্থই মানুহক আকৌ সমাজ-ভাবাপন্ন কৰিবলৈ যি প্ৰয়াস কৰিছে সি আংশিক ভাবেহে সিদ্ধ হব পাৰে, কিয়নো আধুনিক ব্যক্তিৰ অনুভূতি সূক্ষ্ম, গভীৰ আৰু অপৰিমিত। ইয়াৰ অৰ্থ এই নহয় যে ব্যক্তিৰ সামাজিক পটভূমি এটি নাই। তথাপি ব্যক্তিগত অভিজ্ঞতা, ব্যক্তিয়ে একান্তমনে উপলব্ধি কৰা অনুভৱ বিসৰ্জন দি মানুহে যে আকৌ স্থূল অনুভূতি কেইটামান লৈয়ে সন্তুষ্ট থাকিব পাৰিব, এনে কথা অযুক্তিকৰ যেন

লাগে। আধুনিক যুগৰ কবি বা ঔপন্যাসিকে নিজৰ মনৰ সকলো মানসিক অৱস্থা আবিষ্কাৰ কৰিবলৈ যত্ন কৰি নিজৰ শৈশৱৰ অভিজ্ঞতাবোৰো চালিজাৰি উলিয়াবলৈ চেষ্টা কৰিছে।

যি বয়সত লিখিবৰ অভ্যাস কৰা যায় সেই সময়ৰ সমসাময়িক অভিজ্ঞতাবোৰ ধৰিবলৈ সুচল। কিন্তু নিচেই সৰুকালৰ সুখ দুখ, ভয় আতঙ্ক, বিস্ময় -- এইবিলাক বিচাৰি পোৱা যায়নে? এইবিলাক সোঁৱৰণৰ জোলোঙাত ৰয়নে? নাইবা ৰলেও সেইবোৰ চালিজাৰি উলিয়ালে সৰুকালি উপলব্ধি কৰা নৈৰাশ্য, আশা আৰু বিস্ময়ৰ অনুভূতিয়ে সেইবিলাক মেৰিয়াই ৰাখেনে?

সৰুকালৰ জীৱন। যি বয়সত কথা মনত ৰয় সেই বয়সৰ কথাহে কবলৈ সহজ। তিনি চাৰি বছৰৰ কথাও দুই এটা মনত ৰয়। সাধাৰণতে ছয় সাত বছৰ বয়সত কিছুমান কথা বুজিব পাৰি , কিছুমান প্ৰশ্ন ওপজে আৰু পিছলৈকো মনত ৰয়। সৰুকালৰ অভিজ্ঞতা বিস্ময়ৰ পোহৰেৰে উজ্বল। সেই বয়সত সংসাৰখন নতুন বস্তু, চাৰিওপিনে প্ৰাণশক্তিৰ স্পন্দন, ৰংবিৰঙৰ খেল; আনহাতে এই বাহিৰৰ সংসাৰৰ অভিজ্ঞতাৰ সমান্তৰালকৈ চলে মনৰ ভিতৰত আৰু এখন সংসাৰ - যিখনৰ মোহনীয় ৰূপ যেন আৰু সৰহ আকৰ্ষণীয়। সেই কল্পনাৰ সংসাৰত শিশুৱে ধনু লৈ অৰ্জুন হয়, গাৰী লৈ ড্ৰাইভাৰ হয়, এক ঘোচা মাৰি বেয়া পোৱাজনক ওফৰাই পঠিয়ায়, ধন আৰ্জি মাকৰ চকুপানী আঁতৰায়...

দৃশ্য এটা দূৰৈৰ পৰা চালে তাৰ সৰু সৰু অংশবিলাক দেখা নাযায়। ডাঙৰ ওপৰত ওলাই থকা অংশবোৰহে দেখি। সেইদৰে পিচৰ জীৱনত সৰুকালিৰ দিনবোৰ মনত পৰিলেও সেই সময়ৰ ক্ষুদ্ৰাতিক্ষুদ্ৰ অভিজ্ঞতা আৰু অনুভূতি মনত নাথাকে, থাকে মাথোন চেতনাত সৰহকৈ সাঁচ পেলোৱা কেতবোৰ ঘটনাৰ পাতল সোঁৱৰণ। সাহিত্যত সচৰাচৰ এই পিচৰ ধৰণৰ সোঁৱৰণৰ চানেকিহে পোৱা যায়, কিন্তু দুই এজন প্ৰতিভাশালী লিখকে শিশুমনৰ সহানুভূতিপূৰ্ণ ছবি -- হয়তো কল্পনাৰ সহায়ত -- দিবলৈ সমৰ্থ হৈছে। মাৰ্ক টোৱেইন, মৰিছ মেটাৰলিঙ্ক, ৰবীন্দ্ৰনাথ, হাৰ্পাৰ লী আদিৰ নাম উল্লেখ কৰিব পাৰি। 'অপৰাজিত'ৰ ৰচক বিভূতি বন্দোপাধ্যায়ৰ নামো ল'ব পাৰি।

এইখিনিতে এটা প্ৰভেদ সুস্পষ্ট কৰি লোৱা উচিত। লিখকে শিশুমন বা জীৱনৰ সংস্পৰ্শলৈ আহি নিজৰ বিষয়ে লিখা কথা আৰু শিশুমনৰ প্ৰকৃত ছবি দিবলৈ কৰা চেষ্টা — এই দুটা সুকীয়া সুকীয়া বস্তু। নবীনচন্দ্ৰ বৰদলৈৰ 'শিশুৰ হাঁহি' কবিতাটি প্ৰথম শ্ৰেণীৰ, কিন্তু 'এক্ষণমানি ছোৱালীকণ তোৰ খঙৰ ইমান ভমক' কবিতাটি দ্বিতীয় পৰ্য্যায়ৰ।

৪৮

পুলিচ বিষয়া, আইন ব্যৱসায়ী আৰু চিকিৎসকৰ অভিজ্ঞতাৰ ক্ষেত্ৰ সৰ্বসাধাৰণৰ দৃষ্টিৰ বাহিৰত; আন ভাষাত এনে অভিজ্ঞতাসম্পৰ্কে কিতাপ পত্ৰ পোৱা যায়, আমাৰ ভাষাত নাই বুলিলেই হয়।

৪৯

ভাবিবলৈ টান লাগে যে তীক্ষ্ণধী, কৰ্ম্মশক্তিত তজবজীয়া হিন্দী প্ৰচাৰক কমলনাৰায়ণ দেৱ যেতিয়া স্বৰ্গী হয় (৩ চেপ্তেম্বৰ, ১৯৪৬) তেতিয়া তেওঁৰ বয়স হৈছিল মাত্ৰ ৩১। ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰ সচিব এওঁৰ উদ্যোগতে ১৯৪৩ চনত 'জয়ন্তি' মাহেকীয়া ৰূপত পুনৰুজ্জীৱিত হৈছিল। অসমীয়া সাহিত্য-চিন্তাত 'জয়ন্তী'য়ে মূল্যবান পৰিবৰ্ত্তনৰ সূচনা কৰিছিল — এই পৰিবৰ্ত্তন আছিল বাস্তৱ অভিমুখী আৰু আপেক্ষিকভাবে বামপন্থী। তেওঁ যেনেকৈ গুজৰাটী, মাৰাঠী, উৰ্দু, বঙালী, ইংৰাজী আদি ভাষা জানিছিল সেইদৰে অসমীয়া শিকি অসমীয়াতো লিখিবলৈ আৰম্ভ কৰিছিল। পুৰুষোত্তমদাস টেণ্ডণ, আনন্দ কৌশল্যায়ন, কে. এম. মুন্সী, মহাদেৱী বৰ্ম্মা আদি গণ্যমান্য ব্যক্তিৰ লগত তেওঁৰ আছিল সম্ভাৱ। এবেলি হিন্দী আলোচনী 'ৰূপম'ত তেওঁ প্ৰকাশ কৰিছিল 'ব্যভিচাৰ তেৰা নাম নাৰী হ্যায়' নামৰ ৰচনা — তাৰ প্ৰেৰণা আছিল সম্ভৱ নিজৰ ঘৰুৱা জীৱনৰ তিক্ততা। আনহাতে কজলা চকু, আগজোঙা নাকৰ এই উদ্যমী আশাবাদী বিহাৰী মানুহজন আছিল আমাৰ কেইবাজনৰো আকৰ্ষণ। ইমান প্ৰেৰণাদায়ক আৰু আপোনভোলা সঙ্গী জীৱনত কমেই পাইছোঁ।

কৰবাত পাইছিলোঁ যে সুখ বোলা বস্তু নাই, আছে মাথোন সুখৰ মুহূৰ্ত্ত। আমি বহোঁগৈ জোনাক নিশা উৰ্বশীৰ ওচৰৰ বালিত, — কমলনাৰায়ণ, তেওঁৰ পত্নী, আনন্দেশ্বৰ শৰ্ম্মা, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, ভবানন্দ দত্ত, মই।

ভবানন্দৰ স্মৃতিশক্তি অসাধাৰণ — ৰবীন্দ্ৰনাথৰ 'মানস সুন্দৰী' নামৰ দীঘলীয়া কবিতা অনৰ্গল গাই যায়। ৰংধেমালিৰ মাজত আমাৰ সময় কাটে। মনত পৰে শৰণীয়া পাহাৰৰ ওচৰত জোনাক নিশাৰ ভ্ৰমণ, আনন্দৰ ঘৰত শিৱৰাত্ৰিৰ ফুৰ্ত্তি, নাথুৰাম মহাজনৰ আমন্ত্ৰণত চোৰা চিনেমা, কমলনাৰায়ণৰ বেমাৰ, আনন্দ আৰু মই দিয়া সামান্য সহায়, আৰু কিমান কথা।

কিছুমানে চিগাৰেট খায়, কিছুমানে হয়তো চুইংগাম চোবায়, কমলনাৰায়ণে চোবাইছিল শুকান বুট, বিশেষকৈ কিবা লিখিবৰ সময়ত। কমলনাৰায়ণৰ সহায় নোলোৱাহেতেন বিৰিঞ্চিকুমাৰ বৰুৱাই 'কাব্য আৰু অভিব্যঞ্জনা' (হিন্দী 'কাব্য মে অভিব্যঞ্জনা'ৰ আধাৰত) লিখিব নোৱাৰিলেহেতেন। এওঁৰ তাগিদতে ডঃ কাকতিয়ে 'জয়ন্তী'ত লিখিছিল পুৰণি অসমৰ ধৰ্ম্মৰ ধাৰা।

তেওঁ ঢুকাল টাইফইড ৰোগত; তেওঁৰ জ্বৰৰ উত্তাপ বঢ়াইছিল এক বন্ধুৰ বিশ্বাসঘাতকতা আৰু তাৰ ফলত ওপজা পাৰিবাৰিক বিপৰ্য্যয়ে।

৫০

যুক্তৰাষ্ট্ৰৰ এডেমজ পৰিয়ালৰ বিশেষ সুখ্যাতি। এওঁলোকৰ জন কুইনচি নামৰজন সভাপতি হৈছিল, চ্চালৰ্জ ফ্ৰেঞ্চিছ ব্ৰুকছ্ কূটনীতিজ্ঞ বিষয়া, আন এজন হেনৰি ব্ৰুকছ্ আছিল পণ্ডিত। এওঁৰ আত্মজীৱনী 'ডি এডুকেশ্যন অৱ হেনৰি এডেমজ'ৰ (১৯০৭) খ্যাতি কম নহয়, অৱশ্যে সৰসৰাই পঢ়ি যাব পৰা কিতাপ এইখন নহয়। এডেমজে কিতাপখনৰ এঠাইত মন্তব্য কৰিছে এই ভঙ্গীত ঃ নীতিবোধ সম্পৰ্কত মাইকী মানুহৰ এটি সুস্পষ্ট ধাৰণা আছে। এওঁলোকে যিটো কৰে সেইটোৱে শুদ্ধ; যিটো নকৰে সেইটো ভুল অশুদ্ধ। সৰহ ক্ষেত্ৰত তেওঁলোকৰ কৰা নকৰাৰ ওপৰতে নিৰ্ভৰ কৰে নৈতিকতা।

৫১

সংসাৰৰ সমস্যাবিলাক অলপ নিৰাসক্ত হৈ আঁতৰৰ পৰা চাব নাজানিলে হাঁহিব নোৱাৰি। হাঁহিব জনা মানুহৰ হাঁহি যোগাব পৰা সাহিত্যিকৰ - চৰিত্ৰৰ নিশ্চয় কিছু বৈশিষ্ট্য থাকে। হাস্য প্ৰতিভাৰ লক্ষণ বুলিও স্বীকৃত হৈছে। সাহিত্যৰ ক্ষেত্ৰতো হাস্য পৰিহাস সজীৱতাৰ লক্ষণ বুলি পৰিগণিত হয়। এই বিষয়ে

অসমীয়া সাহিত্যৰ গৌৰব কৰিবলগীয়া সৰহ নাই। যোৱা কুৰি বছৰত মই কুৰিটাও ধেমেলীয়া গল্প পঢ়িবলৈ পোৱা নাই। অসমীয়া আলোচনীবিলাকত ('ৰহিমলা' ব্যাতিক্রম আছিল) এনে গল্প কদাচিৎহে প্রকাশ হয়।

মই বলো শইকীয়া নামৰ চৰিত্র এটি অবলম্বন কৰি ধেমেলীয়া গল্প 'মূলধন' ৰচনা কৰিছিলোঁ ১৯৪৪ চনত। বলো শইকীয়াই তাৰ পাচতো মাজে সময়ে ভুমুকি মাৰিছিল। ব্যৱসায়ী বলো শইকীয়াৰ ব্যৱসায় বহুতো, পিচে তেওঁৰ সদায় লোকচান, নিজৰ দোষত নহয়, আনৰ কাৰণেহে। চৰিত্রৰ আৰ্হি লৈছিলোঁ মোৰ্ এক আত্মীয়ৰ ক্রিয়া-কলাপৰ পৰা। ইজন অৱশ্যে বিপদজনক লোক, ৰং ধেমালিৰ লগতো তেওঁ ৰ সমন্ধ নাই, কিন্তু তেওঁৰো ব্যৱসায় বিবিধ আৰু সদায় হয় লোকচান।

## ৫২

মোৰ আগজীৱন যাৰ আশ্রয়ত গ'ল সেই জেঠা গুৱাহাটী সদৰ মজলীয়া স্কুলৰ (স্থাপিত ১৮৩৫ ; উঠি যায় ১৯৩৬) হেড পণ্ডিত সহদেৱ গোস্বামীৰ কথা ওপৰত উল্লেখ কৰি আহিছোঁ। তেওঁৰ জন্ম হৈছিল ১৮৬৮ চনত আৰু মৃত্যু হয় ১৯৬০ চনত, ৯২ বছৰ বয়সত।তেওঁ গুৱাহাটী নৰ্মাল স্কুলৰ (পিচত ১৯০৫ চনত যোৰহাটলৈ উঠি যায়) দ্বিতীয় চামৰ ছাত্র আছিল। পাঠশালা স্কুলৰ পৰা বৃত্তি পাই তেওঁ গুৱাহাটীৰ সদৰ মজলীয়া (এম. ভি.) স্কুলত নাম লিখে। তেতিয়া হেড পণ্ডিত আছিল কুদৰত আলি, মানুহ অসমীয়া কিন্তু পঢ়াইছিল বঙালী। ১৮৮৭ চনত জেঠাই নৰ্মাল পাছ্ কৰে। নৰ্মাল স্কুলৰ হেড় মাষ্টৰ আছিল ব্রজপতি বেনাৰ্জী। পাণবজাৰৰ 'পণ্ডিতৰ দোকান' এওঁৰে আছিল। ফাইনেল পৰীক্ষাত পাছ্ কৰিছিল এই কেইজন ছাত্রই —

সহদেৱ গোস্বামী (প্রথম)

দুষ্টৰাম দাস

যাদবচন্দ্র দাস

লালমোহন চক্ৰবৰ্ত্তী

গঙ্গাচৰণ দাস

জেঠাই গুৰিৰ পৰাই হেড পণ্ডিত হিচাবে চাকৰি পায়। প্ৰথমে মঙ্গলদৈৰ ওচৰৰ শেতমদাৰত (১৮৮৭)*, তাৰ পাচত মঙ্গলদৈত (১৮৯১)। মঙ্গলদৈত সাহায্যপ্ৰাপ্ত এম-ই স্কুলৰ হেড পণ্ডিত। ইয়াৰ মাজতে তেওঁ ১৮৯৫ চনত পিতাৰ বায়েক উমাপ্ৰিয়াক বিয়া কৰায়। ১৮৯৬ চনত তেওঁ চতিয়াৰ চৰকাৰী ছাত্ৰবৃত্তি স্কুলত নিযুক্তি পায়। ইয়াত তেওঁ ১৯০৭ চনলৈ থাকে। প্ৰতাপচন্দ্ৰ হাজৰিকা, পূৰ্ণচন্দ্ৰ শৰ্ম্মা, ডাঃ দিবাকৰ হাজৰিকা, ডাঃ হেম বৰুৱা, শ্ৰীনগেন হাজৰিকাৰ পিতৃ গোলাপচন্দ্ৰ হাজৰিকা আদি লোক আছিল জেঠাৰ ছাত্ৰ, আৰু এওঁলোকে জেঠা গুৱাহাটীলৈ অহাৰ পাচতো তেওঁৰ ঘৰত সোমাই প্ৰায়ে খবৰ লৈ গৈছিল। তেজপুৰত তিনিবছৰমান থকাৰ পাচত জেঠা ১৯১০ চনত হেড পণ্ডিতৰূপে গুৱাহাটীৰ সদৰ মজলীয়া স্কুল পায়হি আৰু ইয়াৰ পৰাই ১৯২৮ চনত পেঞ্চন লাভ কৰে। ছিলেকছন গ্ৰেইড বা বিশেষ দৰমহা পোৱা অসমীয়া পণ্ডিত তেওঁৱে আছিল প্ৰথম (১৯২১); ডঃ টমছনে অনুমোদন কৰা কাৰণে তেওঁৰ চাকৰিও তিনি বছৰ বঢ়াই দিয়া হৈছিল।

জেঠা আছিল গণিতত পাকৈত। চতিয়াৰ স্কুল চাবলৈ গৈ তেওঁৰ গণিতত ব্যুৎপত্তি দেখি শিক্ষা বিভাগৰ ডাইৰেক্টৰ ডঃ বুথ চাহাবে তেওঁৰ প্ৰশংসা কৰিছিল। গুৱাহাটীত হাইস্কুলৰ মাষ্টৰেও কেতিয়াবা আহি তেওঁৰ পৰা গণিত শিকি লৈছিল। দুৰ্গাধৰ বৰকটকীয়ে তেওঁৰ সহায় লৈহে মহাভাৰতৰ কাণ্ডকেইটামান ছপাই উলিয়াব পাৰিছিল। মোৰ মনত পৰে দৰঙী ৰজাৰ ঘৰৰ পৰা অনা বৃহৎ বনপৰ্ব পুথিখন জেঠাই গোটগোটীয়া আখৰেৰে সুন্দৰকৈ কপি কৰি দিছিল। মই ডঃ সত্যেন শৰ্ম্মাৰ লগত সম্পাদন কৰি উলিওৱা অদৃষ্ট পুৰাণখনো (মাধৱ-সুলোচনা) তেওঁ কপি কৰি দিছিল। দুৰ্গাধৰ বৰকটকী গুৱাহাটীলৈ আহিলে জেঠাৰ ঘৰত ভুমুকি মাৰিছিল। তেওঁ টিনৰ সৰু বাকচ এটাত বহুতো কিতাপ লৈ আহিছিল। এই বাকচত পোৱা 'হেমহাৰ', 'ডেচডিমোনা কাব্য' আদি কিতাপ মই কম বয়সতে পঢ়িবলৈ সুযোগ পাইছিলোঁ।

জেঠা পঢ়াকালত আছিল নাৱা গোসাঁইৰ পিতৃ মহেশ্বৰ গোস্বামী মুক্তিয়াৰৰ ঘৰত কোঠা এটা লৈ। মহেশ্বৰ গোস্বামীৰ ঘৰ তেতিয়া আছিল বৰ্ত্তমানৰ ঈশ্বৰ প্ৰসাদ বৰুৱাৰ টোলত। জেঠাৰ গাঁৱৰ ঘৰৰ পৰা চাউল আহে,

---

* এই স্কুল ১৮৯১ চনত উঠি যায়।

সেই চাউল নিজে ৰান্ধি খায়, কেতিয়াবা আহি নাপালে লঘোন দিবলগীয়া হয়। কদাচিৎ মহেশ্বৰ গোসাঁইৰ ঘৰৰ পৰা ধাৰ কৰি আনে।

মহাযুদ্ধৰ ঘমঘন্ট বাঢ়িলত ১৯৪২ চনত তেওঁ গুৱাহাটীৰ ঘৰ এৰি আমাৰ গাঁৱৰ ঘৰলৈ যায় আৰু তাতেই শেহত প্ৰাণ ত্যাগ কৰে। উজান বজাৰৰ বাৰোৱাৰী নামঘৰত এটা ভাগৱত সমিতি আছিল। তেওঁ তাৰ সম্পাদক আছিল। সেই সময়ত তেওঁৰ ওখপাখ থুলন্তৰ চেহেৰা।

এইখিনিতে জেঠাইৰ কথাও দুআষাৰ কোৱা যাওক। এওঁ আছিল অতি নীতি-নিয়মৰ মাজেদি চলা তিৰোতা। ভাত খাই মুখ ধুই মুহুদিৰ কাৰণে মুখত কিবা এবিধ গছৰ পাত চোবাইহে তেওঁ ঘৰ সোমায়, তামোলখন তাৰ পাচতহে। এওঁও জেঠাৰ দৰে স্বাস্থ্যবান সভাশুৱনী লোক আছিল। দুৰ্ভাগ্যৰ বিষয়, তেওঁৰ পক্ষাঘাত ৰোগ আৰম্ভ হ'ল আৰু যি ভগবানৰ নাম তেওঁৰ ওঠৰ পৰা নুগুচিছিল সেই ভগবানক গালি-শপনি পাৰি, নহৰু পিয়াজ খাই, একেবাৰে আলৰ হৈ, ১৯৪১ চনৰ জানুৱাৰী মাহত তেওঁ এই যাতনাৰ সংসাৰৰ পৰা মুক্তি লভে। এই মহিলাগৰাকীৰ আতিথ্য আৰু ৰন্ধাবঢ়াৰ কথা কোৱা লোক এতিয়াও পায়।

জেঠাৰ কথা মনত পৰিলে ভাব হয় এই নৰ্মাল পাছ্ কৰা আগৰ শিক্ষকসকলে ইংৰাজী নাজানিছিল যদিও এওঁলোক পুৰণি কথা, সাহিত্য, গণিত, শিকোৱা পদ্ধতি, হাতৰ আখৰ আদি বিষয়ত কিমান প্ৰশংসনীয় আছিল, কেনেকৈ ফাকি নিদিয়াকৈ মন দি ছাত্ৰক শিক্ষা দিছিল। জেঠাৰ কিন্তু ৰাগো কম নাছিল, মোৰ মনত পৰে অঙ্ক শিকাওঁতে বুজি নাপালে তেওঁ যেতিয়া হুৰহুৰাই উঠে তেতিয়া ভয়ত মোৰ পিন্ধা কাপোৰ তিতিছিল। তেওঁ জন্মভূমি, আসাম - হিতৈষী আদি আলোচনী পঢ়িছিল; অনুসন্ধান সমিতিৰো তেওঁ সভ্য আছিল। বুঢ়াৰ মনৰ জোলোঙাত খবৰ আছিল বহুতো, কেতিয়াবা কথা প্ৰসঙ্গত পুৰণি কথা ওলালে মই টোকা কৰি থৈছিলোঁ। পিছে তেতিয়া মোৰ বয়স কম আছিল, মানসিক কৌতূহলো বঢ়া নাছিল, মন কৰা হলে বহুতো কথা জানি থব পাৰিলোঁহেতেন। এই দীৰ্ঘজীৱী মানুহজন আছিল বহুতো ঘটনাৰ বুৰঞ্জীস্বৰূপ। বুঢ়াই সৰুকালি পঢ়িবলগীয়া হৈছিল বঙালী। এই সোঁৱৰণ বৈছে তেওঁ মোলৈ এবাৰ লিখা চিঠি এখনত ঃ "মন্ত্ৰ আৰু কথা দুটা বেলেগ বস্তু। মন্ত্ৰ

— গুপ্ত, ফলদায়ক। কথা — প্ৰকাশ্য, বতাহত উৰা, বিফল। সেইকাৰণে মনত ভৰা কথা প্ৰকাশ কৰা উচিত নহয়।ʼকালীপ্ৰসন্ন ঘোষৰ প্ৰভাত চিন্তা প্ৰথম ভাগ পঢ়িবলগীয়া।"

সৰুকালি মই পাঠশালা স্কুলত পঢ়া নাই। জেঠাৰ স্কুলত খ আৰু দ্বিতীয় শ্ৰেণীলৈ পঢ়ি উজান বজাৰৰ মাণিকচন্দ্ৰ মধ্য ইংৰাজী স্কুলৰ তৃতীয় শ্ৰেণীলৈ আহোঁ। ইয়াত দুবছৰ পঢ়ি তেজপুৰলৈ যাওঁ, তাত ডেৰবছৰ থাকি আকৌ গুৱাহাটীলৈ উভতোঁ আৰু কলেজিয়েট স্কুলত ভৰ্ত্তি হওঁ।

৫৩

অপ্ৰিয় কথা কৈ আনক অসন্তুষ্ট কৰিবলৈ হ'লে অলপ নৈতিক সাহৰ দৰ্কাৰ।

৫৪

সংস্কাৰত সাধুসঙ্গও সুলভ নহয়। কেতবিলাক মানুহৰ লগ লাগিলে আপুনি দুটি ভাল কথা শুনিব পাৰে নাইবা কথা শুনি সোৱাদ পাব পাৰে। কিছুমান মানুহৰ সঙ্গ অতি আমনিদায়ক। মোৰ পুৰণি ডায়েৰিত কেতিয়া কাৰ লগত ফুৰিছিলোঁ তাৰ দুই এটি টোকা কৰি থোৱা আছে।

মোৰ প্ৰথম পত্নীৰ ফালৰ আত্মীয়-কুটুম্বৰ ভিতৰত এজন মজাৰ মানুহ আছিল মাধবচন্দ্ৰ ভট্টাচাৰ্য, বন বিভাগৰ বিষয়া। উৎসাহী, হুৰমুৰীয়া লোক, জীপখনত উঠি ললে তেওঁক আৰু কোনে পায়? তেওঁৰ জৰিয়তে মোৰ নামবৰ হাবি, কাছমাৰী ৰিৰ্জাভ আদি চাবলৈ সুযোগ হৈছিল। তেওঁৱে মোক কৈছিল হবপায়, "বুজিছা, যেই সেই মানুহে হাঁহিব নোৱাৰে, হাঁহিব পাৰে বুদ্ধিমান মানুহে।"

যতীন্দ্ৰনাথ দুৱৰাই হেনো আগবয়সত উজান বজাৰৰ বাটত পিতাৰ লগত কবিতা আলোচনা কৰি ফুৰিছিল। মই তেওঁৰ লগত নৈৰ পাৰত ফুৰিবলৈ সুযোগ পাইছিলোঁ ১৯৪৮ চনৰ ১৮ চেপ্টেম্বৰ তাৰিখে। কলিকতাত লগ পাই অহাৰ দুবছৰ পাচত। কি আলোচনা কৰিছিলোঁ

মনত নাই, কিন্তু তেওঁৰ মুখত বাজিছিল সেই একে সুৰ— মোক লুকাই থাকিবলৈ দিয়া, মোক নুলিয়াবা।

সেই চনৰে ৩০ ডিচেম্বৰ তাৰিখে ডঃ কাকতি আৰু অধ্যাপক বিৰিঞ্চি কুমাৰ বৰুৱাৰ লগত দীঘলীয়াকৈ ফুৰোঁ জাপৰিগোগৰ পাহাৰৰ মাজে মাজে। কাকতিৰ লগত অকলেও ফুৰিছোঁ। ঠাট্টা-মস্কৰা, হাঁহি-ধেমালিৰ মাজত একোষাৰ ওলায় অমূল্য বচন। তেওঁ কয়, "মানুহে প্ৰবন্ধ এটা খুজিলেই তুমি দিবানে? Always put a premium upon your work." অৰ্থাৎ কাম কৰিলে বানচ বিচাৰিবা।

কাকতিয়ে অৰ্থ কৰা নাছিল যে অকল ধনৰ কাৰণেহে লিখিব লাগে, তেওঁ অৰ্থ কৰিছিল – পণ্ডিত সাহিত্যিকৰ শ্ৰমৰো যে মৰ্য্যাদা আছে এই কথা মানুহে বুজিব লাগে। এদিন শ্বিলংৰোডৰ কাষৰ ঘাঁহনিত সন্ধিয়া বহি থাকোঁতে তেওঁ কৈছিল, "বুজিছা, তোমাৰ গাত যদি কোনোবাই বোকা ছটিয়ায়, শুকালে জোকাৰি দিলে পৰি যায়, তথাপি অলপমান লাগি থাকে।" – অৰ্থ, তুমি যদি নিৰ্দোষ বদনামে তোমাৰ অন্যায় কৰিব নোৱাৰে, তথাপি বদনামৰ সুযোগ নিদিলেই ভাল।

কাকতিৰ টকাৰ প্ৰতি খঁক নাছিল, কিন্তু টকা যে দৰ্কাৰী এই কথা তেওঁ নাপাহৰিছিল। মনত পৰে তাহানিখন যেতিয়া প্ৰথম গুৱাহাটীত ৰেডিয়ো ষ্টেশ্যন হয়, আমি মাজে সময়ে ভাষণ দিবলগীয়া হলোঁ। ৰচনাখন আগতে দাখিল কৰা নিয়ম। ৰেডিয়োৰ বিষয়াই কেতিয়াবা দুই এটা শব্দ কাটকুট কৰে, মই বিৰক্ত হওঁ। কাকতিয়ে সি-সি-সি কৈ তেওঁৰ অন্তৰ ভেদি যোৱা ব্যঙ্গাত্মক হাঁহিটো মাৰি ক'ব, "তোমাৰ কথানো কোনে শুনিবহে? চেকখনহে দৰ্কাৰী। সেইখন পালেই হ'ল।"

মোৰ প্ৰথম বিয়া ব্যৰ্থ হোৱাৰ পাচত মোৰ মনৰ অৱস্থা বুজি কাকতিয়ে বিৰিঞ্চিকুমাৰ বৰুৱাক কৈছিল, "ল'ৰাজন খিংখিঙীয়া হৈ পৰিছে, কিবা এটা ব্যৱস্থা কৰিব লাগিল।"

ডঃ বৰুৱা আছিল বড়াভাইৰ দৰে, তেওঁ যিদৰে মোৰ পৰা কাম আদায় কৰি লৈছিল সেইদৰে ভ্ৰাতৃবৎ ব্যৱহাৰ কৰি অলৈ তলৈ মোক সঙ্গী কৰিও নিছিল। তেওঁৰ ভাৰযাতে আমি তিনিজনে গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা প্ৰথম ডক্টৰেট পাবলৈ সমৰ্থ হৈছিলোঁ। টান চোকোৰাৰ মাজত সোমাই থকা কাকতিক বহিৰ্মুখী কৰাত বৰুৱাৰ কৃতিত্ব কম নাছিল। বৰুৱাক গুৰিৰ পৰাই পাইছিলোঁ সহজভাবে। মনত পৰে তৃতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ি থাকোঁতে কলেজৰ নাও এখন বাই আমি গৈছিলোঁ ব্ৰহ্মপুত্ৰৰ সিপাঁৰৰ দীৰ্ঘেশ্বৰীলৈ। বৰুৱাই কৰিছিল চাহ, কচুৰী, কমলাৰ ব্যৱস্থা আৰু আমি লগত গৈছিলোঁ- যতিন পদ্মপতি, সুৰেন্দ্ৰমোহন চৌধুৰী, মথুৰানাথ ভট্টাচাৰ্য্য, ভবানন্দ দত্ত , চক্ৰেশ্বৰ ভট্টচাৰ্য্য, নগেন চৌধুৰী, নৰনাৰায়ণ গোস্বামী, দুলালচন্দ্ৰ বৰপূজাৰী, মহেশদেৱ গোস্বামী. মই আৰু দুজনমান।

এচাঁম একাডেমিৰ প্ৰতিষ্ঠাৰ গুৰিত আছিল বৰুৱা। এচাম একাডেমিয়ে প্ৰকাশ কৰা আৰু মই তিনিবছৰ সম্পাদন কৰা আলোচনীৰ নাম 'এচাম কোৱৰটাৰ্লি' মইয়ে দিছিলোঁ। বৰুৱাই সংসাৰ ত্যাগ কৰাৰ লগে লগে ময়ো এচাম একাডেমিৰ চেক্ৰেটেৰি বাব ত্যাগ কৰিছিলোঁ, বিশেষ কাৰণত। তেওঁ স্বৰ্গী হোৱাৰ অলপ দিন আগেয়ে তেওঁ কৰা কাম এটা ত্ৰুটিপূৰ্ণ হোৱা কাৰণে মই তেওঁক জগৰীয়া কৰিছিলোঁ, আৰু তেওঁ কৈছিল, "ভুল হয় দিয়া।" এচাম একাডেমিৰ বেমেজালীয়া কামৰ পৰা অব্যাহতি লভি মই লিখা-পঢ়া কৰিবলৈ সৰহ সময় পালোঁ। মই এৰাৰ লগে লগে তিনিমহীয়া 'এচাম কোৱৰটাৰ্লি'ও অনিয়মীয়া হ'ল।

এবাৰ মোৰ ডাঙৰ ল'ৰা হেৰাল। গণতন্ত্ৰ দিবসৰ উৎসব চাবলৈ গৈ ভৰ দুপৰীয়ালৈ উভতি নাহিল, গৈছিল বা কেতিয়া তাকো গম নাপাওঁ। তাৰ বয়স তেতিয়া আঠ নে ন। মই চিন্তিত হৈ বৰুৱাৰ ঘৰলৈ গলোঁ। তেওঁ ততালিকে গাৰীখন দি' ক'লে, "যোৱা বিচাৰাগৈ।" থানাতো খবৰ দিয়া হ'ল। পিচত তাক পোৱা গ'ল দীঘলী পুখুৰীৰ

ওচৰত থকা মোৰ মাহীৰ ঘৰত। তাক পাই গাৰীতে থানালৈ লৈ গলোঁ আৰু কলোঁগৈ, "হেৰোৱা ল'ৰা ওলাল।" দাৰোগাই অলপ ধমকি দি তাক অকলে ফুৰিবলৈ হাক দিলে হবপায়।

আপদে-বিপদে সহায় কৰা অভ্যাস বৰুৱাৰ আছিল। বৰুৱাক সমালোচনা কৰা সহজ, তেওঁৰ বদনাম গোৱা সহজ, কিন্তু তেওঁৰ দৰে আত্মবিশ্বাসী, দূৰদৃষ্টিপূৰ্ণ, অধ্যৱসায়ী আৰু সাংগঠনিক শক্তি থকা লোক ১৯৬৪ চনৰ পাচত বিশ্ববিদ্যালয়ত কোন ওলাল?

এতিয়া য'ত দিচপুৰ তাৰ ওচৰত, বাহিনী নৈৰ পাৰত, আঘোণমহীয়া আবেলি এদিন ডঃ বৰুৱা, মই আৰু আমাৰ ল'ৰা-ছোৱালী দুটিমানেৰে কটা ধানৰ নৰাত বহি, কাষত চাহ-জলপান লৈ, আমি সংসাৰৰ সা-সমস্যা পাহৰিবলৈ যত্ন কৰিছোঁ। কথা প্ৰসঙ্গত বৰুৱাই কোৱা মনত পৰে —"তুমি বৰ বেছি ডিমক্ৰেটিক।" কথাষাৰ তেওঁ ভাল অৰ্থত কোৱা নাছিল, কিন্তু মোৰ মনত খেলাইছিল, সংসাৰত সৰু ডাঙৰৰ কি অৰ্থ? মানুহৰ ভাগ্যৰো পৰিবৰ্ত্তন হয়। ভেমফঁষ্টি নেদেখুৱাই বা চাল নামাৰি এখন ভৰি মাটিত ৰখাই বুদ্ধিমানৰ কামনে কি।

৫৫

কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত পঢ়ি থাকোঁতে নে আই-এ পৰীক্ষা দিয়াৰ পাচতে যেতিয়া ৰঘুনাথ চৌধাৰীদেৱৰ সৈতে চিনাকি হওঁ তেওঁ মোক আথেবেথে বন্ধুৱাই কৈছিল,"বাপা, তোমাৰ পিতাৰাৰ কথা পাহৰিব নোৱাৰো, ঘৰ সোমালেই তেওঁৰ উজ্জ্বল চকুজোৰহে লক্ষ্য কৰিব লাগে। দক্ষিণপাৰত এনে অমায়িক আৰু প্ৰতিভাশালী লোক আৰু মই দ্বিতীয় দেখা নাই।" আতা সেইধৰণেৰে, যাক মৰম কৰে তেওঁক আকাশলৈ তোলে। বুঢ়াই এবেলি মোক কম লাজ দিয়া নাই। মই তেতিয়া যোৰহাটত। চৌধাৰীদেৱক জগন্নাথ বৰুৱা কলেজত অভিনন্দিত কৰা হ'ল। তেওঁ সমিধানত কবলৈ উঠি ওচৰতে বহি থকা মোক আঙুলিয়াই কলে, "এই যে এওঁক দেখিছা, এওঁ এডোখৰ হীৰা, এডোখৰ হীৰা।" মোৰ সৌভাগ্য ছাত্ৰসকলে মোক পিচত হীৰা হীৰা বুলি জোকোৱা নাছিল।

'সুৰভি'ৰ ছপা সম্পৰ্কত চৌধাৰীয়ে মোক এবাৰ পূববঙ্গৰ চিৰাজগঞ্জলৈ পঠিয়াইছিল। মই তাত দুদিনমান আছিলোঁ আৰু ৰাতি শুইছিলোঁ সুবিখ্যাত পাটিগণিতৰ ৰচক জমিদাৰ যাদবচন্দ্ৰ চক্ৰবৰ্ত্তীৰ কাছাৰীঘৰৰ আহল-বহল গদীত। সি একহিচাবে বাৰোৱাৰী বিছনা! 'কেতেকী'ৰ ইংৰাজী অনুবাদ কৰাবৰ কাৰণে তেওঁ কেইবাজনকো কৈ বিফল হৈ শেহত মোক জনোৱাত কিছুমান কলি বাদ দি কিতাপখন মই অনুবাদ কৰি দিছিলোঁ। তেওঁ সেইখন ছপা কৰি উলিয়াইছিল। আটাইবিলাক কলি অনুবাদ কৰিবলৈ টান, কিয়নো তাত ঝঙ্কাৰ আছে, ভাব নাই।

অম্বিকাগিৰীয়ে যি চনত প্ৰেছ স্থাপন কৰে, তাৰ কেইবছৰমানৰ পিচতে (১৯২৩) পিতাই 'আৰ্টপ্ৰেছ' আৰু 'অৰ্ঘা পাবলিছিং হাউছ' স্থাপন কৰে। এওঁলোক সমসাময়িক লোক, সেইকাৰণে ময়ো অম্বিকাগিৰীৰ 'বাপা'। এদিন ৰাতিপুৱা গৈছিলোঁ তেওঁৰ খবৰ কৰিবলৈ। তেওঁ তেতিয়া অসম সাহিত্য সভাৰ সভাপতি, পিচদিনা যাব দিল্লীলৈ কিবা সভাত যোগ দিবলৈ। তেওঁ মোক চাইক্লোষ্টাইল কৰা দীঘল পুস্তিকা এখন উপহাৰ দিলে। সেইখন তালুকদাৰে ইংৰাজীত ৰচনা কৰা অসমীয়া সাহিত্যৰ বুৰঞ্জী। ঘৰলৈ আহি পাত লুটিয়াই দেখোঁ তাত এনে বাক্য আছে ঃ Sankardeva preached untouchability in the sixteenth century. অৰ্থাৎ শঙ্কৰদেৱে ষোড়শ শতিকাত নুছুবি নুছুবি (অস্পৃশ্যতা) প্ৰচাৰ কৰিছিল। আৰু মজাৰ কথা, বিহুনামৰ 'পানেই' হ'ল চীনদেশৰ বুৰঞ্জীৰ কোনোবা লেইডি পেন! মই ততালিকে চিঠি এখনত লিখি পঠিয়ালোঁ, "এনে বলিয়ালি যেন দিল্লীত প্ৰচাৰ নকৰেগৈ।" পিচত তেওঁ কি কৰিলে গম নাপালোঁ। এনে হঠকাৰিতাৰ বাবে তেওঁৰ ওপৰত মই বহুদিনলৈ ৰুষ্ট হৈ আছিলোঁ। চৌধাৰী আৰু ৰায়চৌধুৰী দুয়োজনৰে মৃত্যুৰ পিচত মই তেওঁবিলাকৰ বিষয়ে অসমৰ বাহিৰৰ ইংৰাজী আলোচনীত বহলাই লিখিছিলোঁ।

অম্বিকাগিৰীৰ জীৱনধাৰাত প্ৰকাশ পোৱা দুঃসাহস আৰু সজীৱতা তেওঁৰ আত্মজীৱনীত কিছুপৰিমাণে সংৰক্ষিত হৈছে।

## ৫৬

কটন কলেজত মই চাকৰি পাওঁ ঘাইকৈ সেই সময়ৰ শিক্ষামন্ত্ৰী চয়িদুৰ ৰহমানৰ অনুগ্ৰহত। মই এম.এ পঢ়োঁতেও এওঁ মোক ষ্টাইপেণ্ড বা বৃত্তি এটাৰে সহায় কৰিছিল। এই বিদ্যানুৰাগী মানুহজনে মোৰ লিখা-পঢ়াতো উৎসাহ দিছিল। মই কটন কলেজত যোগ দিয়াৰ দুদিনমান আগেয়ে কলেজৰ পুথিভঁৰালত ডঃ কাকতিক লগ পাইছিলোঁ। তেওঁ ক'লে, "অ' তুমি আহিলা, তুমি অলপ পঢ়া-শুনা কৰি লোৱা, ভালকৈ পঢ়াব লাগিব।" কাকতিয়ে কথাষাৰ কোৱা ভঙ্গীটো ভাল নাপালোঁ, যেন মই নিজৰ দায়িত্ব পালন কৰিবলৈ অহা নাই, গা ঘেলাবলৈহে আহিছোঁ! পিচে কাকতিৰ লগত উপায় নাই, মানুহজন ওখৰা-মোখৰা, কিন্তু যদিহে এবাৰ তেওঁ অপোনাক আঁকোৱালি লয়, তাৰ পাচত নেৰে।

কটন কলেজত চাৰে তিনি বছৰ আছিলোঁ। চৰকাৰী চাকৰি এৰি দিয়াৰ কোনো কাৰণ হয়তো নাছিল, কিন্তু যেতিয়াই গম পালোঁ ডঃ কাকতি আৰু ডঃ বৰুৱা বিশ্ববিদ্যালয়লৈ আহিব, তেতিয়াই মই মানসিকভাবে নিঠৰুৱা অনুভব কৰিলোঁ। কটন কলেজত মোৰ মানসিক উৎকৰ্ষৰ সম্ভাৱনা সৰহ নাছিল। বিশ্ববিদ্যালয়ত ইংৰাজীৰ লেকচাৰাৰ পদ যিটো খালি আছিল সেই পদৰ কাৰণে বাছনিত প্ৰথম হৈছিল শ্ৰীযজ্ঞেশ্বৰ শৰ্ম্মা। শৰ্ম্মাই দৰমহা অলপ সৰহ দাবী কৰিলে, ঘাইকৈ সেইটো কাৰণতে চাকৰিটো মই পালোঁ। আনহাতে বিশ্ববিদ্যালয়লৈ আহি ইংৰাজী সাহিত্যৰ সৈতে মোৰ সম্বন্ধ পাতলিল। সাহিত্য পঢ়াবলৈ আৰু সুযোগ নাপালোঁ।

এটা বিষয়ত লাগি থাকিলে মেধাবী মানুহৰ সেই বিষয়ত জ্ঞান গভীৰ হ'ব পাৰে, কিন্তু মনৰ পৰিসৰ ঠেক হৈ যোৱাৰো সম্ভাৱনা থাকে। কিছু বছৰৰ মূৰে মূৰে চৰ্চ্চাৰ বিষয় সলনি হৈ থকাটো হয়তো মঙ্গলজনক। ডঃ কাকতিয়ে কোৱা মনত পৰে ঃ "তুমি ইংৰাজীৰ এম-এ, ইংৰাজী সাহিত্য সম্পৰ্কে তোমাৰ জ্ঞান আছে, কিন্তু তাৰ উপৰি তুমি আৰু কি জানা?" এই প্ৰশ্নটো মই অতি অৰ্থপূৰ্ণ পাইছোঁ। মই নিজে বিষয়ৰ পৰা বিষয়ান্তৰলৈ গৈছোঁ, আৰু সঙ্গও বিচাৰিছোঁ সেইসকলৰ যিসকলৰ জ্ঞান কোনো এক বিষয়তে আৱদ্ধ নহয়।

কাকতিৰ আকস্মিক মৃত্যু আমাৰ কেইবাজনৰো কাৰণে আছিল ব্যক্তিগত বেদনা। মহাভাৰতৰ ভাষা অনুকৰণ কৰি কবলৈ হ'লে, তস্মিন্ শান্তে অভবৎ মহী নষ্টচন্দ্রেব শৰ্বৰী। তেওঁৰ দৰে ঠাট্টা কৰি, খুঁচি, কামলৈ ঠেলা লোক ক'ত? মানুহজন আছিল চিন্তাশীল। তেওঁ অসমীয়া লোকৰ প্ৰকৃতি পৰ্য্যবেক্ষণ কৰি যিকেইটা মন্তব্য কৰিছিল তাক পাহৰিবলৈ টান ঃ অসমীয়া মানুহৰ ধৰ্ম্মীয় উত্তেজনা নাই, অসমীয়া মানুহৰ দৰ্শন নাই, অসমীয়া মানুহৰ উদ্যম ধান খেৰৰ জুইৰ দৰে।

## ৫৭

মোৰ এক অন্তৰঙ্গ বন্ধু শ্ৰীভবেন নাৰ্জি। এওঁ মেট্ৰিকুলেশ্যন পৰীক্ষাও পাচ কৰা নাই, জীৱিকাৰ উপায় মহৰীগিৰি, অথচ বড়ো ভাষা আৰু সংস্কৃতি- সম্পৰ্কে এওঁৰ দৰে জ্ঞান আন কছাৰীৰ পোৱা নাই। বহল, তেজাল মুখেৰে তেওঁ শোভন পুৰুষ, অন্তৰখনো সেইদৰে উদাৰ, ঠেক জাতীয়তা নথকা। তেওঁক ধেমালি কৰি কওঁ, "নাৰ্জি, যদিহে উদয়াচল ৰাজ্য হয়, আপুনি হব ৰজা আৰু মোক পাতিব শিক্ষামন্ত্ৰী।" তেওঁ ঢেকঢকৈ হাঁহে আৰু জা-জলপানৰ যোগাৰ কৰে। নাৰ্জিক পোনতে লগ পাওঁ ১৯৫৫ চনত মোৰ ছাত্ৰ ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্যৰসৌজন্যত। নাৰ্জিয়ে প্ৰমোদৰ গবেষণাত বহুতো সহায় কৰিছে আৰু দুয়ো অভেদ্য বন্ধু।

নাৰ্জিৰ লিখা-পঢ়া আৰু পুথি ৰচনাত মই উৎসাহ দিছোঁ আৰু তেওঁৰ কিতাপ প্ৰকাশৰো দিহা কৰি দিছোঁ। নাৰ্জিৰ ৰিজনি দি মই কছাৰী ডেকাক কওঁ, "অকল ভাষা সংস্কৃতি বুলি মিটিঙত প্ৰস্তাব পাছ কৰিলেই নহয়, কাম কৰি তোমালোকৰ কি কি আছে ৰাইজক জনোৱাও দৰ্কাৰ। যি মানুহৰ নিজৰ সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধা নাই সেই মানুহে সংসাৰত কি কৰিব?" আমাৰ বহুতে নাজানে যে গোৱালপাৰাৰ ব্ৰহ্মবাদী বড়োসকলে আৰ্য্যসমাজৰ আৰ্হি লৈ সাধাৰণ দেৱ-দেৱীৰ পূজা পৰিত্যাগ কৰি, মূল বৈদিক যজ্ঞাহুতিলৈ গৈ, আমাতকৈ এখোজ আগ বাঢ়ি আছে।

নাৰ্জিৰ এটি মহৎ গুণ তেওঁৰ ৰন্ধা-বঢ়া। তেওঁৰ বিদ্যা বহুমুখী। এসময়ত অলপ দিন তেওঁ মিলিটেৰি পুলিচ আছিল, দৰ্জী বিদ্যাও বোলে শিকিছিল, ভাষাও কেইবাটাও জানে, কিন্তু ৰন্ধন বিদ্যা ক'ত শিকিলে কব নোৱাৰোঁ। তেওঁৰ ঘৰতে মই ৰয়েল চিকেন খাইছোঁ। তেওঁৰ ঘৰত এদিন খোৱা কাছ মাংসৰ কথা মোৰ সৰু ছোৱালীজনীয়ে কৈয়ে থাকে। বড়োসকল সৰল মানুহ। আতিথ্য গুণো এওঁলোকৰ প্ৰশংসনীয়। কামৰূপ আৰু গোৱালপাৰাৰ ভিতৰুৱা গাঁৱত আলহী থাকিও মই এওঁলোকৰ মৰম আৰু সদিচ্ছাৰ সোৱাদ লৈছোঁ। এবাৰ মনত পৰে নাৰ্জিৰ ঘৰ ৰঙিয়াৰ ওচৰৰ ঝাৰগাঁৱত কি আদৰ পাইছিলোঁ, বৰা চাউলৰ মিঠা জুমাই আৰু অমা বেদৰেৰে কিদৰে আপ্যায়িত হৈছিলোঁ। আমেৰিকাত শ্বেম্পেনৰ সোৱাদ লৈয়ো সেই ৰঙচুৱা জুমাইৰ কথা পাহৰিব পৰা নাই।

নাৰ্জি গহীন মানুহ, মাতিলেই লৰ মৰা মানুহ তেওঁ নহয়। তেওঁ কয়,"ছাৰ আমাৰ মৰণ নাই, আমি নিস্বাৰ্থভাবে কাম কৰিছোঁ, স্বাৰ্থৰ কথা মুঠেও চিন্তা কৰা নাই, এনেস্থলত আমি মৰি গ'লেও আমাৰ কামৰ মূল্য থাকিব।"

নাৰ্জিৰ ঘৰ থকা মাটিডোখৰৰ ব্যৱস্থা মইয়ে কৰি দিছিলোঁ। কিছু বছৰৰ আগেয়ে তেওঁ পকা ঘৰ সাজোঁ বুলি ইটা, চিমেণ্ট আদি কিনি মিস্ত্ৰি লগালে। তিনিমহলীয়া ঘৰ হ'ব, ঘৰৰ তলত ফাউণ্ডেছন বা ভিত্তি পাঁচফুট হ'ল, ওপৰৰ ফালে নহলগৈ — মাথোন খুটা কেইটামান আকাশলৈ ধিয়াই থিয় হৈ ৰৈ আছে! আপোনভোলা লোক।

আৰু যিজনৰ কথা কম, তেওঁও কম নহয়। কেঁচু খান্দোতে সাপ ওলোৱা বুলি কথা এষাৰ আছে। এইষাৰ কথা মনলৈ আহিছে শ্ৰীপদ্মেশ্বৰ কাকতীৰ প্ৰসঙ্গত। অসমৰ চৰকাৰী প্ৰেছৰ অৱসৰপ্ৰাপ্ত বিষয়া কাকতী যে সংস্কৃতজ্ঞ পণ্ডিত আৰু দাৰ্শনিক এই কথা কেনেকৈ গম পোৱা যায়?

একালৰ কংগ্ৰেছী ভলাণ্টিয়াৰ কাকতী মেট্ৰিক পাছ কৰাৰ পাচত পালেগৈ লাহৌৰ। লাহৌৰ সেইসময়ত শিক্ষাৰ বিখ্যাত কেন্দ্ৰ। তাত আৰ্য্য সমাজৰ কলেজত চাৰিবছৰ পঢ়ি তেওঁ বিদ্যাৰত্ন উপাধি লাভ কৰে। বেদ,

সাহিত্য, দর্শন, ইংৰাজী ভাষা সকলো এই অধ্যায়নৰ অন্তর্গত। তাৰ পৰা অহাৰ পাচত কাকতীয়ে সৰসৰীয়াকৈ সংস্কৃত কব পাৰিছিল। লাহৌৰৰ পৰা উভতি তেওঁ অলপ দিন অসমত অ'ত ত'ত ঘূৰি ভাৰতীয় সংস্কৃতি সম্পর্কত বক্তৃতা দি, তর্ক কৰি. ইয়াত জীৱিকাৰ একো সা-সুবিধা নেদেখি, ১৯৩৭ চনত কলিকতা পায়গৈ। তাত তেওঁৰ ছপাখানাৰ লগত সংযোগ হয়। তেওঁ ৰামানন্দ চট্টোপাধ্যায়ৰ প্রবাসী, মর্ডান ৰিভিউ, বিশাল ভাৰত আদি ছপোৱা প্রেছৰ লগত ডেৰবছৰ জড়িত আছিল। বিশাল ভাৰতৰ সম্পাদক সুবিখ্যাত হিন্দী লিখক হীৰানন্দ বাৎসায়নৰ পৰিয়ালৰ লগত তেওঁৰ লাহৌৰত থাকোঁতেই পৰিচয় হৈছিল। ষ্টেইটছমেন, থেকাৰ এণ্ড স্পিঙ্ক আদি ইংৰাজ কোম্পানীত কাম কৰি সময়ত তেওঁ ছপাৰ বিশেষজ্ঞ ৰূপে স্বীকৃত হ'ল। প্রেছ সম্পর্কীয় সর্বভাৰতীয় পৰীক্ষা এটিত তেওঁ - এই বিষয়ত তেওঁৰ কোনো ডিগ্রি ডিপ্লোমা নথকা সত্ত্বেও—হয়গৈ প্রথম। কলিকতাত থকা সময়তে এক টোলৰ অধ্যক্ষৰ অনুৰোধত পৰীক্ষা দি তেওঁ সাহিত্যশাস্ত্রী উপাধিও লাভ কৰে।

বিদ্যা আৰু চিন্তাৰ সংযোগতহে পাণ্ডিত্যৰ স্ফুৰণ হয়। কাকতী পণ্ডিত আৰু তেওঁক লগ পোৱা মানে, অন্ততঃ মোৰ, নানান কথা শিকাৰ সুযোগ। বহুতে ধর্ম্মশাস্ত্র মনুসংহিতাৰ দুই এটি শ্লোকলৈ আঙুলিয়াই কয় এইখন মূল্যহীন, প্রতিক্রিয়াশীল। দুহেজাৰ বছৰ আগৰ সমাজ এতিয়া নাই, সেইকাৰণে কিছুমান কথা নিশ্চয় পুৰণি হ'ল, কিন্তু মনুসংহিতাই ধর্ম্মৰ যি ব্যাখ্যা দিছে তাৰ লগত খৰিয়াল কৰে কোনে?—

ধৃতিঃ ক্ষমা দমোঽস্তেয়ং শৌচমিন্দ্রিয়নিগ্রহঃ।

ধীর্বিদ্যা সত্যমক্রোধো দশকং ধর্ম্ম লক্ষণম্ । ৬.৯২

কাকতীৰ লগত তর্ক কৰি জিকি অহা টান। তেওঁ কয়, ভাৰতীয় সংস্কৃতিত বিশ্বাস বা 'বিলীফ' বুলি কথা নাই, ভগবানৰ কথাই হওক পৰমাত্মাৰ কথাই হওক, সকলো নির্ভৰ কৰে প্রশ্ন, পৰীক্ষা আৰু তাৰ পাচত আত্মোপলব্ধিৰ ওপৰত। আনকি গীতাতো আছেঃ তৎবিদ্ধি প্রণিপাতেন পৰিপ্রশ্নেন সেবয়া, ইত্যাদি। আন উপনিষদত আছেঃ বিজ্ঞানেন আত্মানং সম্পাদয়েৎ। সেইকাৰণে ভাৰতীয় ধর্ম্মচিন্তাত ভাবি চালে গোড়ামিৰ স্থান নাই।

কাকতীয়ে দেখুৱালে মনুসংহিতাৰ গুৰিতে আছে ধৰ্ম্ম কাক কয়, ধৰ্ম্মৰ লক্ষণ কি কি । সেই পটভূমিত স্থাপন কৰি ললেহে বাকী শ্লোকবিলাকৰ প্ৰকৃত অৰ্থ নিৰ্ণয় কৰিব পাৰি। আমাৰ আলোচনা চক্ৰত তেওঁ গণিকাবৃত্তি, ভাৰতীয় উৎসৱ আদি কেইবাখনো তথ্যপূৰ্ণ আৰু চিন্তাশীল ৰচনা পাঠ কৰিছিল, পিচে তেওঁৰ লগত আদান-প্ৰদান কৰিবৰ জোখাই সমপৰ্য্যায়ৰ লোক নথকা কাৰণেই সম্ভৱ তেওঁ চক্ৰৰ পৰা আঁতৰিল।

কাকতীয়ে দুই এখন কিতাপো ৰচনা কৰিছে। তাৰে এখন 'লেনিন' (১৯৪৯)। একালত তেওঁ সাদিনীয়া অসমীয়াত প্ৰবন্ধ লিখিছিল। আৰ্য্য সমাজৰ প্ৰতিষ্ঠাতা দয়ানন্দ সৰস্বতীৰ বিখ্যাত পুথি 'সত্যাৰ্থ প্ৰকাশ' তেওঁ অসমীয়ালৈ অনুবাদ কৰিছে।

৫৮

মূল মহাভাৰত নপঢ়িলে নচলে। এইখনত যি নাই সি আন ক'তো নাই, কিন্তু কথা হ'ল টীকা-টিপ্পনী নহ'লে মূল সংস্কৃত মোৰ কাৰণে দুঃসাধ্য, দুই চাৰি শ্লোক পাৰি, কিন্তু সকলো নোৱাৰি। মহাভাৰত চৰ্চ্চা মোৰ এতিয়াও বাকী আছে। মহাভাৰতত নীতি, সমাজ, ৰাজনীতি আদি বিষয়ত কিছুমান অপূৰ্ব উক্তি আছে। এইবিলাকৰ অৰ্থ যেনে গভীৰ তাৰ সাৰ্থকতাও কালজয়ী। বহুতো বচন আজিকালি যোজোনাৰ তুল্য, যেনে --

যতো ধৰ্মস্ততো জয়ঃ।

ন মানুষাচ্ শ্ৰেষ্ঠান্তৰম্ হি কিঞ্চিৎ ।।

ক্ষত্ৰিয়ানাম বলম্ তেজো ব্ৰাহ্মণানাং ক্ষমা বলম্।।

ধৰ্মেন নিধনং শ্ৰেয়ো ন জয়ঃ পাপকৰ্মণা।।

মহাজনো যেন গতঃ স পন্থাঃ ।।

পৌৰুষং হি পৰং মন্যে দৈবং নিশ্চিত্য মুহ্যতে।।

মানুষা মানুষাণ্ এব দাসভাবেন ভুঞ্জতে।।

আৰু যক্ষই যুধিষ্ঠিৰক সোধা সেই বিখ্যাত প্ৰশ্ন —

অহন্যহনি ভূতানি গচ্ছন্তীহ যমালয়ম্।

শেষাস্স্থাৱৰমিচ্ছন্তি কিমাশ্চৰ্য্যমতঃ পৰম্।।

স্মৃতিশাস্ত্ৰবিলাকতো মাজে মাজে চমৎকাৰ উক্তি ওলায়। এইবিলাকৰ চমৎকাৰিত্ব আমি সাধাৰণতে কথাবিলাক নাজানো কাৰণে। দুই এটি উদাহৰণ দিবলৈ হলে --

যদিও ব্ৰাহ্মণৰ কৰ্ম্ম অধ্যয়ন, অধ্যাপন ইত্যাদি, তেওঁ যদি 'বেদশাস্ত্ৰবিৎ' হয়, তেওঁ ৰণত নেতৃত্বও লব পাৰে - তেনে কামত দোষ নাই। (মনু)

সকলো দানতকৈ ডাঙৰ দান হ'ল অভয় প্ৰদান। (বিষ্ণু)

ম্লেচ্ছ ভাষা শিকিব নাপায়। (বসিষ্ঠ)

সকলো ক্ৰিয়াৰ মূলত আছে ধন। (নাৰদ)

স্নান, দান, জপ, হোম, সকলো বৃথা -- যদিহে তুমি গাত নীল দিয়া কাপোৰ পৰিধান কৰা। (আপস্তম্ব)

এইবিলাক খুচৰি সময় কটাবলৈ মজা লাগে। এনে বচনত কাব্য ৰসৰ সোৱাদ নাপালেও মগজ ধৰাবৰ কিছু সুযোগ পোৱা যায়।

৫৯

আমাৰ দেশত জাতি বা কুল ভেদ এটি ঐতিহাসিক সত্যই নহয়, ই কেতিয়াবা ব্যক্তিগত ভাবেও বেদনাদায়ক। জাতিভেদৰ কাৰণে প্ৰায়ে জগৰীয়া কৰা হয় ব্ৰাহ্মণক, কিন্তু শূদ্ৰৰ দৰে ব্ৰাহ্মণো যে খচ্চৰ বা বৰ্ণশঙ্কৰ, এই ধাৰণা সৰহ লোকৰে নাই।* আজিকালি যেনেকৈ বহুতো ছাত্ৰই, হয়তো পঢ়া-শুনাত থনথন ছাত্ৰই, শিক্ষকসকলক প্ৰতিক্ৰিয়াশীল বুলি গণ্য কৰে, সেইদৰে শিক্ষা-দীক্ষাত এটা পৰম্পৰা ৰক্ষা কৰি অহা কিছুমান ব্ৰাহ্মণে যদি সকলো সময়তে কিছু সা-সুবিধা পাই আহিছে তাৰ কাৰণে তেওঁলোক

* বুৰঞ্জীত পায় আৰ্য্যবিলাকে আন মানুহক দাস বা দস্যু বুলিছিল ; আৰ্য্যবিলাকৰ এক ৰজাৰ নাম আছিল দিবোদাস। দাসৰ লগত সম্বন্ধ সেই কাহানিবাই আৰম্ভ হয়।

সম্ভৱ জগৰীয়া নহয়। পুৰণি বৈদিক আৰু স্থানীয় জনজাতীয় সংস্কৃতিৰ সমন্বয় সাধি এক নতুন ব্ৰাহ্মণ্য সংস্কৃতিৰে দেশৰ অলেখ বিভিন্ন গোটক এক মহা-ভাৰতীয় জাতিত পৰিণত কৰাৰ কৃতিত্ব এই ব্ৰাহ্মণসকলৰে। ব্ৰাহ্মণসকলৰ বেপাৰী মনোবৃত্তিৰ আঁৰত ক্ষত্ৰিয়সকলৰ সহযোগো আছিল, কিন্তু আমি এওঁলোকৰ নাম নলওঁ!*

এইবিলাক কথা কবলৈ যোৱাটো মোৰ কাৰণে অপ্ৰিয়, কিয়নো মই সৰুকালিৰ পৰা যি পৰিবেশত ডাঙৰ হৈছোঁ সেই পৰিবেশত পুৰণি আচাৰ আছিল, কিন্তু তেনে গোড়ামি নাছিল। সৰুকালি শুনিছিলোঁ আমাৰ উপৰি-পুৰুষে নদীয়ালৰ ছাঁ গচকিলেও গা ধুইছিল; এতিয়া ভাল পৰিয়ালৰ এক আহোম ডেকাৰ মুখত শুনো যে তেওঁলোকৰ ঘৰত মেলি দিয়া ধানৰ ওপৰত নদীয়ালৰ ছাঁ পৰিলে সেই ধান চুৱা গৈছিল। বামুণৰ মাজত এনে আচাৰ থকা বুলি মই নাজানো। এইবিলাক গোড়ামিৰ কাৰণে পিচ পৰি থকা শ্ৰেণী যদি প্ৰতিক্ৰিয়াশীল হয় মই তেওঁলোকক জগৰীয়া নকৰোঁ। সমাজ ইতিহাসৰ সৃষ্টি, যুগ লৈ কেতবিলাক আচাৰ চলে, পিচত সি লোপ পায়। বৰ্ত্তমান সময়ত জাতিভেদ দুৰ্বল হৈছে. আৰু এতিয়া, মোৰ ধাৰণাত, যিয়ে চাফচিকুণকৈ থাকে, লিখা-পঢ়া কৰে, অধ্যয়ন বা অধ্যাপনা কৰে সেইয়ে ব্ৰাহ্মণ।

মোৰ গাঁৱৰ পৰিয়াল সত্ৰীয়া পৰিয়াল। আমাৰ.ঘৰ আগেয়ে আছিল এটা উপদ্বীপৰ ওপৰত - বাৰিষা তাৰ প্ৰায় তিনিওফালে চল-চলীয়া পানী (এতিয়া অৱশ্যে ওখ মটৰ যোৱা বাট)। আমাৰ ঘৰৰ চ'ৰা ঘৰৰ দক্ষিণফালে এঘৰ শূদিৰ মানুহ। এওঁলোকে নিজৰ খেতিবাতি কৰে আৰু আমাৰ দৰ্কাৰ হলেই কাম কাজ কৰি দিয়েহি। এওঁলোকৰ ঘৰৰ পশ্চিমফালে আমাৰ পুৰোহিত এঘৰ। মনত পৰে খোজ কাঢ়িব পৰা হোৱাৰ পৰা (যেতিয়া মোৰ গাঁৱত থকা হয়) ঘৰৰ বৰ ল'ৰা মোৰ ভাবিত কাকাৰ ঘৰৰ লগত সম্বন্ধ। সেইখনো যেন আমাৰ ঘৰৰে এক অংশ। ভাবিতৰ মাক বুঢ়ীয়ে ঘৰত যি ভাল বস্তু থাকে মোক খাবলৈ দিয়ে। মই ভাতো খাওঁ, খাওঁ কিহেৰে? - - জুহালৰ ওপৰত শুকাই থকা শুকান মাছৰ আঞ্জাৰে। এই কথা মোৰ ঘৰত

---

* বৈদিক যাগযজ্ঞ কৰা ব্ৰাহ্মণৰ ক্ৰিয়া-কলাপৰ কি পৰিবৰ্ত্তন হবলৈ ধৰিলে তাৰ কাৰণে কোশাম্বীৰ The Culture and Civilisation of India (সপ্তম অধ্যায়) চাব পাৰি।

নাজানিছিল নে? এনে এটি আৰ্হিও যে পঞ্চাশবছৰ আগেয়ে আমাৰ গাঁৱত আছিল সেই কথা উল্লেখ কৰা আৱশ্যক অনুভৱ কৰিলোঁ। গোড়ামি আৰু ভেম ওপজে ধনৰ বলত আৰু কিছু পৰিমাণে অজ্ঞতাৰ কাৰণে। কামৰূপত সত্ৰীয়া গোসাঁই বা মহন্তৰ উজনিৰ গোসাঁইসকলৰ দৰে আৰ্থিক অৱস্থা সিমান ভাল নাছিল আৰু চুৱা চুৱা ভাবো সিমান প্ৰবল নাছিল।

সেই দিনৰ কথা। গাঁৱৰ বয়সীয়া বুঢ়াসকলৰ কি হাড় শকত আটিল শৰীৰ! চকুত পোন দৃষ্টি, কথাত স্পষ্টতা, আমাৰ সৰু সত্ৰৰ বদ্‌মেজাজী অধিকাৰ খুৰাকো দৰ্কাৰ হলে টান কথা কবলৈ সংকোচ নকৰে। সেই সময়ত পলাশবাৰীৰ পৰা আমাৰ গাঁৱকে ধৰি মই জনা অঞ্চলটোত গাঁৱলীয়া লোকৰ মাজত আপুনি নচলিছিল, সকলোকে তই, নাইবা বৈঁকাকৈ কৰা সম্বোধন। উদাহৰণ দিওঁ — বাপা, কেথান (কেতিয়া) আহিলি? দাদা, যাবি কেথান? বাপাই বিয়া কৰেছাহ? —তুমিও নচলিছিল। সাধাৰণতে তই — তই নৰাহ ঝুতি মৰেঁ কৰুদে। অৱশ্যে কেতিয়াবা তহঁনা শব্দ চলিছিল, সম্ভৱ বহুবচনত। ভাষা-তাত্ত্বিকৰ কাৰণে আৰু দুটিমান কথা টোকা কৰি থওঁ, কিয়নো এইবিলাক এতিয়া শিক্ষা, ওলাই সোমাই ফুৰা অভ্যাস, ৰেডিয়ো আদিৰ প্ৰভাৱত লোপ পালে।

তৃতীয় পুৰুষৰ (পুং) ষষ্ঠী বিভক্তিত হৈছিল —সিয়াৰ, দ্বিতীয়া বিভক্তিত —সিক। গালিবোৰো আছিল সোৱাদ, নিমখীয়া, বিশেষকৈ চুবুৰীৰ দুজনীৰ মাজত যেতিয়া খৰিয়াল লাগে। আমাৰ অঞ্চলত চলা শব্দ কেতবোৰৰ উচ্চাৰণ নাইবা অৰ্থৰো বিশেষত্ব আছে —টৈঁৱা (টেঙা); নাধে (ৰান্ধে); ঝালুক (জালুক); চহ্‌কি (যি চাহ কৰে, খেতিয়ক); তুল কৰা (নিচান কৰা); ঝিকা (তিতা); ধুম্‌হি (সৰহকৈ, ধুমধুপালকৈ); টেকি (চেঁচা); মেকা (বঁহীয়া); খাতা (বন্দবস্ত, ফাৰ্চী- খাতা?); দাতিকৰা (আমনি কৰা); কাইমা (নীলা); দম (ধমকি); মুকচা (মুখ মচা, গামোচা; ফাৰ্চী ৰুমালৰ অৰ্থও - মুখমচা); ৰাহাক (সৰহ); সৰাহ পৰা (নৰিয়া হ্ৰাস পোৱা); আলাহ্‌ (ঘিণ); হেকেনা (আওগৰীয়া); কুয়া (নৰম হোৱা, যেনে-মাছ); ফুটি (কেৰু); ধৈমাল (অতপা, দুষ্ট); তেলাচ (চাদৰ); ভেটুৱা (টেকেলি); হিন্‌কা (খোঁচা); বিকা (বেচা); পিঁয়াক (বোকা, পঙ্ক); চত্‌কা (গচকা); পাজাৰত (আঁতৰত); .........

সৰুকালি সভা—আতাৰ শ্ৰাদ্ধৰ দিনা পতা উৎসৱ (ওজা-পালি, ঢুলীয়া, ইত্যাদি) আৰু নাম-প্ৰসঙ্গৰ সোৱাদ মই পাইছোঁ, কিন্তু আমি যে 'মহাপুৰুষীয়া' —এই কথা মই বহুত বছৰৰ পাচতহে গম পাওঁ! সংহতিৰ কথা মুখলৈ ননাই ভাল। বহুদিন আগতেই আমাৰ পৰিয়ালটো চিৰাচৰিত ধৰ্ম্মৰ বন্ধনৰ পৰা মুক্ত হৈছিলনে কি! মোৰ তিনি খুৰাৰ এজনকো ঠিক ধৰ্মিষ্ঠ লোক বুলিব নোৱাৰি; পিতাৰ কথা মনত নপৰে, কিন্তু তেওঁৰ কবিতাত আধুনিক ধৰণৰ ধৰ্মচিন্তা, অৰ্থাৎ এজন পৰম পিতা বা ভগবানৰ প্ৰতি থকা আনুগত্যৰ পৰিচয় ওলায়। —

অতল বিশ্বাস প্ৰভু,
কেতিয়া তোমাত হব মোৰ,
কেতিয়া ভাবিম প্ৰভু,
সম্পদ বিপদ মানে ঘোৰ? (ৰেণু)

৬০

গাঁৱত মই সৰহ দিন থকা নাছিলোঁ। নিচেই সৰু কালি মই ক'ত ক'ত আছিলোঁ, চিজিল লগাই কব নোৱাৰিম। ডেৰ দুই বছৰ বয়সত শ্বিলঙতো আছিলোঁ। তাত লাবানত আমাৰ ঘৰো সাজিছিল, পিচত ১৯২২ চনমানত পিতাই চাকৰি এৰি দি আহিবৰ সময়ত বেচে। ঘৰটো আছিল অলপ ওখত, মই পুনৰ দেখা সময়ত তাৰ তলতো দুশাৰীমান ঘৰ হৈছে। চিৰিয়ে দি নামি আহিলে জৰণা পায়, তাৰ ওপৰত দলং, দলং পাৰ হলেই ৰাস্তা। শ্বিলঙত থকা সোঁৱৰণ অস্পষ্ট। এবাৰ খিৰিকিয়েদি পৰি মোৰ কপালত টিঙে কাটিলে, আঘাত গুৰুতৰেই আছিল, কিয়নো তাৰ চিন এতিয়াও আছে। ঘটনাটো কিন্তু মোৰ মনত নাই। দুটামান কথা অলপ অলপ মনত পৰে। গুৱাহাটীৰ পৰা কোনোবাই কাছ নে দুৰাৰ পোৱালী লৈ গৈছিল, সেইটো ৰচীৰে বান্ধি দিছিল, মই ৰচীডাল লৈ চোচৰাই ফুৰাইছিলোঁ আৰু পিচত সি সম্ভৱ জৰণাত পৰিল। এদিন পিতা ক'ৰবালৈ যাওঁতে মোক এৰি যোৱা কাৰণে দলঙত থিয় হৈ কান্দিছিলোঁ। এদিন ঘটং মটং কৰোঁতে থিয় হৈ থকা গুদা আলমাৰী

এটাও মোৰ গাত বাগৰি পৰিছিল হবপায়। ততালিকে কোনোবা আহি মোক উদ্ধাৰ কৰিলে।

গুৱাহাটীত উজান বজাৰৰ 'ফটিক কুটীৰ' বঙলাত কিছুদিন বাস কৰা অলপ অলপ মনত পৰে। মাজে সময়ে মামাৰ আৰু পেহীৰ ঘৰ পলাশবাৰীতো। পিতাৰ মৃত্যুৰ পিচত অৱশ্যে ঘাইকৈ গুৱাহাটীতে থকা আৰম্ভ হ'ল। মাজে মাজে গাঁৱলৈ যাওঁ, মা গাঁৱৰ ঘৰতে। গাঁৱত সেইকাৰণে মই দীঘলীয়াকৈ থকা নাই, নাইবা দুই এদিন কেতিয়াবা পাঠশালা স্কুলত ভুমুকি মাৰিছিলোঁ যদিও তাত পঢ়া নাই । মোৰ ভনী মইনা অৱশ্যে বিয়া নোহোৱালৈকে গাঁৱতে আছিল। তাই ঘৰতে পঢ়িবলৈ শিকা, মাই শিকাইছিল। মাই ভাত ৰান্ধি থাকোঁতেও পৰিয়ালৰ ল'ৰা-ছোৱালী দুই এটিক পঢ়িবলৈ নাইবা লিখিবলৈ শিকায়। মাৰ বিদ্যাও অৱশ্যে তৃতীয় নে চতুৰ্থ শ্ৰেণীলৈ পঢ়া। পিচত লক্ষ্য কৰিছোঁ মোৰ ভনী নাইবা মাৰ কিতাপ-পত্ৰৰ প্ৰতি যি ধাউতি সেই ধাউতি কলেজ দেখা মহিলাৰো কম।

গাঁৱৰ সোঁৱৰণ মোৰ কাৰণে মধুৰ বুলিব পাৰি। সেই দিনত মানুহৰ ইমান অভাবো চাগৈ নাছিল। বাপাক দেখিলেই ওচৰ-চুবুৰীয়াৰ কোনোবাই মাছ দুটামান, কণীকে এটা, নাইবা আম কেইটামান লৈ আহিছিল। মাঘমহীয়া পথাৰৰ ফালে যেতিয়া ফুৰিবলৈ যাওঁ তাত দেখিবলৈ পাওঁ মানুহে কুঁহিয়াৰৰ ৰস পগাই থকা; ৰস খাওঁ, কুঁহিয়াৰ খাওঁ। পিতা বোলে আছিল মৰমিয়াল আৰু দয়ালু প্ৰকৃতিৰ আৰু দেখিবলৈকেও আছিল দেখনিয়াৰ। তেওঁৰ অকাল মৃত্যুৱে গাঁৱৰ মানুহক শোক দিছিল; পিতাৰ প্ৰতি থকা মৰমৰ ভাগ মইও নিশ্চয় পাইছিলোঁ! আনহাতে ঘৰ এৰি দূৰলৈ যোৱাটো মোৰ কাৰণে টান — দুমাইল দূৰৈত থকা পেহী এগৰাকীৰ ঘৰলৈ যোৱাটোও যেন আজিকালি কলিকতালৈ অকলে যোৱা! অধিকাৰ খুৰাই কেতিয়াবা লৈ গ'লে কথা সুকীয়া। তেনেকৈ কৰবালৈ গলে প্ৰায়ে যোৱা হয় হাতীত। আমি সন্ধিয়া উভতোঁ। হাতীৰ পেটলৈ পানী, বাওধানৰ মাজে মাজে হাতী খুপি খুপি আহি থাকে, চৌপাশে আন্ধাৰ, ওপৰত তৰাই দেখা দিছে, ফিৰফিৰীয়া বতাহে মুখত কোবায় আৰু মোৰ টোপনি ধৰে, অৱশ্যে হাতেৰে গদীৰ ৰচী টানকৈ ধৰি থাকোঁ। হাতীৰ খোজৰ দোলনিৰ লগে লগে গাটোও দুলে।

হাতী কিনিবৰ আমাৰ ধন নাছিল, অধিকাৰ খুৰাক হাতীজনী শহুৰেকে মৰম কৰি উপহাৰ দিছিল। 'বুৰী হাতী' (নামটো সুন্দৰমালা আছিল নেকি) আছিল বুজ থকা, কথা শুনা হাতী, মাউতৰ চুণৰ টেমাটো পথাৰৰ পানীত পৰিলেও বিচাৰি বিচাৰি শুঁৰেৰে তুলি ধৰে। খুৰাৰ হাতী চিকাৰতো ৰাপ আছিল আৰু দুই এবেলি হাতী ধৰিছিলও হবপায়।

অধিকাৰ খুৰা ৰামদত্তৰ কথা স্মৰণ কৰা যুগুত। মানুহজন ওখ নাছিল, কিন্তু উজ্বল চকুৰে তেওঁৰ চাৰিচুকীয়া তেজাল মুখখনৰ আকৰ্ষণ মানুহে আওকাণ কৰিবলৈ টান পাইছিল। খং উঠিলে বৰ খং, মুখত যি আহে তাকে কয়, কিন্তু ব্যৱহাৰ সামাজিক, মিঠা, মানুহজন আছিল সাহসী, উদ্যমী আৰু মানুহক সহায় কৰিবলৈ পিচ নোহোঁহকা। মহাযুদ্ধৰ আগলৈ তেওঁৰ দিনবিলাক একৰকম ভালেই গৈছিল, শেহডোখৰত আৰ্থিক আৰু পাৰিবাৰিক সমস্যাই তেওঁক কিছু বিব্রত কৰে।

এওঁ আছিল বীৰ। মানুহে তেওঁক উল্লেখ কৰিছিল 'ৰাজা' বুলি। বীৰ কিয়, কওঁ। আতা যেতিয়া ঢুকায়, ১৯০৭ চনত, পিতা তেতিয়া বয়সত ডাঙৰ যদিও ঘৰখনৰ দায়িত্ব, চাকৰ-বাকৰ চম্ভালা, খেতি-বাতি চলোৱা, মাটিৰ খাজানা যোগাৰ কৰা, ইত্যাদিৰ বোজা দাঙি ল'লে সোতৰ বছৰীয়া ৰামদত্তই। গাঁৱৰ সমাজ অলপ জটিল, তাত চহৰতকৈ জেদ আৰু খিয়লাখিয়লি সৰহ। এইবিলাকো খুৰাই চম্ভালিব লগা হৈছিল। আৰু এটা কথা। ১৯২৫ চনৰ ২ মাৰ্চ তাৰিখে পিতা যেতিয়া অকস্মাৎ ঢুকায়, তেওঁ সূদে মূলে চাৰিহাজাৰমান টকা (আজিকালিৰ ষাঠি সত্তৰ হাজাৰ) ধাৰ থৈ যায়। মহাজনে আন নহলেও পিতাৰ ভাগৰ যি মাটি সম্পত্তি আছিল সেইখিনি লৈ গ'লহেতেন। খুৰাই তিনিভাগমান ধাৰ মাৰিলে চেনিকুঠিৰ পাহাৰত পিতাই থৈ যোৱা জংগলী মাটি বেচি আৰু বাকী দুভাগ ধান-চান বেচি যথেষ্ট আহুকালৰ পাচত। আমাৰ সেই সময়ত ভাত মুঠিৰ আকাল নাথাকিলেও চিকা ৰূপ উপাৰ্জনৰ বাট নাছিল।

আটাইতকৈ অনুশোচনাৰ কথা, খুৰাৰ প্ৰতি মোৰ অকৃতজ্ঞতা। কুৰিবছৰমান আগেয়ে খুৰা যেতিয়া তেজগ্ৰহণীত পৰিল আৰু তেওঁ শয্যাগত হ'ল তেতিয়া এই খবৰ পাই মা উধাতু খাই গাঁৱলৈ গ'ল আৰু দেওৰেকৰ

শেহ মুহূৰ্ত্তত কাষত থাকিল (১৯৫৩)। মই কৰিলোঁ কি? অলপ দিনৰ আগেয়ে ঘৰৰ সম্পত্তি লৈ কিছু মনোমালিন্যৰ সৃষ্টি হোৱাত, অতীতৰ সকলো কথা পাহৰি, মই লৰচৰ নকৰিলোঁ। অথচ এই মানুহজনেই সম্ভৱ মোক আৰু মোৰ ভনীক সৰহ মৰম কৰিছিল নিজৰ ল'ৰা-ছোৱালীতকৈও।

আৰু অলপ কওঁ। লুকী দুৱাৰৰ ৰজাৰ পৰিয়ালৰ লগত আমাৰ পৰিয়ালৰ সদ্ভাব আছিল। এই ৰাজবংশ সন্তানহীন হোৱাত জমিদাৰীৰ শেষ উত্তৰাধিকাৰী দলিপুৰীয়া ৰাণীয়ে খুৰাক তুলি লবলৈ হেঁপাহ কৰিছিল। আতা মহোদস্ত দেৱ অধিকাৰীয়ে যেনিবা নিদিলে। লুকীৰ ৰজাৰ ঘৰ-বাৰীৰ সামান্য চিন শিংৰাৰ ওচৰত এতিয়াও দেখিবলৈ পোৱা যায়।

৬১

ভাৰ্জিনিয়া ৱোলফৰ আত্মজীৱনীত পায় ঃ জীৱন কিয় ইমান দুখজনক? ...... কিয় মই এই কথা অনুভব কৰোঁ? এতিয়া কথাখিনি কৈ পেলোৱাৰ লগে লগে বেদনা অনুভব নকৰা হলোঁ। ... মই লিখি থাকিলে মনোবেদনা আঁতৰ হয়। আৰু ঘনাই মই কিয় নিলিখোঁ? হয়তো মোৰ গৰ্বই এই কামত বাধা দিয়ে।

৬২

ডঃ কাকতীয়ে কৈছিল, "যেই সেই কিতাপ নিকিনিবা, কিনিলে ভাল কামত লগা কিতাপ কিনিবা আৰু তাক লোকক নেদেখুৱাবা।" কাকতিয়ে আকৌ কৈছিল, "মইতো সৰহ কিতাপ নপঢ়োঁ, কিন্তু যি পঢ়োঁ মন দি খৰচি মাৰি পঢ়োঁ।"

৬৩

মোৰ প্ৰিয় লিখকসকলৰ ভিতৰত যুক্তৰাষ্ট্ৰৰ হাস্যৰসিক মাৰ্ক টোৱেইন একজন। পিচে এওঁৰ হাঁহিয়ে বিন্ধে। এওঁৰ কিতাপত পোৱা — বিশেষকৈ 'পাড়্নহেড উইলছন'ত — কেতবিলাক উক্তি অপূৰ্ব —

১. আমাৰ আটাইতকৈ মূল্যবান বস্তু হ'ল সত্য — তাৰ খৰচত মিতব্যয়ী হোৱা যুগুত।

২. ভগবানৰ কৃপাত আমাৰ দেশত আমি এই তিনিটা মহামূল্যবান বস্তু পাইছোঁ — বচনৰ স্বাধীনতা, বিবেকৰ স্বাধীনতা, আৰু এই দুটাৰ এটাও ব্যৱহাৰ নকৰিবৰ সুবুদ্ধি।

৩. নীতিৰ উত্তম ৰক্ষক হ'ল ধন-সম্পদ।

৪. আমি উন্নতি কমেই সহ্য কৰিব পাৰোঁ —লোকৰ, অৰ্থাৎ।

৫. নিজৰ ভ্ৰান্তিবিলাক এৰি নেপেলাবা। যেতিয়া সেইবিলাক নাইকিয়া হ্য তুমি হয়তো বৰ্ত্তি থাকিবা, কিন্তু জী থাকিবলৈ এৰিলা।

৬. খাবলৈ নোপোৱা চেৰেলা কুকুৰ এটি যদি তুলি লোৱা আৰু তাৰ শ্ৰীবৃদ্ধিত সহায় কৰা, সি তোমাক নাকামোৰে। কুকুৰ আৰু মানুহৰ মাজত ঘাই পাৰ্থক্য এইটোৱে।

৭. বিশেষণ সম্পৰ্কে — যদিহে সন্দেহ উপজিছে, কাটি পেলোৱা।

৮. কোনোবা উপজিলে আমি কিয় ৰং পাওঁ আৰু কোনোবা মৰিলে কিয় বেজাৰ কৰোঁ? ইয়াৰ কাৰণ আমি নিজে সেই সেই মানুহ নহওঁ বুলি।

পাঠকৰ ৰুচি অনুসৰি লিখক, কেতিয়াবা কিন্তু ৰুচি অৰুচিৰ কথা সমূলি নুঠে! অ'লডাছ হাক্সলিয়ে মন্তব্য কৰিছিল যে পুথিপ্ৰিয় লোকৰ অভ্যাস শূন্যতা বৰ্জন কৰা, অৰ্থ্যাৎ যি মানুহৰ এবাৰ পঢ়াত নিছা বহিল তেওঁ শুদাই বহি নাথাকে, চাবন মেৰিয়াই অনা কাগজখনো মেলি চায়। মযো যে সেই স্তৰ পাইছোঁগৈ এই কথা অস্বীকাৰ নকৰোঁ।

৬৪

প্ৰপেগেণ্ডা নাইবা প্ৰচাৰ সম্বন্ধে বাৰট্ৰেণ্ড ৰাছেল, অ'লডাছ হাক্সলি আদি চিন্তাশীল লোকৰ সুস্পষ্ট ধাৰণা আছে। ৰাছেলৰ মতে প্ৰচাৰৰ ফল

ভয়াবহ ; হাক্সলিয়ে ভাবে প্ৰচাৰৰ প্ৰভাব সাময়িক আৰু দূৰ-প্ৰসাৰী নহয়। দ্বিতীয়জন লিখকৰ পৰা (১৯৩৬) তুলি দিয়া এই কথাখিনিত চিন্তাৰ সামগ্ৰী যথেষ্ট ঃ "ফৰাছী বিপ্লৱৰ কালৰ পৰাই শক্তিৰ জনাজাত উৎস হৈছে 'ৰাইজ' আৰু 'জাতি'। যেতিয়া বৰ্ত্তমান যুগৰ স্বৈৰাচাৰী শাসকসকলে নিজৰ অধিকাৰ বিধিসঙ্গত কৰি লবলগীয়া হয়, তেতিয়া তেওঁলোকে সেই কামফেৰা কৰে জাতীয়তা, আৰু যি মানবিক গণতন্ত্ৰ তেওঁলোকে নিজে ওফৰাই পেলাইছে, সেই গণতন্ত্ৰৰ নাম লৈ। তেওঁলোকে ঢোল কোবায় যে তেওঁলোকৰ শাসন ৰাইজৰ হিতাৰ্থেহে, আৰু যদিহে দেশৰ আৰ্থিক অৱস্থাই এই দাবী নিৰৰ্থক প্ৰতিপন্ন কৰে, তেনেহলে যিসকল ব্যক্তিয়ে গোট খাই সৃষ্টি কৰিছে অথচ সেই ব্যক্তিসকলতকৈ সুকীয়া আৰু ওপৰৰ, সেই ৰহস্যময় সত্তা –'জাতিৰ' হিতৰ অৰ্থে। ....... স্বৈৰাচাৰীসকল জাতীয়তাৰ 'পোপ'।"

## ৬৫

আমাৰ উপৰিপুৰুষ আছিল বৰবিষ্ণু আতাৰ দ্বাৰা স্থাপিত চামৰীয়া বা চমৰীয়া সত্ৰৰ ভাগৱতী। সেই দিনৰ ভাগৱতীসকল নিশ্চয় পণ্ডিত লোকেই আছিল। ভাগৱতী সৰুৰামে সত্ৰৰ অধিকাৰ বা সত্ৰীয়া ৰূপৰামৰ সৈতে দোস্তি কৰি নিজে ডেকা সত্ৰীয়া বাব আয়ত্ত কৰি লৈ শৰণ দিবলৈ ধৰিলে। তেওঁ মানুহজনো আছিল দাড়িয়ে - চুলিয়ে ভোবোকাৰ ওখ-পাখ ভব্য মানুহ, মানুহে চকুলৈ চাবলৈ সাহ নকৰে। "মহা পৰাক্ৰমী, ঘৰত তিনিখান দুৱাৰ।" – ই যেন কথাগুৰু চৰিতৰ ভাষা – অৱশ্যে মই শুনিহে লিখা। সি যি নহওক, শেহত এওঁৰ প্ৰতাপ সহ্য কৰিব নোৱাৰি 'ৰাইজ উঠিল'। তেওঁ হেনো কোনোবা প্ৰসঙ্গীয়া ভকতক কীৰ্ত্তন ঘৰৰ পৰা উলিয়াই পঠিয়ালে। গুৰুতৰ অপৰাধ। তেওঁক মানুহে ৰভিয়াল ঘৰত সুমুৱাই থলে – তিনিদিন তেওঁ তাত থাকে, ভাত-পানী নাই। বকৰা আতৈৰ উপৰিপুৰুষে মাথোন জলপান এসাজ খুৱাইছিল। ৰাইজে দাবী কৰিলে, "আপুনি টকা চাৰিহাজাৰ দণ্ড দিয়ক, তেহে এৰি দিম। তেওঁৰ ঘৈণীয়েকসকল (তিনি) আহিও তেওঁক বুজাবলৈ চেষ্টা কৰিলে। ডেকা অধিকাৰে বোলে, "মই চাৰি পইচাকো নিদিওঁ।" ৰাইজে উৎপাত আৰম্ভ কৰিলে, দুটানে তিনিটা ধানৰ ভঁৰাল লুট

কৰিলে। ইতিমধ্যে তেওঁ মনে মনে লুকী দুৱাৰৰ ৰজালৈ বাতৰি পঠিয়ায়। ৰজা লাকুৰি সিং নিজে হাতী* আৰু চিপাহী-চন্তৰী লৈ উপস্থিত হয়। তেওঁ অধিকাৰক উদ্ধাৰ কৰি সা-সম্পত্তিৰে লৈ যায়। কিছু বয়—বস্তু ৰাইজে থপিয়াই ৰাখিলে। অধিকাৰ গৈ শিংৰা নদীৰ পাৰত য'ত বহিলগৈ সেই ঠাই এতিয়াও সতৰীয়াৰ ঘাট নামে জনাজাত। তেওঁৰ লগত কিছুমান শিষ্য-প্ৰশিষ্যও উঠি গৈছিল। ঘটনাটো ঘটিছিল ভাদ মাহত, কিন্তু কোন চনত কবলৈ টান। চমৰীয়াৰ বৰ্ত্তমান অধিকাৰে ১৮৮৩ চন বুলি কৈছিল হব পায়। চমৰীয়াবাসীৰ মনত এই ডেকা সত্ৰীয়াৰ সোঁৱৰণ এতিয়াও সজীৱ — মইমতীয়া আৰু প্ৰতাপী মানুহৰ চানেকি স্বৰূপে।

লুকীৰ ৰজা লাকুৰি সিঙক সৰু ৰাম অধিকাৰে শৰণ দিছিলনে কি কবলৈ টান; এই পৰিয়াল শক্তিপূজক বুলিহে জনাজাত। সম্ভৱ দুয়োজনৰ মাজত বিশেষ বন্ধুতাহে আছিল।

আগৰ দিনৰ কথা, যি শুনা যায় সিয়ে সাধুকথাৰ ৰহন লয়। ভকতৰ ধন চপাই অধিকাৰ ইমান চহকী হৈছিল যে তেওঁ গুটি টকাবিলাক নাৱত ভৰাই ওপৰত লোণ জাপি দি লৈ আহিছিল। সৰুৰাম অধিকাৰৰ তিনি ঘৈণী তাৰে তৃতীয়গৰাকী—অময়া—আছিল নহিৰা সত্ৰৰ। এই সত্ৰ সন্ত—ভূষণৰ পৰম্পৰাৰ। মাটি পিয়ল আৰম্ভ হল জেনকিনজ্ চাহাবৰ দিনত। সত্ৰবিলাকে পুৰণি ফলি নাইবা পেৰা কাকত দেখুৱাব লগা হ'ল। নহিৰাৰ সত্ৰ আছিল বিষ্ণুপ্ৰসাদৰ* নামত; মানুহৰ মাজত তেওঁ আছিল মনাই মহন্ত বুলি জনাজাত। এই নামৰ গোলমালতে সত্ৰৰ মাটি বাজেয়াপ্ত হয়। সৰুৰাম

---

* হাতীৰ নাম — জং বাহাদুৰ আৰু যাত্ৰাসিং; প্ৰথমটো গৌৰীপুৰৰ জমিদাৰে কিনি নিয়ে, দ্বিতীয়টো নহিৰাত মৰে (আমাক দিছিল?).............

---

* বিষ্ণুপ্ৰসাদৰ বংশৰ হ'ল নাৱা গোসাঁই বা কুমুদেশ্বৰ গোস্বামী; মোৰ জেঠা সহদেৱ গোস্বামীও এই বংশৰে। কথিত আছে আমাৰ কুলপুৰোহিতৰ এজন -- শ্ৰীমহেশ্বৰ শৰ্ম্মাৰ উপৰিপুৰুষ বিদ্যাসাগৰ আৰু মনাই মহন্তৰ পূজাত জয়সাগৰত পানী ওলায়। ৰজাই বিদ্যাসাগৰক সুধিলে — কি পুৰস্কাৰ দিম? বিদ্যাসাগৰে ক'লে, মোক নালাগে, এই গোসাঁই ল'ৰাটিকে দিয়ক। পিচত এওঁলোকে ঘূৰি ঘূৰি নহিৰাত এদিন ভেকুলীয়ে গোম সাপ গিলি থকা দেখি তাতে মাটি জাপি থান পাতিলে। ৰজাই মাটি বাৰী দি মনাইক বিষ্ণুপ্ৰসাদ নাম দিলে। এওঁ ৰচনা কৰা (১৬৭৪ শক) 'স্তুতি গোবিন্দ' নামৰ পুথি এখন গোসাঁইঘৰ বা নামঘৰত সংৰক্ষিত হৈছে। মোৰ মা নাৱা গোসাঁইৰ ভাগিনী।

অধিকাৰ ঘটনাটোৰ লগত কেনেবাকৈ জড়িত হৈ পৰে। এওঁৰ উদ্যোগতে গুৱাহাটীত ছানী আপীল হয় আৰু সত্ৰখন ৰয়। কাছাৰীৰ খৰচ হ'ল ৭১১ টকা। টকা নহিৰাৰ গোসাঁইসকলে দিবলৈ অসমৰ্থ হোৱাত সত্ৰখন দুভাগ হয়, আৰু সৰুৰাম অধিকাৰে টকাৰ বিনিময়ে সত্ৰৰ আধা লাভ কৰে। এই ফয়চলা চৰকাৰী মতে কৰা হয় ১৮৪৪ চনৰ ১৫ জুন তাৰিখে। পূৰ্বৰ সত্ৰৰ আধা মাটিত হৰিদেৱ, কামদেৱ,* পদ্য মহন্ত আদিৰ নাম বহে।

পূৰ্বত শিৱসিংহ ৰজাই বিষ্ণুপ্ৰসাদক ২০০ পুৰা জমি আৰু ৯৪ ঘৰ ভকত দান কৰিছিল। তৰুণ দুৱৰা বৰফুকনে দিয়া ১৬৬৩ শকৰ ১৮ পুহৰ তাম্ৰফলি "অপ্ৰমাণ্য জ্ঞানে দাবিৰ মাটি আৰু ভকত বাজেয়াপ্তকৰণে" ছানী আপীল হয়। আপীলৰ নম্বৰ ৪৭১ আৰু উকীল আছিল নন্দকিশোৰ দাস।

সৰুৰাম অধিকাৰ লুকীতে ৰ'ল, নহিৰাত নকৈ পতা মহাপুৰুষীয়া সত্ৰখনত থাপিলে তেওঁৰ পুত্ৰ মহোদত্ত দেৱ গোস্বামীক। এওঁ আছিল ধোঁৱাখুলীয়া স্বভাৱৰ লোক। এওঁ সৰুৰাম অধিকাৰৰ ধন-সোণ খাস্তাং কৰিলে। পলাশবাৰীৰ মাৰোৱাৰীক এওঁ এবাৰ দহতোলা সোণ বেচিছিল সেই সোণ মাৰোৱাৰীৰ পৰা ল'লে এক তহচিলদাৰে আৰু তাৰে হাৰ এডাল গঢ়ালে; সেই হাৰ বৰপেটাৰ জনাজাত পৰিয়াল এটিত এতিয়াও আছে। মহোদত্ত দেৱ অধিকাৰী আতা যেতিয়া বুঢ়াকালত পুৰীৰ পৰা চ'ত মাহত তীৰ্থ কৰি উভতি আহি অকস্মাৎ মৃত্যু মুখত পৰে (১৯০৭), তেতিয়া পিতা সিংহদত্তৰ বয়স ওঠৰ, তেওঁৰ তলৰজন অৰ্থাৎ ৰামদত্তৰ বয়স সোতৰ মান। সেই সময়ত আমাৰ ঘৰৰ অৱস্থা ভাল নহয়। এই পৰিয়ালৰ বুৰঞ্জী প্ৰসঙ্গত প্ৰবাদ এটি আছে –

চমৰীয়াত চুচিলে,
লুকীত লুকুৱালে,
নহিৰাত খাস্তাং কৰিলে।

---

* হৰেশ্বৰ গোস্বামীৰ পিতৃ কুমুদেশ্বৰ গোস্বামীৰ ককাদেউতাক; মহেশ্বৰ গোস্বামী মুক্তিয়াৰৰ পিতৃ।

মই আতাৰ ভনীয়েক দুজনী অৰ্থাৎ পিতাইঁতৰ পেহীয়েক দুগৰাকীক দেখিছোঁ। এওঁলোকক আমিও পেহী বুলিছিলোঁ। এওঁলোকক মোৰ মনত পৰাৰ পৰা বুঢ়ী যেনেই লাগিছিল। মৰেও বহুত বয়সত, চাৰি কুৰি বা তাৰ ওপৰত। মুখ সোতৰাসুতৰি পৰিছিল যদিও চুচিকটা নাক মুখেৰে এওঁলোক দেখিবলৈ আছিল ৰূপহী। এওঁলোকৰ চেহেৰা মোৰ ভনীত কিছু ৰৈছে। আলৰ নোহোৱালৈকে এওঁলোকে আৰু এগৰাকী পেহী সম্বন্ধৰ বুঢ়ীৰ লগত সুকীয়াকৈ স্বাধীনভাবে খাই বৈ আছিল । ভাতমুঠিৰ কাৰণে তেওঁলোকৰ মাটিও আছিল সুকীয়া। এওঁলোকৰ নাম ক্ৰমান্বয়ে আছিল কেতেকী, হেমেশ্বৰী আৰু প্ৰেমেশ্বৰী। আলৰ হ'লত এওঁলোক আমাৰ মূল ঘৰলৈ আহি প্ৰাণ ত্যাগ কৰে। এওঁলোকৰ মাত আছিল মতা মানুহৰ দৰে ডাঙৰ আৰু খোলা; এওঁলোকে চিলিমত ধঁপাত হুপিছিল আৰু এওঁলোকৰ কথা কোৱা ভঙ্গী আছিল কিছুপৰিমাণে বৰপেটীয়া— আহুন, তুহুন, কঁয়হাৰ; মেকুৰীক বুলিছিল মেক্ৰী, নাইবা 'নাকাৰ'। কোনোবা এগৰাকীক সৰুকালি বিয়া দিছিল হাবৰাঘাটত (কৃষ্ণাই অঞ্চল), কোনোবা এজনীক বংজুলিৰ ওচৰৰ মাদাঙ অঞ্চলত। এওঁলোক ফুলতে বাৰী হোৱা তিৰোতা।

এই পেহীসকলৰ মুখত মই সৰুকালি শুনো চমৰীয়াৰ কথা, লুকীৰ কথা; গাৰো মন্ত্ৰৰ কথা— গোসাঁয়ে ভাত ৰান্ধি থাকে, কাটি বাছি দিয়া কাৰৈ মাছে খোজ লয়; দলুৱা বাঘৰ কথা — গাৰো মানুহ মন্ত্ৰৰ বলত বাঘ হয়, কাণত তাৰ থাকে মানুহ ৰূপত থাকোতে পিন্ধি থকা দলুৱা, মন্ত্ৰপূত গামোচা এখন তাৰ গাত দলিয়াই দিলে সি আকৌ পূৰ্ব্বৰ ৰূপ পায় — নিদিলে তেনেকৈয়ে ৰ'ল! সেইবিলাক অঞ্চলত আমাৰ আত্মীয়-কুটুম্বও আছিল। এইসকলৰ ভিতৰত সৰুকালি এজনকহে দেখা মনত পৰে ; এওঁ ভালুকঘাটাৰ খৰ্গপতি শৰ্ম্মা, এসময়ৰ বকো অঞ্চলৰ জনাজাত কংগ্ৰেছ কৰ্ম্মী।

১৯৫৯ চনত যেতিয়া মই শঙ্কৰদেৱৰ তিথি উপলক্ষে পোন প্ৰথমবাৰৰ কাৰণে চমৰীয়ালৈ যাবলৈ নিমন্ত্ৰণ পালোঁ, তেতিয়া আমাৰ

পূৰ্বপুৰুষৰ বাসস্থান দেখিবলৈ পাম বুলি মনত যি ভাবৰ উদয় হৈছিল, সি আছিল কিছু আনন্দৰ, কিছু বেদনাৰ, কিছু অনিশ্চয়তাৰ। নাৱেৰে গৈ কলহী নৈৰ পাৰত থকা সত্ৰখনৰ ৰাইজৰ আগ্ৰহ আৰু মৰম অনুভব কৰি অন্তৰত যি উত্তেজনা অনুভব কৰিছিলোঁ তাক বুজাবলৈ টান। আকৌ যেতিয়া গাঁৱৰ ভিতৰলৈ গৈ পূৰ্বপুৰুষৰ বস্তি বা ভিঠাত থিয় দিলোঁগৈ, সন্ধিয়া, কিবা এক বেদনাময় সোঁৱৰণত মোৰ চকুলো ওলাব খুজিছিল। সেই মাটিত বহি থকা গাইঠা নামে মানুহজনে হবপায় সেৱা এটা কৰি পইচা চাৰি অনা দি মান ধৰিছিলহি, মই নললোঁ। কোনোবা এগৰাকীনে দুগৰাকী আহিল শৰণ লবলৈ। মই অজীৰ্ণপাতকী নিজেই শৰণ নোলোৱা মানুহ, কেনেকৈ শৰণ দিওঁ? সম্বন্ধীয়া লোক ওলাল ; এগৰাকী বুঢ়ীয়ে —সম্বন্ধত চাগৈ জেঠাই — মান ধৰিলে কাপোৰ দি। মই মূল বংশৰ মানুহ, মোৰ মান-সন্মান সৰহ! চমৰীয়াৰ কথা মনলৈ আহিলে সেইখন মোৰ এতিয়াও 'স্বদেশ' 'স্বদেশ' লাগে! মোৰ লগত গৈছিল মোৰ প্ৰথম সন্তান চিৰিমা, তেতিয়া তাইৰ বয়স সাতমান।

চমৰীয়ালৈ সম্ভৱ খুৰা কোনোবাজন মাজে সময়ে গৈছিল, পিচে তেওঁলোকে বোলে তাৰ কীৰ্ত্তন ঘৰত সেৱা নকৰিছিল — পূৰ্বৰ কথা স্মৰণ কৰি হবপায়। মোৰতো ৰাগ বিৰাগ একো নাই, মই তাত সেৱা এটা জনালোঁ। পুৰণি পুথিৰ খবৰ কৰি পালোঁ দৈত্যাৰি ঠাকুৰৰ গুৰু চৰিতৰ কপি এটা, ভেক্‌ৰি পৰি আছে। দুই এজন সত্তৰ-পঁইসত্তৰ বছৰীয়া ভকত দেখিলোঁ। বৰ্ত্তমান অধিকাৰ অচ্যুতকান্তৰ সৰু আতাক জাগোৰাম মহন্তই কৈছিল যে আমাৰ উপৰিপুৰুষ হেনো আছিল ৰামৰাম গুৰুৰ বংশৰ, সেইকাৰণে আগ ঠাই পোৱা। বৰপেটাৰ মিশ্ৰসকলহে সম্ভৱ এই বংশৰ। আমাৰ পৰিয়ালৰ বংশাৱলী নাই, থাকিলেও ঘৰত জুই লাগি পুৰি গৈছে। মই অশেষ চেষ্টা কৰি এইখিনিহে পাইছোঁ —

হৰিদত্ত
|
লক্ষ্মীকান্ত (?)
|
সৰুৰাম (সোৰাম)
|
মহদত্ত
|
সিংহদত্ত (আৰু তিনি ভাই , চাৰি ভনী)
|
প্ৰফুল্লদত্ত (আৰু এক ভনী)
|
জিষ্ণুদত্ত ভাস্কৰদত্ত বিশাখদত্ত (আৰু তিনি ভনী)

চমৰীয়াত থকা আমাৰ আত্মীয় সৰুৰামৰ কন্যাৰ ফালৰ, নাইবা সৰুৰামৰ অকালতে মৰা ককায়েক হংসধৰৰ বংশৰ।

৬৬

লুকী ৰজাৰ বংশ লোপ পালে। ৰাণীৰ সম্পত্তি লৈ বালাগাঁৱৰ দেৱী সিং পাটোৱাৰীৰ (লুকীৰ মন্ত্ৰীক পাটোৱাৰী বোলা হৈছিল) ঘৰত ডাঙৰ মেল বহিছিল সত্তৰ বছৰমান আগেয়ে। এই মেলত হেনো পিতাও উপস্থিত আছিল। লুকীৰ শেষ উত্তৰাধিকাৰী আছিল দলিপুৰীয়া ৰাণী—মহোদত্ত সিঙৰ নাতিনী। মহোদত্তৰ ককায়েকৰ নাম আছিল সিংহদত্ত। এইবিলাক নাম আমাৰ বংশতো পায়। ১৮৫৪ চনৰ মিলজ চাহাবৰ ৰিপোৰ্টত লুকী দুৱাৰৰ যি চৌধাৰীৰ নাম পোৱা যায় তেওঁ আছিল 'মহোদত্ত সিং ৰাজা'। দলিপুৰীয়া ৰাণীয়ে ১৮৯৮ চনত আতা মহোদত্ত দেব অধিকাৰীলৈ লিখা পোষ্টকাৰ্ড এখন মোৰ হাতত আছে। দলিপুৰীয়া ৰাণীয়ে এজন পোষ্যপুত্ৰ লৈছিল যদিও, শেহত, ১৯০৫ চনত, লুকী ৰাজ্য বা মৌজা চৰকাৰে সম্পূৰ্ণকৈ নিজৰ হাতলৈ আনে। *

১৮৭৪ চনত এই মৌজাৰ কালি আছিল ৭৬.৫০ বৰ্গমাইল আৰু ৰাজহ ১০,৭২০ টকা।

---

* এই প্ৰসঙ্গত শ্ৰীবীৰেন ৰাভাৰ 'লুকীৰ ইতিবৃত্ত' (১৯৬৮) কিতাপখনো দ্ৰষ্টব্য।

২৪/৮/৯৮ তাৰিখে লিখা (লিখোৱা) কাৰ্ডখনত আতাক ৰাণীয়ে 'বাপা' বুলি সম্বোধন কৰিছে, সম্ভব তেওঁৰ বয়স তেতিয়া যথেষ্ট, কিয়নো আতাৰ বয়সো তেতিয়া তিনিকুৰিৰ কম নহয়! চিঠিখন এই —

শ্ৰীশ্ৰী দুৰ্গা
শৰণং

২৪/৮/৯৮
গৌহাটী

আত্মীয় বড়

বাপা — ময় একৰকম ভালে আছোঁ — তোমাৰ মঙ্গল লিখিবা। ময় যে তোমাৰ আগত কইছিলো সেই কথাটী তুমি তাতে ঠিক কৰি আহি মোৰ ইয়াৰ পৰা মানুহ লই জাবা, ময় মানুহ ঠিক কৰিছোঁ।

ইতি
শ্ৰীমতি দলীপ্ৰিয়া কোঁৱৰী

চিঠিখনৰ তলৰ এছোৱা লিখিছে মহিৰাম দাস নামে এজনে — তাত আছে নাও এখনৰ কথা; ৰাণীয়ে আগতে নাৱৰহে কথা কৈছিল। লক্ষ্য কৰিবলগীয়া যে চিঠিখন লিখিছে গুৱাহাটীৰ পৰা — দলিপুৰীয়া বা দলীপ্ৰিয়াৰ বোলে বিয়া হৈছিল বেলতলাৰ ৰাজবংশত। তেওঁৰ পাণবজাৰতো ঘৰ মাটি আছিল!

## ৬৭

জেঠাৰ ভতিজাক চেনিকুঠিৰ মহেন্দ্ৰচন্দ্ৰ গোস্বামীৰ মুখত শুনিবলৈ পোৱা ঃ ১৯০৮//৯ চনৰ কথা। পিতাই তেতিয়া পাণবজাৰৰ এক মেছত থাকি পঢ়াশুনা কৰে। ৰন্ধাবঢ়া কৰিবলৈ ৰান্ধনী আছিল পলাশবাৰীৰ ল'ৰা এটি। মেছৰ অভিভাৱক নিধিৰাম দাস মুক্তিয়াৰ। সেই সময়ত স্বদেশী ভাবে অসমো আন্দোলিছে। মেছত মাজে সময়ে মিটিং হয় আৰু ছাত্ৰসকলক স্বাধীন ভাৰতৰ উপযুক্ত নাগৰিক কৰি তুলিবৰ উদ্দেশ্যে নিধিৰাম দাসে লাঠি খেল শিকায়। বঙালী গায়ক মুকুণ্ড দাসৰ আগমনেও সেই সময়ত মানুহক উত্তেজনা যোগাইছিল। অম্বিকাগিৰীৰ আত্মজীৱনীতো মুকুন্দ দাসৰ উল্লেখ থাকিব লাগে। মহেন্দ্ৰ গোসাঁয়ে নিজৰ সৌৱৰণৰ জোলোঙাৰ পৰা মুকুণ্ড দাসৰ গান এফাকি আওৰাইছিল এইদৰে ঃ

সবাই স্বাধীন এ ভূমণ্ডলে
ভাৰত সুধুই ঘুমায়ে ৰয়
ঐ দেখ সেই মাথাৰ ওপৰে
ৰবি শশী তাৰা দিন দিন ঘূৰে
ঘূৰিয়া যেৰূপ দিক শোভা কৰে
ভাৰত যখন স্বাধীন ছিল
এখন তোৰা যে শত কোটি তাৰ
স্বদেশ উদ্ধাৰ কৰা কোন ছাৰ.

গানফাকিত হেমচন্দ্ৰ বন্দ্যোপাধ্যায়ৰ 'ভাৰত-সঙ্গীত' নামৰ কবিতাৰ (১৮৭০) প্ৰতিধ্বনি আছে।

১৯৩১ চনৰ অসহযোগ আন্দোলনৰ প্ৰেৰণাত অসমীয়া মাইকী মানুহে বিয়া নামত মহাত্মা গান্ধীৰ নাম স্মৰণ কৰিছিল, ওজা-পালিয়ে জাতীয় আন্দোলন বৰ্ণনা কৰি চতিহা গাইছিল আৰু আন আন ধৰণৰো গীত— পদ

সৃষ্টি হৈছিল। শ্ৰীনগেন হাজৰিকাৰ মুখত শুনিছিলোঁ ১৯৩২ চনত মঙ্গলদৈত চলা এই গীতটি —

ওহে অসমীয়া ভাই,
স্বাধীন স্বৰাজ পাবাৰ নাই,
একখৰা বিচাৰ কৰি আহা যাই,
তপেশ্বৰে ৰত্নেশ্বৰে,
দিনে দিনে মিটিং পাতে,
তেও গান্ধীৰ স্বৰাজ পাবাৰ নাই,
ওহে অসমীয়া ভাই
স্বাধীন স্বৰাজ পাবাৰ নাই।

তপেশ্বৰ হ'ল শ্ৰীতপেশ্বৰ শৰ্ম্মা, এডভোকেট, মোৰ পিতাৰ সহপাঠী।

## ৬৮

জনপ্ৰিয় হোৱাৰ কিবা অৰ্থ আছেনে? জনপ্ৰিয় হোৱা অভিজ্ঞতা মোৰ নাই। ৰাজনীতি, ব্যৱসায় কৰা মানুহ, ফুটবল খেলোৱাৰ, নাইবা কথাছবিৰ তাৰকা জনপ্ৰিয় হয়, কিছুদিনলৈ, তাৰ পিচত? আটাইৰে প্ৰিয় হবলৈ চেষ্টা কৰা কথাটোত কিবা সাৰ্থকতা আছে বুলি মনে নধৰে, কথা হ'ল দুই-চাৰি যোগ্য লোকৰ আস্থাৰ ভাজন হব পাৰিনে কি।

মানুহৰ মৰম আৰু আস্থাৰ চিন কিহত পায় কব পাৰিনে? ৰোমান কবি ভাৰ্জিলৰ ভাষাত, "এক্সপেৰ্টো ক্ৰেডিটে", অৰ্থাৎ যিয়ে প্ৰমাণ দিব পাৰিছে তেওঁকে বিশ্বাস কৰিবা।

মই ১৯৬৬ চনত যেতিয়া আমেৰিকা পালোঁগৈ তেতিয়া চৰকাৰী নিয়ম অনুসৰি সামান্য ধনহে নিব পাৰিছিলোঁ। তাত প্ৰথমডোখৰত মোৰ অৱস্থা লাজ লগাই হৈছিল। এনে সময়ত মোৰ চিনাকি হ'ল পূব বঙ্গৰ ডেকা

অধ্যাপক জহৰুল হকৰ লগত। এওঁ ৰবীন্দ্ৰনাথৰ ওপৰত জনকৃষ্টিৰ যি প্ৰভাব সেই বিষয়ত গবেষণা কৰি আছিল। এওঁ ততালিকে মোক এশ ডলাৰ ধন ধাৰলৈ দি এক সংকটৰ পৰা উদ্ধাৰ কৰিলে, অলপ দিনৰ কাৰণে হলেও।

জহৰুল হকৰ সৌজন্যতে আলহী হবৰ সুযোগ পাইছিলোঁ ইণ্ডিয়েনাপোলিছ চহৰৰ এক স্থানীয় পৰিয়ালত। ঘৰৰ গৃহিণী মিচিজ একাৰ্টে ৰান্ধিছিল পোলাও। খাবৰ সময়ত মই লব খোজা দেখি তেওঁ হাক দিলে, "নলব নলব, আপোনাৰ কাৰণে মই মুৰ্গীৰে ৰান্ধিছোঁ, এইয়া গৰু মঙহেৰে ৰন্ধা।" মই কলোঁ, "মোৰতো আপত্তি নাই, মোৰ পূৰ্ব- পুৰুষসকলেও গোমাংস ভক্ষণ কৰিছিল।" "নহয় নহয়, আপোনাৰ কাৰণে সুকীয়াকৈ ৰান্ধিছোঁ।"

এইযে মানুহৰ ব্যৱহাৰ, আস্থা, বিবেচনা, তাৰ যোগ্য হ্ব পৰাটোও তৃপ্তিদায়ক। এনে সৰু সৰু ঘটনাই সূচায় যে জীৱন একেবেলিয়ে অসাৰ্থক নহয়।

এতিয়া ক'লে চাগৈ মানুহে নপতিয়াব, অসমৰ গাতে লাগি থকা ৰাজ্য এখনৰ শিক্ষা বিভাগৰ ডাইৰেক্টৰৰ মই ইমান বিশ্বাসৰ পাত্ৰ হৈছিলোঁ যে মোৰ অনুমোদন হলেই অসমীয়া ডেকাই সেই ৰাজ্যত শিক্ষকৰ চাকৰি পাইছিল। পিচে মোৰ ইজ্জৎ নৰল। ইজনক কেনভাছ কৰোঁ, সিজনক কেনভাছ কৰোঁ, কোনো যাবলৈ নোলায়। শেহত বজালী অঞ্চলৰ বি-এচছি ডেকা এজনক ৰাজী কৰি তেওঁৰ হতুৱাই দৰ্খাস্ত এখন দিয়ালোঁ। নিযুক্তিও পালে, কিন্তু এওঁ নগ'ল, ভয় খালে। শুনিলে, বোলে যি স্কুলত চাকৰি হ'ল তালৈ তিনিদিনৰ বাট খোজ কাঢ়ি যাব লাগে। সঁচা মিছা মই নাজানো, কিন্তু আজিকালি দেখোন সকলো ঠাইলৈ জীপ যায়।

বিশ্বাসৰ ভাজন হ্ব লাগিলে বিশ্বাস ৰখা অভ্যাসটোৰো কৰ্ষণ কৰিব লাগে। আনৰ কথা নকওঁ, অসমীয়া মানুহৰে দুই এজনে ইংলণ্ড আৰু আমেৰিকাত সুনাম ৰাখি থৈ অহা নাই।

মোৰ নিজৰ অভিজ্ঞতাৰ কথা কওঁ। ইণ্ডিয়েনা বিশ্ববিদ্যালয়ৰ ফোকলোৰ ইনষ্টিটিউটৰ ডাইৰেক্টৰ ডঃ ডৰ্ছনৰ পৰা ষাঠি ডলাৰ ধাৰ কৰি

পিচত চেক এখন দিলোঁ। তাৰ অলপ দিনৰ পাচতে মই উভতি আহিলোঁ, বেংকত যি টকা আছিল সামৰি সুতৰি। ডঃ ডৰ্ছনে চেকখন ভঙাবলৈ পাহৰিলে; তেওঁ মোক পিচত জনালে, "ধাৰটো নামাৰিলেও হ'ব, আপুনি তাৰ পৰা দুই-চাৰিখন কিতাপ পঠিয়াই দিব।" মই দুখনমান কিতাপ পঠিয়ালোঁ, পিচে ধাৰ মানে ধাৰ, মই সেইটোৱে বুজোঁ। কিছুদিনৰ পাচত মই চিঠিৰ ভিতৰত ত্ৰিশ ডলাৰৰ নোট পঠিয়াই দিলোঁ (এই কাম বেআইনী।)। এইখিনি পালেগৈ, কিন্তু বাকী ত্ৰিশ ডলাৰ শোধ কৰোঁ কেনেকৈ এইয়ে হ'ল মোৰ চিন্তা। তাত থকা দুই এক অসমীয়া লোকক অনুৰোধ কৰি বিফল হ'লোঁ -- অৰ্থাৎ তাত ডলাৰেৰে ধাৰটো মাৰিলে মই ইয়াত টকা দিব পাৰিম বোলা সত্ত্বেও সহায় নকৰিলে। শেহত কিছুদিন আগেয়ে যেতিয়া ধনখিনি পঠিওৱাৰ ব্যৱস্থা হ'ল, তেতিয়া ডৰ্ছনে সুধি পঠিয়ালে, "এয়া কিহৰ কাৰণে?" তেওঁ কথাটো পাহৰিছিলেই!

মোৰ সিদ্ধান্ত হ'ল -- বিদেশত এজন ভাৰতীয়ই অবিশ্বাসৰ সৃষ্টি কৰিলে বাকী ভাৰতবাসীও বদনামৰ ভাগী হয়। আপুনি নিজৰ ক্ষেত্ৰতে চাওকচোন -এজন পাঞ্জাবীয়ে আপোনাক ঠগিলে গোটেইবিলাক পাঞ্জাবীৰ ওপৰত আপুনি নাৰাজ নহয় নে?

কৰ্ম্মফল কথাটো দাৰ্শনিক পৰ্যায়ৰ; ব্যৱহাৰিক স্তৰতো কোনো ভাব বা কৰ্ম্ম চাগৈ বিফল নহয়; ৰবীন্দ্ৰনাথৰ ভাষাত --

যে নদী মৰুপথে হাৰালো ধাৰা,
জানি হে জানি, তাও হয়নি হাৰা।

আপুনি যি কৰে প্ৰতিদানতো তাকেই পায়নে কি, কম বেছি পৰিমাণত।

## ৬৯

কিছুমান মানুহে কি কৰিব নকৰিব সকলো থিৰ কৰে কথাৰ আশ্ৰয়ত। যেন কথাখিনি মুখৰ পৰা ওলালে সেইখিনি চাইহে তাৰ অৰ্থ তেওঁ বিচাৰি পায়। সাধাৰণতে মাইকী মানুহে কিবা এটা কৰিবলগীয়া হ'লে সেই বিষয়ে

কল্পনা-জল্পনা কৰি, আনক কৈ জিভাৰ আগত লৈ চেলেকি চুহিহে কৰিবলৈ লয়। পুৰুষে কামটো হে নুঠালে এইদৰে কথা পাগুলিয়াব নোৱাৰে। অৱশ্যে এইটো সূত্ৰহে —ইয়াৰ যে ব্যতিক্ৰম নাই এনে নহয়।

মোৰ সিদ্ধান্তবিলাক হয় ঘাইকৈ মনৰ ভিতৰত, ভবা চিন্তা কৰি কিমানখিনি সম্ভব কিমানখিনি অসম্ভৱ থিৰ কৰি লওঁ। তাৰ পাচতো হয়তো হয় যদি হ'ল নহলে নহল, কোনে সেই বিষয়ে মূৰ ঘমাই থাকে? মোৰ এই প্ৰকৃতিৰ কাৰণে মোৰ ঘৈণীৰ লগত প্ৰায়ে খুট-খাট লাগে। কথা পাগুলিয়াবৰ চেলু নিদিয়া গিৰিয়েক ভাল মানুহনে?

স্থান কাল পাত্ৰ লৈ মেল মৰাৰ সোৱাদ আছে। এবাৰ বহুত বছৰৰ আগেয়ে মোৰ শ্ৰীনগৰত দুসপ্তাহমান থাকিবলগীয়া হৈছিল। এদিন আমি কেতবিলাক বিশেষজ্ঞ আৰু প্ৰশিক্ষক লগ লাগি শ্ৰীনগৰৰ পৰা ষাঠি মাইল আঁতৰৰ পহলগামলৈ গৈছিলোঁ। মনোৰম ঠাই, যি পিনেই চোৱা যায় সেইপিনেই কিবা লক্ষ্য কৰিবলগীয়া বস্তু। প্ৰাকৃতিক দৃশ্য, গছ-গছনি, গাভৰুৰ গালৰ ৰং, বুঢ়া মানুহৰ কৰ্ম্মশ্ৰান্ত চেহেৰা, খেতি-বাতি, নাঙল (ফালখন কাঠৰ নে লোৰ?), চৰাই-চিৰিকতি, ইত্যাদি ইত্যাদি। বাছত মোৰ কাষতে বহিছিল এজন বিহাৰী আৰু এজন ৰাজস্থানী, দুয়ো ইমান পেকপেকাই গৈছিল যে বিৰক্তিত মই ছটফটাই আছিলোঁ। লক্ষ্য কৰিছিলোঁ আমাৰ লগত যোৱা এক মেমে লৈ গৈছিল চেলিম আলিৰ পৰ্বতীয়া চৰাইৰ ওপৰত লিখা কিতাপখন। মোৰ ভাব হৈছিল সময় অসময়লৈ নাচাই পেকপেকাই থকা মানুহে নতুন ঠাইলৈ আহি কি চাব কি শিকিব? মই ৰিজাইছিলোঁ এই বহুবক্তী মানুহ কেইজন আৰু সেই কৌতূহলী মন লৈ অহা ইংৰাজ মহিলা-গৰাকী।

কেতবিলাক মানুহৰ সঙ্গ তৃপ্তিদায়ক, শান্তিদায়ক, আৰু কেতবিলাকৰ সঙ্গত বিছাই ডকা দিয়ে। ডঃ ৰামলালৰ কথা মনত পৰিছে (নামটোৰ এতিয়া একো অৰ্থ নাই, মই মাথোন মানুহ এজনৰ চানেকিহে দিছোঁ।) তেওঁকো

শ্রীনগৰৰ চেমিনাৰতে লগ পাইছিলোঁ। তেওঁ তেতিয়া হাইদৰাবাদ ৰাজ্যৰ শিক্ষাবিভাগৰ ডাইৰেক্টৰ। আধা পকা চুলি, পকা পৰিপাটী গোঁফ, হাঁহি থকা চকু, আৰু বগা শুৱনি চেহেৰাৰে মজলীয়াকৈ ওখ মানুহজন। মাৰ্জিত ৰুচিৰ লোক, চলন-ফুৰণত খানদানী সাঁচ। আবেলি তেওঁ মোক লৈ যায় ঝিলাম নদীলৈ (ঋগ্‌বেদৰ অসিক্লী), আমি শ্বিকাৰা এখনত উঠি লওঁ আৰু পানীত ওপঙি ওপঙি নানান কথা পাতোঁ। তেওঁ বিবিধ প্রশ্ন কৰে, আপোনালোকৰ ডি-পি- আই কোন? কিবা বিদেশী ডিগ্রি আছেনে কি তেওঁৰ? তাত বিজ্ঞানৰ চৰ্চা কেনে? .... কথাপ্রসঙ্গত তেওঁ কয়, "মই যেতিয়া লণ্ডনত ডক্টৰেটৰ কাৰণে গবেষণা কৰি আছিলোঁ তেতিয়া এদিন মোক কিবা সৰু সঁজুলি এটা লগা হ'ল। মই ভাবিলোঁ কিনিয়ে পেলাওঁ, পিচে মোৰ গাইডে কি ক'লে জানে নে? তেওঁ ক'লে — বস্তুটো ইয়াত তুমি কিনিব পাৰিবা, কিন্তু ভাৰতবৰ্ষত পাবাগৈনে? তাতকৈ নিজে সাজি লোৱা, তেতিয়া ভবিষ্যতে অসুবিধাত নপৰিবা। কথাষাৰ এতিয়াও মোৰ মনত আছে।"

আমাক ৰখা হৈছিল বাদছাহ হোটেলত। ডাঙৰ হোটেল, ভিতৰত কিমান কোঠা আছে সমুখৰ পৰা ধৰিববলৈ টান। গধূলি ডঃ ৰামলাল গাৰুত আউজি ভৰি দুখন মেলি দি আৰাম কৰে; হাতত গালিবৰ উৰ্দ্দু কবিতা আৰু কাষৰ মেজত হুইস্কি অলপ। আপুনি সোমাই যাব, দেখিব তেওঁ নিবিষ্টচিত্তে পঢ়ি আছে। কেতিয়াবা অধ্যাপক গোকাকো (সম্প্রতি সাই বাবাৰ ভক্ত!) ওলায়হি। এনে সঙ্গত প্রীতিৰ ভাব আছে, চিন্তাৰ সোৱাদ আছে, নাই বিৰক্তি আৰু অস্থিৰতাৰ ছটফটনি।

মানুহেনো কথা নকয়নে? কথা কবৰ কাৰণেই মানুহৰ সৃষ্টি ! কিন্তু পুৰণি জাপানী জনগীত এটিৰ সুৰত কব পাৰি —

তুমি জগৰ ধৰিছা-মোৰ হিয়াত
তলা লগাইছোঁ তোমাৰ কাৰণে;
তলাও খোলে দেখোন, ছবি তাৰ
তোমাৰ হিয়াৰ মাজতে আছে।

৭০

১৯৪৯ চনৰ ডিচেম্বৰত হৰ পায় শদিয়াত ভুমুকি মাৰিবলৈ সুযোগ পাইছিলোঁ। ৰেল কোম্পানীৰ দায়িত্ব এটা লৈ যাবলগীয়া হৈছিল, তেওঁলোকৰ খৰচতে। শদিয়া তেতিয়া সৰল আৰু আন আন গছেৰে ভৰা এখনি সুশ্ৰী, শান্তিময় চহৰ, তাৰ উত্তৰে ছবিৰ দৰে সেউজীয়া পৰ্বতৰ মালা। ভূমিকম্পই তাক তেতিয়াও ধ্বংস কৰা নাই। মই আলহী আছিলোঁ পলিটিকেল অফিছাৰ শ্ৰীলক্ষেশ্বৰ শৰ্ম্মাৰ বঙলাত। ইতিমধ্যে সেইখিনি ওলালগৈ আমাৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ। তেওঁ সস্ত্ৰীক গৈছে পৰশুৰাম কুণ্ড উদ্দেশ্য কৰি। পিচদিনা পুৱা মযো সুযোগ পালোঁ লগত যাবলৈ। চৰকাৰী বিষয়া, পুলিচ অফিছাৰ আদি বহুতো লোক, বাহনৰ অভাব নাই।

সলখ, হোলোং আদি বৰ বৰ গছৰ হাবি পাৰ হৈ আমি পালোঁগৈ লোহিতৰ পাৰ। ঠাণ্ডা যথেষ্ট, কিন্তু বতৰ উজ্জ্বল। লোহিতৰ দুয়ো পাৰে বালি আৰু অলেখ ঘূৰণীয়া, চকলীয়া, দীঘলীয়া বগা মিহি শিল, হাতৰ মুঠিটোৰ সমান। ইমান শিল যেন সেইবোৰেৰে দলিয়াদলি কৰি যুদ্ধ এখন চলাব পাৰি। খৰালিৰ লোহিত, নিৰ্মল পানীৰে বৈ আছে, দেখাত সেউজীয়া ৰঙৰ যেন লাগে। আমাক ঠেক নাৱত পাৰ কৰি দিলে মূৰত খোপা মৰা ছবিৰ ৰাম লক্ষ্মণৰ দৰে দেখিবলৈ মিছিমি নাৱৰীয়াই। নৈৰ সিপাৰে থিয় হৈ আছে হিমালয়।

পৰশুৰাম কুণ্ড বোলা ঠাইডোখৰত আটায়ে গোট খালে। খোৱা-বোৱাৰ কাৰণে তক্তা পাৰি বেঞ্চ তৈয়াৰ কৰা হ'ল, কোনোবা গ'ল গা ধুবলৈ। মিছিমি গামো দুই - চাৰি আহিছে বৰদলৈৰ লগত সাক্ষাৎ হবলৈ। মই অ'ত ত'ত ফটো লৈছোঁ। হঠাৎ বৰদলৈয়ে সুধিলে, "প্ৰফুল্ল, গা নোধোৱানে?" মই সমিধান দিলোঁ, "এহ্ নোধোওঁ, মই একো পাপ কৰা নাই।" তেওঁ লাহেকৈ আঁতৰি গ'ল।

তেতিয়া ভাবিছিলোঁ উত্তৰটো ভাল হ'ল, এতিয়া থাৱৰ কৰিছোঁ, সেইটো আছিল মূৰ্খৰ সমিধান। কিয় কওঁ, মই যদিহে কলোঁহেতেন যে

জাৰৰ কাৰণে গা নোধোওঁ, তাত কিছু যুক্তি আছিল। আনহাতে, পুণ্য কৰা নকৰা অদৰকাৰী কথা, হিমালয়ৰ গৰ্ভৰ সেই শান্তিময়, সৌন্দৰ্যময় পৰিবেশৰ জিলমিলীয়া বালিত কাপোৰ-কানি থৈ যদিহে লোহিতৰ নিৰ্মল পানীত জোবোৰা এটা মাৰিলোঁহেতেন, মোৰ গা-মন এনেয়ো ভাল লাগিলহেতেন। তাৰ উপৰি, বৰদলৈয়ে আগ্ৰহেৰে সোধা কথাষাৰৰ সেই উত্তৰ ভদ্ৰতাসূচক নাছিল। কি হ'ব, তেতিয়া আছিল চেঙেৰাকাল!

৭১

শদিয়া ভ্ৰমণৰ পাচত গৈছিলোঁ পাছিঘাটলৈ। এই অঞ্চলত আবৰৰ (আদিৰ) বাস। বাটত কবো ঘাটত পাৰ হ'ব লাগে চিয়াং নদী (দিহং, চাংপো)। প্ৰকাণ্ড নদী, খৰালি কিন্তু দুভাগ শুকাই মাজত এভাগহে বৈছেগৈ। সেই বাৰিষাৰ ভয়ানক দিহং আৰু খৰালিৰ এই সংযত নদী দুয়োটাকে কল্পনাত ৰিজাই চালোঁ। পাছিঘাট তেতিয়া সৰু চহৰ, দিহঙৰ ভাঁজ এটাত, পৰ্বতৰ কোলাত, ৰঙা ৰঙা চৰকাৰী ঘৰেৰে ছবিৰ দৰে অতি বিতোপন ঠাই। মই আলহী থাকিলোঁগৈ চৰকাৰী বিষয়া মোৰ বন্ধু ধৰ্ম্মেশ্বৰ বৰুৱাৰ ঘৰত। বৰদলৈৰ দ্বিতীয় জোঁৱাই বীৰেন চাংকাকতীৰ লগতো মোৰ তাতেই চিনাকি; এওঁক পিচত কহিমাতো লগ পাইছোঁ। পাছিঘাটত তেতিয়া পলিটিকেল অফিছাৰ জেইমজ্ নামৰ সকলোৰে লগত সহজে মিলিব পৰা ইংৰাজ ডেকা এজন।

ধৰ্ম্মেশ্বৰ বৰুৱাৰ লগত গৈছিলোঁ পাছিঘাটৰ পৰা কেইমাইলমান আঁতৰৰ বালেক অঞ্চলৰ আবৰ গাঁৱলৈ। চাঙত জুহালৰ গুৰিত বহি পাতল লাউপানী আপঙৰ সোৱাদ লৈছিলোঁ। তাত আমাক বেঢ়ি ধৰা আবৰসকলৰ লগত নানান বিষয়ত কথা - বতৰা চলিছিল। এক দোৱনীয়াই প্ৰশ্ন কৰিছিল, "মিগম, এইযে কিবা মঙ্গোলিয়ান বুলি কয় এইটো কি কথা?" .... অকৰা নহয় এই মানুহবিলাক!

ৰাতি হৈছিল পোনুং। জুই একুৰাৰ চৌপাশে বাহুত ধৰাধৰি কৰি গাভৰু ছোৱালীয়ে ধীৰছন্দত নাচিছিল। আৰু মাজত তৰোৱাল এখন জোকাৰি জোকাৰি মিৰিয়ে লগাই দিছিল পুৰণি গীত। ছোৱালীবিলাকৰ

শাৰীত যোগ দি বৰুৱা আৰু ময়ো অলপ নাচিছিলোঁ। ৰাতি এঘাৰমান বজাত চাঙত ভাত খাইছিলোঁ কণী সিজোৱা, নিমখ আৰু জলকীয়াৰে। ভাত দিছিল বাঁহেৰে সজা শৰাই আকাৰৰ কৰণি এখনত। সিখন যেন বেলেগ জগৎ, আমাৰ জীৱনৰ লগত যেন তাৰ একো সংযোগেই নাই, এনে ভাবৰ উদয় হৈছিল মনত।

ভূমিকম্প আৰু দিহঙে বোলে পুৰণি পাছিঘাটৰ ক্ষতি কৰিলে। এতিয়াৰ পাছিঘাট আগতকৈ ডাঙৰ হৈছে, তাত কলেজো সাজিছে। মইহে দুনাই যাবলৈ সময় কৰিব পৰা নাই।

বালেক পোৱাৰ আগতে পায় শিবকোৰং নামৰ এখন সৰু নৈ। তাৰ ওপৰত বেতৰ ওলমা দলং। দলঙত থিয় কৰি কেইজনীমান ছোৱালীৰ ফটো লৈছিলোঁ। সেই ফটো কেইবছৰমান আগেয়ে ডেকা এজনে দেখি কৈছিল, "এ এইজনী দেখোন মোৰ মাহী, এইজনী পেহী....."

## ৭২

কেমেৰা প্ৰথম হাতত লওঁ ১৯৪৬ চনত। কাৰোবাৰ কোদাক বক্স কেমেৰা, সেইয়ে আৰম্ভ। বন্ধু মহিউদ্দিনৰ দোকানৰ পৰা কিনিছিলোঁ ইংলণ্ডত তৈয়াৰী এনচাইন চেলফিক্স কেমেৰা এটা। ভালকৈ ব্যৱহাৰ কৰিব নোৱাৰোঁ, ফোটো হয় বেয়া। মহিউদ্দিনে পুৰণি মিয়াদ যোৱা ফিল্ম কেইটামান দি ক'লে, "যোৱা, এইকেইটা মাৰি মাৰি হাত ঠিক কৰা।" মোৰ কেমেৰাৰ গুৰু মহিউদ্দিন আৰু কলেজ ষ্টুডিয়োৰ পূৰ্ণচন্দ্ৰ ভৰালী।

শদিয়া, পৰশুৰাম কুণ্ড, পাছিঘাট আদি ঠাইত লোৱা ছবি বেয়া হোৱা নাছিল, আনকি ভালকৈ পোহৰ নপৰা পাহাৰৰ গাৰ পৰা পৰশুৰাম কুণ্ডত যি জৰণাৰে পানী পৰিছিল আৰু য'ত মানুহে গাও ধুইছিল, সেই জৰণাৰ ছবিও সুন্দৰকৈ উঠিছিল। তাৰপৰা উভতি ইংৰাজী আলোচনী এখনত দুটা প্ৰবন্ধ দিছিলোঁ, ফোটোৰে সৈতে। উপাৰ্জন হৈছিল তিনিকুৰিমান টকা। উদ্দেশ্যমূলকভাবে ফোটো লব পাৰিলে ভাল। কামত লাগে। পিচে ইয়ো এক বেমাৰ। কেমেৰাত বহুত সময়ত অযথা ধন ভাঙিবলগীয়া হয়। নতুন নতুন কেমেৰা কিনাটো আৰু এটা বেমাৰ। লণ্ডনৰ পৰা অনা ৮ মিঃ মিঃ মুভি কেমেৰা অব্যৱহাৰত পৰি আছে। মোৰ কেমেৰাৰ নিছা এতিয়া সুঁচৰিছে মোৰ ল'ৰাত।

দেশ-বিদেশত লোৱা ফোটোবিলাক সঞ্চিত স্মৃতি। নতুন দেশ দেখা বিস্ময়, বিদেশী লোকৰ পোচাক-পৰিচ্ছদ, সৌন্দৰ্যময় দৃশ্য, উল্লেখযোগ্য গৃহ বা মন্দিৰ, এইবিলাকৰ সোঁৱৰণ ছবিবিলাকেই ৰাখে। বিভিন্ন ধৰণৰ কেমেৰা হাতত লৈ এতিয়া দেখিছোঁ ১২০ ৰিফ্লেক্স কেমেৰাই সৰহ কামৰ কাৰণে উত্তম। জাৰ্মানিত তৈয়াৰী ৰোলাইকৰ্ড এটা হলেই চলি যায়, ভালকৈ ৰাখিলে বিশ ত্ৰিশ বছৰেও তাৰ হৰণ-ভগন নাই। অৱশ্যে আজিকালি পাঁচশ-এহেজাৰটকীয়া কেমেৰাৰ ভিতৰত জাপানী কেমেৰাৰ কাম অতি সুন্দৰ। তাহানি ১৯৫৭ চনত হৰিদ্বাৰত তিনিমহলীয়া ধৰমশালাৰ খিৰিকিয়েদি জাপানী ৰিফ্লেক্স কেমেৰা আৰু ফুজি ফিল্মেৰে (ফিলটাৰ নোহোৱাকৈয়ে) গঙ্গাৰ যি ফোটো লৈছিলোঁ সিয়ে আছিল মোৰ প্ৰথম উল্লেখযোগ্য আৰু তৃপ্তিদায়ক ফোটো। হৰিদ্বাৰৰ ঘাটত মানুহে গা ধুই থাকে, সেইকাৰণে তাত ফোটো লোৱা নিষেধ, অলপ বুধি কৰি লব লগা হয়।

৭৩

মানুহ হবলৈ গলে 'উল্টা সাধনা' কৰিবৰ দৰ্কাৰ — ৰাইজ যি বাটে যায় তাৰ ওলোটা ফালে যাবলগীয়া হয়। যদিহে আপুনি আনে যি কৰে তাকেই কপি কৰে, আপোনাৰ বিশেষত্ব ৰ'ল ক'ত? বৌদ্ধ সহজিয়া, তন্ত্ৰ, নাথ আদি উ ল্টা সাধনাৰ বাটত চলা পন্থ!

৭৪

দুৱৰাই লিখিছিল —

শুৱনি ধৰণী চেনেহৰ খনি
জীৱনৰ লীলাভূমি,
নিতে নিতে মোৰ লাহবিলাহৰ
যোগোৱা সমল তুমি।

লাহ-বিলাহৰ সমল নহলেও মানসিক তৃপ্তিৰ সমল এই ধৰণীয়ে মোক কম যোগোৱা নাই। এই বিষয়ে অলপ কব পাৰি ।

সৰুকালি বিজ্ঞান পঢ়িবৰ সুযোগ নাপালোঁ। আমাৰ দিনত ওপৰঞ্চি গণিত লৈ প্ৰথম বিভাগত মেট্ৰিক পাছ কৰা ছাত্ৰইও বিজ্ঞানত নাম লিখিবলৈ সংকোচ কৰিছিল। পদাৰ্থ বিজ্ঞান, ৰসায়ন বিজ্ঞান, জীৱবিজ্ঞান আদি বিষয়ত কিছু প্ৰাথমিক জ্ঞান নাথাকিলে সংসাৰখন বুজিবলৈ টান হয় আৰু জীয়াই থকাৰ সোৱাদো নাপায়। বিজ্ঞানৰ ছাত্ৰ নহৈও চৰাই আৰু গছ-গছনিসম্পৰ্কে মোৰ কৌতূহল সৰহ।

চৰাইৰ বিষয়ে আগ্ৰহ উপজিল মোৰ ঘৰৰ কাষতে থকা এক আইৰিছ মহিলাৰ সাহচৰ্য্যত। ম'ৰিণ টমৰ আছিল অৰ্কিড, ফুল, চৰাই আদি সকলোতে ধাউতি। তেওঁৰ ঘৰৰ চৌপাশে পৰেহি বিবিধ চৰাই, স্থানীয় নাইবা ভ্ৰমণকাৰী. তেওঁ এইবিলাক লক্ষ্য কৰে, কেতিয়াবা হাতত বাইনোকুলাৰ লৈ। তেওঁৰ পৰাই কিতাপ ধাৰলৈ আনি মই পক্ষীৰ ৰহস্যময় জগতত সোমাবলৈ সুযোগ পাওঁ।

অসমৰ সৰহ চৰাই পৰ্বতীয়া, কেতবিলাক জাৰকালি আহে, আৰু বহুতৰে সম্বন্ধ ব্ৰহ্মদেশৰ চৰাইৰ লগত। য'লৈকে গৈছোঁ — উত্তৰ কামৰূপৰ কোনো গাঁৱলৈ নাইবা তিনিচুকীয়াৰ ওচৰৰ কোনো বাগিচালৈ, নাইবা ক'ৰবাৰ দূৰৈৰ বিললৈ, মোৰ চকু থাকে চৰাইত। লগত থাকে টোকনি বহী আৰু বাইনোকুলাৰ। নেদেখা চৰাই প্ৰথমবাৰ দেখাত বা তাৰ নাম জনাত কম আনন্দ পোৱা নাযায়। মানসত ৰঙা বল-ক্ৰীপাৰ বা দেৱাল-বগোৱা নাইবা নবগ্ৰহ পাহাৰত পাতৰ লগত মিলি থকা ক্লোৰপচিচ বা পাত চৰাই যেতিয়া প্ৰথম দেখোঁ তেতিয়া সেই আবিষ্কাৰৰ কি যে আছিল আনন্দ!

চৰাইৰো জাত থাকে। হেটুলুকা বা বাৰ্বেটৰে আমাৰ ইয়াত চাৰিজাত পায় তাৰে আটাইতকৈ ডাঙৰ জাত হ'ল যমডাকিনী! বহুত চৰাইৰ অসমীয়া নাম পাবলৈ টান। মই অসমৰ চৰাইৰ ওপৰত প্ৰাথমিক কিতাপ এখন লিখোঁতে কেতবোৰৰ নাম দি লৈছিলোঁ। ৱৰ্বলাৰ শ্ৰেণীৰ সৰু চৰাইবিলাকক আখ্যা দিছিলোঁ — গীতাল। সংস্কৃত ভাষাত কুজিনী বুলি শব্দ এটা আছে হব পায়।

দহিকতৰাৰ সুহুৰি আটায়ে শুনিছে, কিন্তু ভাৰতবৰ্ষৰ আটাইতকৈ মিঠাসুৰীয়া চৰাই হ'ল শ্যামা (হিন্দী শামা)। ই দহিকতৰাৰে বনৰীয়া আত্মীয়। দীঘল নেজেৰে সৈতে ই প্ৰায় দহ ইঞ্চি দীঘল; ইয়াৰ মূৰ, পিঠি, বুকু ক'লা, নেজো ক'লা — যদিও তাৰ দুকাষৰ পাখি বগা, নেজ আৰু পিঠিৰ জোৰা অংশ বগা, পেট ইটাবৰণীয়া। পশ্চিম ভাৰতৰ শ্যামাতকৈ অসম আৰু ব্ৰহ্মদেশৰ শ্যামাৰ নেজ অলপ চুটি। এই চৰাই দেখিবলৈ সৌভাগ্য হৈছিল এবেলি ভবেন নাৰ্জিৰ সৈতে লুকী-বেকেলী অঞ্চললৈ (আগৰ লুকীদুৱাৰ ৰাজ্য) ফুৰিবলৈ যাওঁতে (১৯৬৩)। টিলা এটাৰ আঁৰত ইয়াক অকস্মাৎ দেখিছিলোঁ। দুধনৈ অঞ্চলতো ইয়াৰ মাত কেতিয়াবা শুনিবলৈ পোৱা যায়। স্থানীয় মানুহে এই চৰাইৰ বিষয়ে একো নাজানে, নামো নাজানে।

কামেং, নেপাল আদি হিমালয়ী অঞ্চলত দেখিছিলোঁ সেউজীয়া মেগপাই, আমাৰ চেকচেকী চৰাইতকৈ চুটি, প্ৰায়ে অকলশৰীয়াকৈ ফুৰে।

এবিধ সৰু পখৰা শেন আছে সি ঘনচিৰিকা আদি সৰু চৰাই থপিয়াই লৈ যায়, ইয়াৰ ইংৰাজী নাম স্পেৰো হ্বক। গুৱাহাটীৰ ওচৰতে ইয়াক দেখিছিলোঁ। নবগ্ৰহ পাহাৰত পায় এটি পৰ্বতীয়া চৰাই কৃষ্ণ বৰ্ণৰ হিমালয়ী হুইছলিং থ্ৰাশ্ব, শালিকাতকৈ অকণমান ডাঙৰ, সৃক সৃককৈ মাতে। কুলি (কুকুলাছ) শ্ৰেণীৰ ভিতৰত পৰে এহাতমান দীঘল কজলা মেলকোহা, সিপাৰৰ পৰা নবগ্ৰহ পাহাৰলৈ কেতিয়াবা আহে। কুলিৰ ইংৰাজী নাম কোইল; কেতেকীৰ ইণ্ডিয়ান কুকু। এইবিলাক চৰাই সদায় দেখিবলৈ পোৱা নাযায়, কিন্তু দেখাত বিস্ময় আছে, আনন্দ আছে। চৰাইৰ সম্পৰ্কত মোৰ ডঃ চেলিম আলিৰ লগতো অলপ-অচৰপ আদান-প্ৰদান চলিছে। তেওঁৱেই আমাৰ দেশত এই বিষয়ত আটাইতকৈ অভিজ্ঞ লোক।

ম'ৰিন টমৰ লগত মোৰ পক্ষীচৰ্চা কিদৰে চলিছিল তাৰ আভাস তেওঁ লিখা চিঠি এখনৰ পৰা (ডিচেম্বৰ ১৯৬৩) বুজা যায় ঃ

> আপুনি মেলকোহাটো দেখিবলৈ পোৱা বুলি দিয়া খবৰটো কেনে মজাৰ! ইয়ে দেখুৱায় যে আমাৰ সৰু পাহাৰখন এতিয়াও 'চহৰ' হৈ পৰা নাই, কিয়নো এই চৰাই হাবিৰ চৰাই! মই এই চৰাই আমাৰ

ফুলনিত দেখিছিলোঁ ১৯৬১ চনৰ নবেম্বৰ মাহত —মই শঙ্কা কৰিছিলোঁ সিঁহত গুচিয়ে গৈছিল চিৰকাললৈ। এম্পি ড্ৰোঙ্গো মইও অলপতে আমাৰ ঘৰৰ ইফালে সিফালে দেখিবলৈ পাইছোঁ—এজোৰ—আৰু আন এটা, সি এটি লেছাৰ কুকু শ্ৰাইকৰ লগে লগে ফুৰে। এইটো দেখোন অদ্ভুত লাগিছে! আমি আমাৰ গছ্ এজোপাত চিলাই বাহ সজা দেখিবলৈ পাইছোঁ, দেখি ভাল লাগিছে, মই টোকা ৰাখিম — এইয়ে প্ৰথম ইমান ওচৰত চিলাৰ বাহ দেখিবলৈ পাইছোঁ। অ' কথা এটা, আপুনি মেলকোহা আৰু হুইছলিং থ্ৰাশ্ দেখিবলৈ পোৱা কথাটো টোকা কৰি থৈছোঁ— ইহঁতৰ এটাইও মোক এতিয়ালৈকে দেখা দিয়া নাই।

৭৫

গছ্-গছনিৰ প্ৰতি মোৰ আকৰ্ষণ কম নহয়। ক'ৰবালৈ গ'লে কিবা চিনি নোপোৱা ফুল বা গছ পালে তাৰ নাম জানিবলৈ মই যত্ন কৰোঁ। এবাৰৰ কথা। শদিয়াত সৰু কজলা যৌগিক পাতৰ এডাল গছ্ অলপ আচহুৱা লাগিল। তাৰ ইনজিনিয়াৰ এজনেও ক'লে, এটি ডাল লৈ যাওকচোন, আপোনালোকৰ বিশ্ববিদ্যালয়ত তাক চিনাক্ত কৰিব পাৰিব। ডালটো লৈ আহি মই বটেনি বিভাগৰ এজন লেকচাৰাৰক দি কলোঁ, এইডাল ডঃ বৰুৱাক (হিতেন বৰুৱাক) দিব, 'আইডেনটিফাই' কৰাব লাগে। মই ডঃ বৰুৱাক লগ নাপাই তেওঁৰ হাততে দি আহিলোঁ। দুদিন পিচত খবৰ ললোঁগৈ আৰু সুধিলোঁ, আপুনি ডালটো ডঃ বৰুৱাক দিছিলনে? — নাই। — কিয়? কি কৰিলে সেইটো?—তেওঁ দন্তবিকশিত কৰি ক'লে, পেলাই দিলোঁ।

এইবিলাক হ'ল পৰীক্ষা পাছ কৰা বৈজ্ঞানিকৰ নমুনা। কৌতূহল নোহোৱা লোকে বিজ্ঞানৰ কি উন্নতি সাধিব? মোৰ ঘৰত বহুত ধৰণৰ গছ আছে, ফুলো আছে। মই বতৰীয়া ফুলৰ কথা কোৱা নাই, স্থায়ী ফুলৰ

কথাহে কৈছোঁ। কেতিয়াবা কিতাপৰ বৰ্ণনা নাইবা ছবি চাই এইবিলাকৰ নাম উলিয়াওঁ, কেতিয়াবা বিশ্ববিদ্যালয়ৰ উদ্ভিদ বিজ্ঞান বিভাগৰ সহায় লওঁ। অলপতে উত্তৰ গোৱালপাৰা ভ্ৰমণ কৰি কছাৰী গাঁৱত পাইছিলোঁ দুবিধ উদ্ভিদ। এবিধ জোপোহা আকাৰৰ, তাৰ খৰখৰীয়া তিনি আঙুলমান দীঘল পাত আৰু বুতাম আকাৰৰ সৰু ৰঙচুৱা ফুল। ইয়াৰ কছাৰী নাম 'অণ্ঠাই বাজাপ'। ইয়াৰ পাত আঞ্জাত দিয়ে মাংস বা মাছ গোন্ধালে। উদ্ভিদ বিজ্ঞান বিভাগৰ এজন অধ্যাপকে জনালে এইবিধ বোলে 'লেন্টেনা ইণ্ডিকা', অৰ্থাৎ জাৰ্মানী বনৰ লগা-ভগা! দ্বিতীয়বিধৰ কছাৰী নাম 'জোগলাউৰি', ইয়াৰ গা-গছ এডাল, পাত ঠেক দীঘল। পানীলগা, গাৰ বিষ আদিত ইয়াৰে আঞ্জা ৰান্ধি খায়। এইডালৰ এতিয়াও চিনাক্তকৰণ হোৱা নাই ।

টাৱাঙলৈ যাওঁতে বাটতে মিলিটেৰি ডাক্তৰৰ কেম্প এটাত আমি ভাত-পানী খাইছিলোঁ। এফালে থিয় পৰ্বত, তলত বাট, তাৰ নামনিৰ হলাত ইফালে কেম্পটো। মই ভাত খাই উঠি বাটত ইফাল সিফাল কৰোঁতে চকুত পৰিল এজাৰ ভাং, বাটৰ কাষতে বিয়পি আছে। মই অলপ বিস্ময়ত কথাটো কৰ্নেল দত্ত নামৰ বয়সীয়া মেডিকেল অফিছাৰজনৰ আগত উলিয়ালোঁ। তেওঁ ততালিকে ক'লে,"নুলিয়াব নুলিয়াব, চিপাহীবিলাকে গম পালে কথা বিষম হব।"

মোৰ বৰ ছোৱালী ডাক্তৰণীৰ ফুলত চখ। ফ্ৰেঞ্চিচিয়া বাইকলৰ (নীলা-বগা), প্লামবেগো কেপেনচিছ (পাতল নীলা), ৰেণ্ডিয়া মেক্ৰেন্থা (বগা), আদি ফুল তাইয়ে বিচাৰি-খোচাৰি যোগাৰ কৰিছে। ৰাইনহাৰ্টিয়া ট্ৰিজিনা (হালধীয়া) গোটাইছোঁ মই। তাই যেনেকৈ লোকৰ ঘৰৰ পৰা আনে তেনেকৈ বিলায়ও। মইও আৱশ্যকীয় গছৰ পুলি লোকক দি ভাল পাওঁ। ৰিঠা গছৰ গুটিৰে চাবনৰ কাম হয়, অথচ আমাৰ মানুহে এই গছৰ খবৰ নাৰাখে। মই এই গছৰ পুলি গোৱালপাৰা কলেজলৈকেও পঠিয়াইছোঁ।

## ৭৬

আগবয়সত প্ৰাকৃতিক সৌন্দৰ্য্যৰ প্ৰভাবত মনত কেতিয়াবা এনে উন্মাদনা জাগে যে সেই সময়ত একো একোটা অসম্ভৱ কাম কৰিবৰ মন যায়। কেতিয়াবা পকা ধাননিৰ পথাৰৰ মুকলি অপৰূপ সৌন্দৰ্য্য দেখি নিজক বিয়পাই দিবৰ মন যায়, কেতিয়াবা পৰ্বতৰ নামনিৰ বাগৰি যোৱা ৰূপালী সোঁতত জাপ মাৰি দিবলৈ হেঁপাহ হয়, কেতিয়াবা গছৰ মাজেৰে ভুমুকি মৰা জোনৰ উজ্বল মুখখন দেখি তাত দুষ্টামিৰ হাঁহি লক্ষ্য কৰা যায়, কেতিয়াবা চৌপাশৰ ৰূপৰাশিৰ ৰিজনিত নিজৰ জীৱনৰ দৈন্য উপলব্ধি কৰি আপোনঘাতী হবৰ মন যায়... কি বিচিত্ৰ সেই কৈশোৰ আৰু যৌবনৰ দোমোজাৰ কাল!

মনত পৰে চল্লিশবছৰ আগৰ এক জেঠমহীয়া গৰম আবেলিৰ কথা। গৰম আৰু যৌথ পৰিয়ালৰ পাৰিবাৰিক অশান্তিৰ হাত সাৰিবলৈ ওলালোঁ ৰাজাপুখুৰীৰ পাৰলৈ। দীঘলীপুখুৰীতকৈয়ো ডাঙৰ এই আগৰদিনীয়া পুখুৰী আমাৰ গাঁও সোমোৱাৰ আগতে পায়। এফালে পুখুৰী, কাষত ওখ বহল পাৰ বা বাট, ইফালে মাইল মাইল বিয়পা ধাননি পথাৰ, তাৰ মাজতে যিল এখনো। বাৰিষাৰ ঢল পানী পুখুৰীতো সোমায়।

প্ৰকাণ্ড পুখুৰী, দলঘাঁহ, পদুম আৰু ভেঁটেৰে ঢাক খোৱা। কাণকুৰিকা, মাছৰোকা, শৰালি, বগলি, কণামুচৰী আৰু আন আন চৰাইয়ে আৱাও কৰি আছে। কিমান চৰাই কোনে তাৰ লেখ লয়। মাত্ৰ শুনিব পাৰি বনৰ মাজৰ পৰা ভুৰুং ভুৰুং কৈ উৰি যোৱা শব্দ। কেইটামান ম'হেও পানীত মূৰ উলিয়াই চৰিছে। পুখুৰীৰ পাৰত সেউজীয়া বন, মাজে মাজে আম, আঁহত আদি দুই-চাৰিজোপা গছ। পুখুৰীৰ ওলোটাফালে দিগন্ত বিয়পি থকা সেউজীয়া ধাননিৰ ওপৰত চকু পৰিলে থৰ হৈ ৰব লাগে। পথাৰৰ মাজে মাজে জিলমিলীয়া ঢল পানী। ওপৰলৈ চালেও নীলা আকাশখনেও যেন

পৃথিৱীখনহে দাপোণত ধৰিছে। পশ্চিমৰ আকাশত আবেলিৰ সেন্দুৰীয়া, কলপতীয়া, জামবুলীয়া, সোণালী আদি বিবিধ ৰঙৰ ঘন পাতল সমাবেশ। চকু মেলিলেই এই সাগৰ যেন সেউজীয়া পথাৰ আৰু ওপৰৰ নীলাকাশে মন কৰবালৈ আজুৰি লৈ যায়। মনঁ নিজৰ হৈ নাথাকে। ধাননি পথাৰৰ মাজত, হয়তো বিলৰ পাৰত ,* কেইটামান হাতী মাউতে চৰাব লাগিছে। বুঢ়া আঁহতজোপাৰ পৰা কুৰুৱাই হাঁহিছে – সাঃ সাঃ সাঃ। পথাৰৰ কাষত গাঁৱৰ গাভৰুৱে জাকৈ লৈ মাছ মাৰিছে। অ'ত ত'ত দুই এজন খেতিয়ক নাইবা পথিক। সেই সেউজীয়া ৰাজ্যৰ চৌপাশে ক'লা বাঁহে ভৰা গাওঁ, দূৰৈত বহু দূৰৈত বেঙুনীয়া ধোঁৱাবৰণীয়া পৰ্বতৰ শাৰী, বেলি মাৰ যোৱাৰ লগে লগে ক্ৰমে অস্পষ্ট হৈ আহিছে। এই পৰিবেশ, এই সৌন্দৰ্য্য— মনত খেলায় মই ইয়াৰ যোগ্য নহওঁ, মানুহ ইয়াৰ যোগ্য নহয়।

সেই সময়ত গণেশ গগৈৰ 'পাপৰি' মোৰ হাতত পৰা নাই, পৰাহেতেন কবিৰ সুৰত কব পাৰিলোঁহেতেন ঃ

"সেইদিনা ভাবিছিলোঁ এই সুধা, ৰূপৰাশি
প্ৰকৃতিয়ে অবাবতে ঢালি দিয়া নাই,
ইয়াৰেই অনুৰূপ মানুহে কৰিব সৃষ্টি
এই বিশ্ব বিমোহিনী চানেকিকে চাই।"

ৰাজাপুখুৰী সম্প্ৰতি মীনমহললৈ পৰিবৰ্ত্তিত হৈছে। তাক চাফ কৰা হৈছে। পথাৰৰ ঢল পানীও তাত এতিয়া নোসোমায়। জাৰকালি ইয়াত ঘিলাহাঁহ জাক পাতি পৰে। মই এবেলি এটা গুলিয়াই মাৰিছিলোঁ।

* নাম বিলদাৰা; হান্টাৰৰ মতে ১৮৭৪ চনত ইয়াৰ দীঘ আছিল তিনিমাইল, এতিয়া বহুতো কোঁচ খালে আৰু বাম হ'ল।

## ৭৭

প্ৰকৃতিৰ পৰিবেশত মানুহৰ ছবিটোও বেছি আকৰ্ষণীয় হয়। মনত পৰে শ্বিলঙৰ কথা। দূৰৈৰ ধোঁৱাবৰণীয়া পাহাৰৰ সৌন্দৰ্য্য নাইবা বলিয়া হৈ মাটিত জোৰেৰে পৰি ধোঁৱা উৰুওৱা বৰষুণৰ কথা নাইবা নীলাকাশত উৰি ফুৰা শুকুলা ডাৱৰ, নাইবা নিৰ্মল আকাশৰ পটভূমিত জিলিকি থকা বেঙুনীয়া প্লাম পিচফল আদি গছৰ ফুলৰ কথাও কব খোজা নাই, কৈছোঁ মানুহৰ কথা। পৰ্বতীয়া নদী হৰহৰাই বৈ থাকে, তাৰ পাৰত বহি খাচীয়া গাভৰুৱে শিলেৰে ঘঁহিছে বগা কোমল গোৰোহা, একান্তমনে; গছৰ মাজত জৰণা বাগৰিছে, কাষত ফুলি আছে থোপাথোপে ৰোডোডেনড্ৰন ফুল আৰু ওপৰৰ পৰা খিলখিলাই হাঁহি নামি আহিছে খাচীয়া বনুৱা ছোৱালী; পিঠিত হোৰা লৈ পাহাৰ বগাই গাঁৱলৈ যোৱা গাভৰুৱে বাটত জৰণা পাই ভৰিৰে পানী খোদালিছে ; ..... এই একোটা ছবি, কি অপৰূপ!

কুৰিবছৰমান আগৰ কথা হব পায়। এদিন আবেলি দুজনমান মানুহৰ সৈতে মাটি চাবলৈ গৈছিলোঁ। সেই সময়ত নংঠামাইত কম দামতে মাটি পোৱা যায়। দূৰৈৰ পৰা দেখিলোঁ পাহাৰখন হেলনীয়াকৈ নামিছে তিনিভঁজুৱা এক জৰণালৈ আৰু জৰণাৰ পানীত গা ধুই আছে মাইকী মানুহ এগৰাকীয়ে। চৌপাশে পাতল পাতলকৈ কেইজোপামান সৰল। মই ততালিকে থিৰ কৰিলোঁ সেই হেলনীয়া মাটিখিনিকে লম। মাটি লোৱা হ'ল, কিন্তু নানান কাৰণত শ্বিলঙত ঘৰ সজা সম্ভৱ নহ'ল। সময়ত মাটিও বেচি দিলোঁ। এতিয়াও ভাব হয় মাটিখিনি ৰখাহেতেনেই ভাল আছিলনে কি। তাত তললৈ ওলমি থকা সৰু কেবিন এটা সাজি লব পৰাহেতেন মাজে সময়ে দুই এদিন কটাবলৈ কেনে তৃপ্তিদায়ক হ'লহেতেন নাইবা সেই শান্তিপূৰ্ণ প্ৰকৃতিৰ আশ্ৰয়ত থাকি লিখা-পঢ়া কৰিবলৈ কেনে উদ্যম পালোঁহেতেন।

## ৭৮

হাতত কেতিয়াবা বন্দুক লৈছোঁ, মোৰ নিজৰে .২২ বোৰ ৰাইফল এটা আছে। চিকাৰৰ ভিতৰত মাৰিছোঁ কেইটামান চৰাই আৰু চাৰিঠেঙীয়া জন্তুৰ ভিতৰত এটা জিনাৰ (হাগাগেন্দেৰা) আৰু এটা জহামাল। অ' এটা

নে দুটা বান্দৰো। চিকাৰৰ কাহিনী শুনিবলৈ ভাল, কিন্তু এই ব্যসনত কষ্ট কিমান হয় তাক জনাইহে জানে।

মই আৰু মোৰ খুলশালী অকণ কেতিয়াবা যাওঁ চিকাৰলৈ। গুৱাহাটীৰ পৰা কিছু দূৰৈৰ কছাৰী গাঁও এখন। মানুহ এঘৰৰ লগত আমাৰ সদ্ভাব। আমি তাত ৰাতিও থাকোঁ। অকণ চাঙত বহেগৈ, মই খাই-বৈ খেৰ পাৰি শুই থাকোঁ। গাঁৱৰ গাতে লগা পাহাৰ। তাত সময়ে সময়ে হাতী, বাঘ, পহু, বৰা সকলো পায়। এদিন বহিছিলোঁ চাঙত, সি এক অপূৰ্ব অভিজ্ঞতা।

পাহাৰৰ অলপ এঢলীয়াত বাঁহ এছোপৰ ওপৰত চাং। আমাৰ গিৰিহঁত বৰপেটীয়া কাই তাত মন্ত্র কৰি থৈছে (বান্ধি থৈছে), পহু আহিবই আহিব। ওচৰতে শিলিখা নে ভোমোৰা (ভঁইৰা) গছ, পহুৱে গুটি খায়হি। চাঙত উঠাৰ পাচত চুপচাপ, কথা বন্ধ, চিগাৰেট খোৱা মানা, কিয়নো তাৰ গোন্ধ পহুৱে পাব। গা ইকাটি সিকাটি কৰিলেও কেৰকেৰ শব্দ নোহোৱাকৈ কৰিব লাগে। পেছাব কৰিব লাগিলে তাৰ ব্যৱস্থা চুঙাত, মাটিত যাতে নপৰে! বহি বহি টিকা বিষায়। চিকাৰী বহিছে হুচিয়াৰ হৈ, কাষতে টৰ্চ।

আমি সাতমান বজাতে বহিছিলোঁ। সময় গৈ আছে। জিৰজিৰকৈ বতাহ বলিছে, শুনা যায় গছৰ পাত লৰা নাইবা বাঁহৰ পাত লৰা খৰখৰ শব্দ। ক'ৰবাত খচ কৰি শব্দ এটা হলেও চিকাৰী সজাগ হয়, কিজানি পহু আহিলেই। বাৰ একমান বজাত সকলো শব্দ বন্ধ হ'ল, বতাহ থৰ লাগিল, গছৰ পাতো যেন লৰা নাই। এনেতে শুনিলোঁ পাহাৰৰ নামনিৰ হোলাৰ পৰা এক সুগৰী পহুৰ চিঞৰ —হোক হোক হোক। চাৰিবাৰ চিঞৰিলে, সেই বিকট চিঞৰ চৌপাশে ৰজনজনাই গ'ল। অলপ পাচত পহুটোৱে যেন আমি থকা পাহাৰখন উঠিবলৈ ধৰিছে, তাৰ ভৰি এখন ঘূণীয়া আছিলনে কি খোজেপতি কটক কটক খচ খচ শব্দ শুনিলোঁ। আকৌ চিঞৰিলে সি, এই বেলি তেৰবাৰ। তাৰ পাচত চুপচাপ। নিতাল নিস্তব্ধ। এনেতে চাঙৰ পৰা অলপ আঁতৰত খচ কৰি এটা সৰু শব্দ। আকৌ চুপচাপ। কিছু সময়ৰ পাচত আৰু এটা খচ। চিকাৰীয়ে ফুচফুচালে— আহিছে, সেইয়া ভৰিৰ খোজ। মই ভাবিলোঁ ক'ৰবাত

গছৰ পাত লৰিছে। আকৌ কিছু সময়ৰ পিচত খচ শব্দ এটা শুনিলোঁনে কি, অকস্মাৎ টৰ্চ জ্বলিল আৰু ধমকৈ বন্দুকৰ আৱাজ হ'ল। পহু এটা লৰ মাৰি যোৱা শব্দ শুনিবলৈ পালোঁ।

ক্রমে পূবৰ পৰা পোহৰ হৈ আহিল। চাৰিটামান বাজিছিলনে কি, আকৌ বতাহ বলিবলৈ আৰম্ভ কৰিলে, গছৰ পাত লৰিল সিৰ সিৰ জিৰ জিৰ। দুটামান কেটেলা পহু ওলাল। তাৰে এটা চিকাৰীয়ে বগৰালে। পাঁচটামান বজাত আমি চাঙৰ পৰা নামি অলপমান জুই ধৰি গা সেকি ললোঁ। তাৰ পিচত চলিল পহুৰ অনুসন্ধান! সি যিফালে লৰি গৈছিল সেইফালে আন্দাজ কৰি বিচাৰি গলোঁ। একো নেদেখি মই আৰু বৰপেটীয়াই কলোঁ, গুলি নালাগিলেই হবপায়। চিকাৰীয়ে —লাগিছে লাগিছে! অকণৰ আত্মবিশ্বাস আছিল। এনেতে বাঁহৰ পাত এটাত অকণমান তেজ পৰি থকা দেখা পালোঁ। আমাৰ মনলৈ উৎসাহ আহিল। গৈ গৈ পালোঁগৈ তাক, অকণমান খাল এটাত পৰি আছে, শুকান বাঁহপাত এসোপাৰ মাজত। চিকচিকীয়া চালেৰে সৰু সুগৰী পহু এটা, মৰি থকা দেখিবলৈ পাই বেজাৰে লাগিল। বৰপেটীয়া আৰু চিকাৰীৰ কি ফুৰ্ত্তি। কছাৰী বন্ধুজনৰ ধাৰণা মই গ'লে— অৰ্থাৎ চাঙলৈ নগৈ তাৰ ঘৰত শুই থাকিলেও —চিকাৰ মিলিবই মিলিব!

চাঙত বহা আৰু হোৱা নাই। মোৰ খুলশালীও সংসাৰী হ'ল, এতিয়া এইদৰে যাবলৈ সময় নোলায়।*

## ৭৯

কলেজত পঢ়া দিনত মই ইতিহাস ভাল পাইছিলোঁ আৰু এই বিষয়ত ছাত্ৰহিচাবে বেয়াও নাছিলোঁ। কেতিয়াবা ভাবোঁ, মই ইংৰাজীত অৰ্নাছ নলৈ যদিহে ইতিহাসত ললোঁহেতেন, তেতিয়া তাৰ ফল কেনে হ'লহেতেন।

* আমাৰ বন্ধু বৰপেটীয়াও সংসাৰত নাই ।

অধ্যাপক ৰাজখোৱাই যদিহে এবাৰ ক'লেহেতেন, প্ৰফুল্ল, তুমি হিষ্ট্ৰিতে অনাৰ্ছ লোৱা, ইংৰাজী ক'ৰবাত থাকিলহেতেন! পিচে ৰাজখোৱায়ো একো নকলে আৰু ইংৰাজী ভাষাৰ সন্মান, আৰু অধ্যাপক ৰয়, ভূঞা, কাকতি আদি শিক্ষকৰ আকৰ্ষণ আওকান কৰিব নোৱাৰিলোঁ।

বুৰঞ্জীৰ আকৰ্ষণ মই এতিয়াও আওকাণ কৰিব পৰা নাই। কবলৈ গলে, এই বিষয়ৰ দৰে আৰু বিষয় নাই! বুৰঞ্জী বহলাই পঢ়িলে জ্ঞান বিজ্ঞান ৰাজনীতি দৰ্শন সকলো ক্ষেত্ৰৰে ধাৰণা এটি লাভ কৰিব পাৰি। বিশেষকৈ বিভিন্ন যুগ আৰু বিভিন্ন জাতিসম্পৰ্কে জ্ঞান লাভ কৰি মনৰ পৰিসৰ আৰু সহনশীলতা বঢ়াবলৈ বুৰঞ্জী এটি উপায়। অষ্টাদশ শতিকাৰ ফৰাছী চিন্তাবীৰ ভলটেয়েৰেহে সম্ভৱ পোনতে বুৰঞ্জীত সচৰাচৰ পোৱা ৰজা-মহাৰজাৰ কুকীৰ্ত্তিৰ তালিকা (অৰ্দকাৰী ৰণ-বিগ্ৰহ, অত্যাচাৰ ইত্যাদি) উলঙ্ঘা কৰি সাধাৰণ প্ৰজাৰ জীৱনধাৰাৰ ওপৰত নজৰ দিছিল। সেই সময়ত ই আছিল এটি অভিনৱ দৃষ্টিভঙ্গী। আধুনিক ইউৰোপৰ বহুতো বুৰঞ্জীবিদতকৈ পুৰণি গ্ৰীক লিখক হেৰোডটাছৰ দৃষ্টিভঙ্গী আছিল বেছি বাস্তৱ। এই শতিকাত অৱশ্যে ৰাইজৰ জীৱন আৰু সাংস্কৃতিক ক্ৰিয়া-কলাপত সৰহকৈ চকু দিয়া হৈছে। বুৰঞ্জী ৰচনা কৰা পদ্ধতিৰে সলনি হৈছে।

মই বুৰঞ্জীমূলক প্ৰবন্ধ দুটা নে তিনিটাহে লিখিছোঁ। এটা ওলাইছিল 'জাৰ্নেল অব ইণ্ডিয়ান হিষ্ট্ৰি'ৰ বিশেষ সংখ্যা এটাত । এই ৰচনাখন লিখি মই মস্কিলত পৰিছিলোঁ, কিয়নো এইটো ওলোৱাৰ পাচতে সম্পাদকৰ পৰা তাগিদ আহিবলৈ ধৰিলে —আৰু প্ৰবন্ধ লাগে। পঠিয়াব নোবাৰোঁ বোলা সত্ত্বেও তাগিদ আহিল। মুঠতে চিঠি পাঁচখন আহিল। মই উপায় নাপাই শেহত জনালোঁ, মই বুৰঞ্জীবিদ নহওঁ, এই প্ৰবন্ধ ঘটনাক্ৰমতহে লিখা হৈছিল, মই জনকৃষ্টিৰহে ছাত্ৰ; আপুনি আকৌ যদি তাগিদ দিয়ে মই আপোনাক বলিয়া বুলিহে ধৰিম।

জীৱনীও এক প্ৰকাৰৰ বুৰঞ্জী, কিয়নো মানুহ এজনৰ— বিশেষকৈ সামাজিক জীৱন পাত কৰা লোকৰ— কৰ্ম আৰু চিন্তাৰ জোখ লবলৈ হলে মানুহজনৰ ৰাজনৈতিক আৰু সামাজিক পৰিবেশ সম্পৰ্কেও

গবেষণা কৰিবৰ দৰ্কাৰ হয়। মই মাণিকচন্দ্ৰ বৰুৱাৰ জীৱনীখন যুগুত কৰোঁতে যিমান কষ্ট কৰিছোঁ আন কোনো অসমীয়া জীৱনী লিখকৰে সম্ভৱ সিমান কষ্ট কৰিবলগীয়া হোৱা নাই।

৮০

ভলটেয়েৰে কৈছিল— "জীয়াই থকা জনৰ প্ৰাপ্য শ্ৰদ্ধা; কিন্তু যিজন গ'ল তেওঁক আমি সত্যৰ বাহিৰে আন একো দিব নোৱাৰোঁ।" তাৰ অৰ্থ— যোৱাজনৰ দোষ গুণ সমানে বিশ্লেষণ কৰা দৰ্কাৰনে কি? আমাৰ ইয়াত দেখোন মানুহ মৰিলে দেৱতাৰ আসনহে পায়?

৮১

আমাৰ চিন্তাৰ ধাৰাত কৰ্ম্মৰ এটি বিশেষ স্থান। সাধাৰণতে আমি বুজোঁ যে ভাল কাম কৰিলে ভাল ফল, বেয়া কাম কৰিলে বেয়া ফল। ভাল কাম কৰিলে পুন্য হয়, বেয়া কৰিলে পাপ হয়। কৰ্ম্মৰ ফলাফল অনিবাৰ্য্য। এইদৰে চালে কাম বা কৰ্ম্ম এটি নৈতিক শক্তি। আনহাতে, দৰ্শনৰ ক্ষেত্ৰত দেখিবলৈ পোৱা যায় কৰ্ম্ম এটি অমূৰ্ত্ত জাগতিক শক্তি বা নিয়ামক। যেতিয়া আমি সকলো কৰ্ম্মফল বুলি কপাল ধিয়াই বহোঁ, তেতিয়া আমি এক নিৰুপায় অৱস্থাৰ আভাস দিওঁ। আমি দেখোঁ সৎ চিন্তা কৰিলেও ফল অসৎ হয়, নাইবা সৎ কৰ্ম্ম কৰিলেও তাৰ ফলাফল কি হল গম নাপাওঁ; তেনে অৱস্থাত আমি সান্ত্বনা লভোঁ কৰ্ম্মফলৰ কথা কৈ। এনে সময়ত কৰ্ম্ম অদৃষ্টৰে নামান্তৰ হৈ পৰে। আৰু কবলৈ গ'লে, ব্যৱহাৰিক লাভ লোকচানৰ হিচাব ৰখা জীৱনত আমি শ্ৰম বা কৰ্ম্মৰ ফলতকৈ অদৃষ্ট নাইবা দৈবৰ ওপৰতহে সম্ভৱ সৰহ ভাৰসা ৰাখোঁ!

কৰ্ম্ম অৰ্থাৎ পুৰুষকাৰ আৰু দৈব এই দুটাৰ সম্পৰ্কত মহাভাৰত, মনুসংহিতা, অৰ্থশাস্ত্ৰ, মৎস্যপুৰাণ, যাজ্ঞবল্ক্যস্মৃতি আদি শাস্ত্ৰত বিভিন্ন মতামত দাঙি ধৰা হৈছে। যাজ্ঞবল্ক্যই কয়, দৈব আওকান কৰিব নোৱাৰি, কিন্তু "পুৰুষকাৰেণ বিনা দৈবং ন সিধ্যতি" (১।৩৫১)

৮২

চীনদেশৰ জ্ঞানীসকলে পাৰলৌকিক তত্ত্বত জোৰ নিদিছিল, তেওঁলোকৰ লক্ষ্য আছিল কেনেকৈ এই সংসাৰতে ভালে কুশলে থাকিব পাৰি সেই বিষয়ে জ্ঞান লাভ কৰা। পুৰণি কালৰ ৰজা লি-ৱাঙক শ্বাও প্ৰদেশৰ ডিউকে কৈছিলঃ "যি দেশত নিশ্চিন্তমনে কবিয়ে কবিতা ৰচনা কৰিব পাৰে, মানুহে অভিনয় কৰিব পাৰে, বুৰঞ্জীবিদে সত্য কথা কব পাৰে, মন্ত্ৰীয়ে দিহা-পৰামৰ্শ দিব পাৰে, দুখীয়াই ৰাজকৰত অসন্তোষ দেখুৱাব পাৰে, ছাত্ৰই চিঞৰি চিঞৰি পাঠ অভ্যাস কৰিব পাৰে, মিস্ত্ৰিয়ে নিজৰ বিদ্যাৰ গুণ বখানি কাম বিচাৰিব পাৰে, ৰাইজে যি কোনো বিষয় আলচ কৰিব পাৰে, আৰু বুঢ়াসকলে সকলো কথাতে খুঁট ধৰিব পাৰে, সেই দেশৰ সম্ৰাটেই জানে ৰাজ্যশাসন।"

৮৩

এক ঔপন্যাসিকে কৌতূহল বশতঃ এদিন মোক সুধিলে, "ছাৰ. আপুনি কেতিয়াবা প্ৰেমত পৰিছেনে?" এই ভাটি বয়সত এনে প্ৰশ্নৰ উত্তৰ দিবলৈ মস্কিল। কলোঁ, "পৰিছোঁনে কি।" তেওঁ আকৌ সুধিলে, "প্ৰেমৰ উত্তেজনা অনুভব কৰিছিলনে?" আকৌ উত্তৰ দিবলৈ টান পালোঁ, সম্ভৱ নাই বুলি কলোঁ।

আগবয়সত সকলো সুস্থ লোকেই নাৰীৰ সাহচৰ্য্য আৰু সহানুভূতি কামনা কৰে আৰু সময় সুযোগ অনুসৰি কোনোবা এগৰাকীৰ প্ৰতি সৰহকৈ আকৃষ্ট হয়; মিলা-মিছা কৰিবলৈ সুযোগ সৰহ হলেও এনে আকৰ্ষণৰ সম্ভাৱনা বেছি। এই আকৰ্ষণ কিমান দূৰ জৈবিক কিমান দূৰ মানসিক কবলৈ টান। এটা বয়সতহে সি তেনেই জৈবিক, কৈশোৰ আৰু যৌবনৰ দোমোজাত। সেই সময়ত আৰু তাৰ পাচতো ভাব হয় যেন অমুকক নাপালে মোৰ জীৱনেই ব্যৰ্থ হ'ল, যেন মই জীয়াই থাকি আৰু কি কৰিম। সেই সময়ত—

"ভাগিল কপাল মোৰ
নপৰিল বুকু জুৰ
   হিয়া ভাঙি প্ৰিয়া গুচি গ'ল,
নিৰবে নিৰলে পতা
মিলনৰ কুঞ্জলতা
   একেদিনে মৰিশালি হ'ল!"

— গঁগে

আনহাতে, এই নোপোৱাৰ বেদনা, মানুহ লৈ কলাৰো প্ৰেৰণা হব পাৰে। কেতবিলাক ভাগ্যবানে প্ৰেমৰ আধাৰত ঘৰ পাতে, কিন্তু কিছু বছৰৰ পাচত এই প্ৰাথমিক প্ৰেম বা অনুৰাগ একে অৱস্থাত নাথাকে — থাকে যদিহে জৈবিক আকৰ্ষণৰ লগতে মানসিক আকৰ্ষণৰো অভাব নহয়, বিশেষকৈ শিক্ষিত চিন্তাশীল লোকৰ ক্ষেত্ৰত। দুৰ্ভাগ্যৰ কথা যে সৰহ ক্ষেত্ৰতে স্বামী স্ত্ৰী দুয়োৰে মানসিক স্তৰ নাইবা দৃষ্টিভঙ্গীৰ মাজত ইমান পাৰ্থক্য ওলায় যে পিচলৈ ঘৰ-সংসাৰ এটি অভ্যাসত পৰিণত হয়গৈ, তাত আৰু তৃপ্তি নাথাকে। জৈবিক আকৰ্ষণ স্থায়ী নাইবা দীৰ্ঘমিয়াদী নহয়। প্ৰেমো দীৰ্ঘস্থায়ী নহয়নে কি! মানুহ একাধিকবাৰ প্ৰেমৰ দ্বাৰা চালিত হোৱাও দেখিবলৈ পোৱা যায়। শ্বেলি, ৰেলজ্ আদি মেধাবী সংস্কাৰকামী লোকে বিচাৰিছিল এনে সঙ্গ যি হব মনৰ ক্ষেত্ৰত সমধৰ্মী, অৰ্থাৎ এনে নাৰী যি চিন্তাৰ ক্ষেত্ৰত পুৰুষৰ নিচিনা, আৰু শৰীৰৰ ক্ষেত্ৰত স্বাভাৱিক তিৰোতাৰ দৰে। এফালে মেধা আৰু আনফালে প্ৰবৃত্তিচালিত, কথাচহকী স্বীকৃতিকামী প্ৰকৃতি— এই দুটাৰ সমন্বয় দুৰ্লভ। এই দুৰ্লভ সমন্বয় বিচাৰি শ্বেলি নাইবা ৰেলজ্ এজনীৰ পৰা আনজনীলৈ দৌৰি ফুৰিছিল। পিচে এনে এক্সপেৰিমেণ্ট আমাৰ সমাজত অচল আৰু অসম্ভৱ যদিও এই এক্সপেৰিমেণ্টাৰসকলৰ প্ৰতি মোৰ সহানুভূতি নথকা বুলি কব নোৱাৰোঁ।

প্ৰেমাস্পদ ঘৰুৱা জীৱনৰ পৰিধিৰ বাহিৰত ৰোৱাটোৱে হয়তো ভালৰ কথা- স্মৃতিও তেতিয়া বেদনাভৰা হৈয়ো হয় সোৱাদ, আৰু প্ৰেৰণাদায়ক! এনে প্ৰেৰণাতেই হয়তো গেটেই লিলি শ্বেনেমেনৰ সোঁৱৰণত ৰচনা কৰিছিল—

ৰূপহী লিলি, তুমিয়ে আছিলা বহুদিন
সকলো মোৰ আনন্দ, সকলো মোৰ গান।
এতিয়া তুমি মোৰ সকলো বেদনা, তথাপি
মোৰ সকলো গান তোমাৰে আছে ভৰি।

এই প্ৰসঙ্গত বঙালী লিখক বীৰবল- প্ৰমথ চৌধুৰীৰ মন্তব্য অলপ স্মৰণ কৰিব পাৰি ঃ "প্ৰেমে পড়াটা আমাদেৰ পক্ষে স্বাভাৱিক। ও হচ্ছে ব্যক্তিগত স্বাধীনতাৰ লক্ষণ। অপৰ পক্ষে বিবাহটা হচ্ছে সামাজিক বন্ধনেৰ মূল ভিত্তি। লোকে প্ৰেমে পড়ে অন্তৰেৰ ঠেলায়– আৰ বিয়ে কৰে বাইৰেৰ চাপে। প্ৰেমেৰ ফুল বিলেতি নভেলে বিবাহে পৰিণত হতে পাৰে, কিন্তু জীৱনে প্ৰায় হয়না। জীৱনটা ৰোমান্স নয়, তাই তো ৰোমাণ্টিক সাহিত্যেৰ এত আদৰ।" আগবয়সৰ কথা মনত পৰিলে হাঁহিও উঠে। এক সহপাঠিনীৰ চকুৱে মোৰ মন অলপ দুৰ্বল কৰিছিল। আই-এ পৰীক্ষাৰ টেষ্টত বেচেৰী ফেল হ'ল, মই পাইছিলোঁ বহুত নম্বৰ। মনৰ বেজাৰত কৈছিলোঁ, মোৰ এশ নম্বৰ দিয়ো যদি ছোৱালীজনী পাছ কৰাই দিব পাৰিলোঁহেতেন! এই ধৰণৰ আন এক আকৰ্ষণৰ ফল হ'ল মোৰ 'নিফুট বচন' গল্পটো।

প্ৰেম বোলা বস্তুটো প্ৰকৃততে উপন্যাসৰ উপজীব্য যেনহে লাগে। বঙালী আৰু ইংৰাজী উপন্যাসৰ প্ৰভাৱে অসমীয়া সাহিত্যতো প্ৰেমৰ স্থান বহুত ওপৰলৈ তুলিলে। বঙালী উপন্যাসত সোমাল ইংৰাজী সাহিত্যৰ পৰা। ঘৰুৱা অভাব-অভিযোগ আৰু সংঘাতৰ জীৱনত এই প্ৰেম কিমান স্থায়ী হয় চিন্তা কৰিবলগীয়া। এজনী বান্ধৱীৰ কথা এই প্ৰসঙ্গত মনত পৰিছে। তেওঁ কলেজীয়া জীৱনত তেওঁতকৈ দুবছৰমান ওপৰত পঢ়া এজন ডেকাৰ প্ৰেমত পৰিল। সিজনেও এই অনুৰাগৰ প্ৰতিদান দিলে। চাৰি-পাঁচ বছৰৰ পাচত এওঁলোকৰ বিয়া হ'ল। কবলৈ গলে. শিক্ষা, বুদ্ধি, ৰূপ, ভাত মুঠিৰ ব্যৱস্থা, সকলো আছিল এওঁলোকৰ। প্ৰথম কিছু বছৰ এওঁলোকৰ আনন্দতে গ'ল। পিচত কি হ'ল কব নোৱাৰিলোঁ, দুটিমান সন্তানৰ মাক হৈ মোৰ ৰাংঢালী বান্ধৱী হ'ল আপোনঘাতী। এওঁৰ মোৰ ওপৰত আস্থা আছিল। বিয়াৰ আগতেও

মনৰ ভাৱ পাতলাবলৈ তেওঁ নিজৰ সমস্যাবিলাক বিশ্লেষণ কৰি মোলৈ দীঘলীয়া চিঠি দিছিল। বিয়াৰ পাচতো জনাইছিল- আমি যাব ধৰিছোঁ, আমি থাকিমগৈ অমুক হোটেলত... । মই তেতিয়া কলিকতাত।

ইংৰাজী অনুবাদত প্ৰথম অসমীয়া গল্প ওলাইছিল 'ভদৰী', ১৯৪০ চনত; দ্বিতীয় গল্প কৃষ্ণ ভূঞাৰ, নামটো 'মানুহ আৰু নিয়ম', কিন্তু মই ইয়াৰ ইংৰাজী অনুবাদৰ নাম দিছিলোঁ 'মামী'। এইটো বঢ়িয়াকৈ অনুবাদ কৰি দিছিল মোৰ বান্ধবীয়ে। এই সময়তে মোৰ গল্প 'নিফুট বচন'ৰো অনুবাদ প্ৰকাশ হৈছিল। দুয়োটা ওলাইছিল মাৰ্চেলা হাৰ্ডি নামৰ এক ইংৰাজ মহিলাই মাদ্ৰাজৰ পৰা সম্পাদন কৰা দুটা সংগ্ৰহত। এই মহিলাগৰাকীও এতিয়া সংসাৰত নাই।

৮৪

মোৰ বৰ ছোৱালী চিৰিমাৰ বয়স তেতিয়া পাঁচ নে ছয়। তাই সেই বয়সৰ ল'ৰা-ছোৱালীৰ দৰে কথা কয়, কথা সোধে, এইটো কি, সেইটো কি। কেতিয়াবা মই ব্যস্ত থাকিলে উত্তৰ দিবলৈ টান পাওঁ। কিবা বস্তু এটাৰ প্ৰসঙ্গত তাই সুধিলে ডাঙৰনে কি ?

নহয়, মই উত্তৰ দিলোঁ।
সৰু?
নহয়।
সৰু-ডাঙৰ?
ওঁ।

সৰু-ডাঙৰ তাইৰ নিজৰ সৃষ্টি।

মোৰ ডাঙৰ ল'ৰা ভাইটি তেতিয়া প্ৰথম নে দ্বিতীয় শ্ৰেণীত পঢ়ে। অসমীয়া বানানত গোলমাল লাগিলে মই কেতিয়াবা তাক সোধোঁ, যেনে অমুক শব্দৰ হ্ৰস্ব ইকাৰ নে দীৰ্ঘ ঈকাৰ? তাক কিবা কাৰণত এদিন ধমকি দিয়াত সি মোক এইদৰে জোকোৰা মাৰি উঠিল --ইহ, মোক সুধি সুধি কিতাপ লিখিব, এতিয়া মোৰ ওপৰত খং কৰিবলৈ আহিছে! ভাইটিৰ বিষয়ে আৰু এটা কথা মনত পৰিছে। এবেলি মই

তাক লৈ ডিব্ৰুগড়ৰ পৰা উভতিছোঁ। তাৰ বয়স সাত নে আঠ, প্ৰকৃতিত সি কটমটীয়া আৰু তাক মাজে সময়ে শাসন কৰিবৰ দৰ্কাৰ হয়। আমি বাটতে নগাঁৱত এঘৰ আত্মীয়ৰ ঘৰত আলহী হলোঁ। সেই সময়ত ঘৰত গিৰিহঁত নাছিল। মই ভাইটিক কলোঁ, "উৎপাত নকৰিবি দেই, ককাদেউতাৰ আহিলে মজা দিব।" অলপ সময়ৰ পাচত গিৰিহঁত উভতিল। মানুহজন স্বাস্থ্যবান যদিও দেখাত সৰুফুটীয়া, চুটি-মুটি। ভাইটিয়ে তেওঁক দেখি মোক কলে "মানুহজন সৰু দেখোন!" ইয়াৰ অৰ্থ, এই মানুহজনৰ তাক মজা দিবৰ জোখাই বল আছেনে?

মোৰ সৰু ছোৱালী চম্পা তেতিয়া পঢ়িছিল চেনিকুঠিৰ পাঠশালাত। লগৰ ল'ৰা-ছোৱালীৰ পৰাই ছাত্ৰ-ছাত্ৰীয়ে কথাৰ ভঙ্গী শিকে, উচ্চাৰণ শিকে। এদিন তাই ঘৰত চোলা এটা বিচাৰিছে এইদৰে— মোৰ কুটটো কত? এইজনী ছোৱালীয়ে কিতাপ যথেষ্ট পঢ়ে। কোনখন কিতাপ যে কেতিয়া পঢ়ি থৈছে মই গমেই নাপাওঁ। এদিন আলমাৰীত কিতাপ চাওঁতে হেম বৰুৱাৰ 'কিউপিড আৰু ছাইকী' ওলাল। তাই কি কিতাপ বুলি সেইখন থাপ মাৰি ললে। মই কলোঁ, তই সেইখন নপঢ়িলেও হব, থৈ দে। তাই ততালিকে ক'লে, মই পঢ়িছো নহয়! —কেতিয়া? —সউ অমুকৰ ঘৰত ফুৰিবলৈ যাওঁতে।

সৰু ল'ৰা-ছোৱালীয়ে যি অনুপাতে নিজৰ ভাষা আয়ত্ত কৰে সেই অনুপাতে সেই সেই লৰা-ছোৱালীৰ বুদ্ধিবৃত্তিৰ চিনো ওলায়। মোৰ সৰু ল'ৰা ৰুমিনে দুবছৰ দুমাহ বয়সত বায়েকৰ মেজৰ কাষত কথা কৈ ফেচফেচাই থাকোঁতে সিনো কি কয় বায়েকে—মোৰ দিহামতে - টোকা কৰি গৈছিল। অলপ সময়ৰ ভিতৰতে তাৰ মুখৰ পৰা এক বা একাধিক শব্দৰ ৪৫ টা বাক্য ওলাই ছিল --তাৰ সৰহভাগেই (শতকৰা ৫৯) আছিল প্ৰশ্ন। বাক্যবিলাকত উচ্চাৰণ, গাঁথনি, সময়সূচক বিশেষণ আদিৰ ভুল ওলাইছিল; কিন্তু সি সৰ্বনাম (মই, তোক), ষষ্ঠী বিভক্তি (দাদাৰ), সংখ্যা (এটা, আটা. তিনটা), বিশেষণ আৰু বিভিন্ন ক্ৰিয়া আদি ব্যৱহাৰ কৰিব জানিছিল। দুবছৰীয়া ল'ৰা এটিৰ যে ভাষাজ্ঞান কিমান হব পাৰে লক্ষ্য কৰিলে আচৰিত হব লাগে। ঠিক

এইদৰে স্বাভাৱিক ভাৱে বিদেশী ভাষা আয়ত্ত কৰা সম্ভৱ নহয়। —সম্ভৱ কিছু হয় যদিহে ভাষাটো কথোপকথনৰ জৰিয়তে শিকোৱা হয়।

সাহিত্যিকৰ পুত্ৰ কন্যা যে সাহিত্যিক হব লাগে এনে যুক্তি অচল। আজিকালি লিখা-পঢ়া শিকা ল'ৰা-ছোৱালী বহুতে গল্প বা কবিতা দুই এটি ৰচনা কৰে। সৰহ ক্ষেত্ৰতে এই প্ৰচেষ্টা স্থায়ী নহয়। মোৰ ল'ৰা-ছোৱালী দুই এটিয়ে ক'ৰবাত গল্প এটি নাইবা ৰচনা এখন যে লিখা নাই এনে নহয়, কিন্তু ইহঁতৰ মাজত মোৰ দ্বিতীয় ছোৱালী জয়াৰ হে সম্ভৱ সাহিত্য প্ৰতিভা অলপ আছে। তাইৰ ভ্ৰমণ কাহিনী দুটিমান 'আমাৰ প্ৰতিনিধি'ত প্ৰকাশ হৈছিল।

৮৫

উবেদুল লতিফ বৰুৱা যেতিয়া গুৱাহাটীৰ ৰেডিয়ো ষ্টেশ্যনৰ ডাইৰেক্টৰ হৈ আছিল তেতিয়া তেওঁ 'মোৰ বিশ্বাস' শীৰ্ষক ভাষণ এলানিৰ ব্যৱস্থা কৰিছিল। ময়ো এদিন মোৰ বিশ্বাস কি এই সম্পৰ্কত দুআষাৰ কব লগা হৈছিল। কিন্তু কথা হৈছে, জীয়াই থাকিবলৈ হলে কিবা সুস্পষ্ট ধাৰণা বা দৃষ্টিভঙ্গী থকা দৰ্কাৰনে? জীৱন এনে এখন জাল যে ইয়াত এবাৰ সোমালে মানুহ নমৰা কাললৈকে গৈয়ে থাকে, কিছুমানে ভাত মুঠিৰ ৰণত ব্যস্ত হৈ, কিছুমানে হয়তো বিশেষ কষ্ট নকৰাকৈয়ে। মানুহক অকল দুটা শ্ৰেণীতে ভাগ কৰি থলে নহয়, আন আন শ্ৰেণীও থাকে। কেতবিলাকে কোনো আদৰ্শ অনুসৰণ কৰে— ধৰি লক মহাত্মাৰ আৰ্হি নাইবা জনসেৱা, কোনোবাই বা খ্যাতিৰ ধনগুলৈ খেদি ফুৰে, প্ৰতিপত্তিও বিচাৰে কেতবিলাকে। মদ আৰু নাৰীও হয়তো দুই-চাৰিৰ জীৱনৰ কাম্য। দুই চাৰিৰ নিছা হয় আত্মপ্ৰকাশ। কিছুমান সাহিত্যিক আৰু শিল্পীৰ প্ৰকৃতিত আত্মপ্ৰকাশৰ ইচ্ছা ইমান প্ৰবল যে তেওঁলোকে সাংসাৰিক দুখ-কষ্টও আওকাণ কৰিব পাৰে।

মানুহে সজ্ঞানে কোনো বিশ্বাস বা আদৰ্শ অনুসৰণ কৰে বুলি কবলৈ হয়তো টান, কিন্তু অনুভূতিপ্ৰৱণ আৰু চিন্তাশীল মানুহে

কেতিয়াবা সংসাৰৰ বেমেজালিবিলাক দেখি মানসিক কষ্ট পায়, তেওঁলোকে সমাজ আৰু ৰাষ্ট্ৰৰ ত্ৰুটিবিলাক লক্ষ্য কৰে আৰু কল্পনা কৰে তাতকৈ ভাল এখন সমাজ বা ৰাষ্ট্ৰৰ। শ্বেলি, মাৰ্ক্স, বিবেকানন্দ, গান্ধী, ৰাছেল, আঁদ্ৰে মালৰো আদি এই শ্ৰেণীৰ লোক। বৰ্ত্তমানৰ লগত অসন্তুষ্ট হৈ কিছুমান লোকে অতীতলৈকো চায়— যেন আগৰ দিন হে ভাল আছিল। আমাৰ শাস্ত্ৰমতে সত্যযুগ অতীততহে।

ক্ৰিষ্টোফাৰ ক'ডৱেলে কৰবাত লিখিছিল যে যিসকল লোকে বৰ্ত্তমান নাইবা ভবিষ্যতত আস্থা হেৰুৱায় তেওঁলোকে চায় অতীতলৈ; পুঁজিবাদী সমাজত অনুভূতিশীল লোকৰ এনে দুৰ্গতিয়ে হয়, কিন্তু যিসকলে আশ্ৰয় লয় কমিউনিজিমত, তেওঁলোকে পুঁজিবাদী সভ্যতা সমালোচনা কৰিবলৈ যুক্তিও পায়, আনহাতে বৰ্ত্তমান আৰু ভবিষ্যততো আস্থা নেহেৰুৱায়— অৰ্থাৎ তেওঁলোকৰ আছে নিৰ্দিষ্ট জীৱন-দৰ্শন। কথাষাৰত চিন্তাৰ সমল আছে। আনহাতে, পাঠ্যপুথিৰ মাৰ্ক্সীয় দৰ্শন আৰু ব্যৱহাৰিক কমিউনিজিমৰ মাজত যি পাৰ্থক্য তালৈকেও চকু দিয়া দৰ্কাৰ।

৮৬

মনুসংহিতাত বঢ়িয়া বচন এফাকি আছে—
সৰ্বং পৰবশং দুঃখং সৰ্বমাত্মবশং সুখম্।
এতদ্ বিদ্যাৎ সমাসেন লক্ষণং সুখদুঃখয়োঃ।।
(৪/১৬০)

—পৰৰ বশ হৈ থাকিব লগাটোতে দুখ, নিজৰ বশ অৰ্থাৎ স্বাধীনতাতে সুখ— চমুকৈ কলে সুখ দুখৰ এইয়ে লক্ষণ। আৰু এটা শ্লোক আছে, সেইটোও অৰ্থপূৰ্ণ—

যৎ কৰ্ম কুৰ্বতোঽস্যাৎ পৰিতোষোঽন্তৰাত্মনঃ।
তৎ প্ৰযত্নেন কুৰ্বীত বিপৰীতন্তু বৰ্জয়েৎ।। (৪/১৬১)

— যি কাম কৰিলে অন্তৰাত্মাৰ তৃপ্তি উপজে, যত্নসহকাৰে সেই কামহে কৰা যুগুত; তাৰ বিপৰীত, অৰ্থাৎ যি কাম কৰিলে আত্ম-গ্লানি ওপজে, সেই কাম সকলোপ্ৰকাৰে বৰ্জন কৰিব লাগে।

৮৭

ডঃ কাকতি আছিল মেধাবী লোক, তেওঁ কৌতূহলী আৰু অধ্যৱসায়ী মানুহৰ সঙ্গ পচন্দ কৰিছিল। শিক্ষক প্ৰশিক্ষণৰ কাৰণে স্থাপন কৰা কলেজ এখন তেওঁৰ সোঁৱৰণৰ উপযুক্ত অনুষ্ঠান হয়নে নহয় কববলৈ টান পাইছো, কিন্তু উলুবাৰীত স্থাপন কৰা বাণীকান্ত শিক্ষক প্ৰশিক্ষণ কলেজ মই গুৰিত নথকাহেতেন সম্ভৱ নহ'লহেতেন।

কমাৰ্ছ পঢ়া মোৰ দুজন ছাত্ৰ বেকাৰ হৈ আছিল, এওঁলোকে জীৱিকাৰ উপায় উলিয়াবৰ বুধি কৰি কলেজ এখন পতাৰ কথা মোৰ লগত আলোচনা কৰিলে। কলেজ পাতিবৰ কথা অছিল কামাখ্যাৰ ওচৰত। মিটিং এখনো পতা হ'ল, পিচে তাত কলেজ পতা অসুবিধা হ'ল, আনহাতে ছাত্ৰ দুজনৰ উদ্যমো চেঁচা পৰিল। ইমানকি এই উদ্যোগৰ কাৰণে যি চিঠি লিখা বহী আদি ছপাবলগীয়া হৈছিল তাৰ কাৰণেও তেওঁলোকে অলপ টকা তুলিবলৈ সমৰ্থ নহল, মইহে এশমান টকা ভৰিবলগীয়া হলোঁ। এই প্ৰচেষ্টা বিফল হোৱাত মই মস্কিলত পৰিলোঁ, কিয়নো সামাজিক কামত মই আগ বঢ়া নহওঁ যদিও কাম এটাত হাত দি পিচুৱাই অহাটো আত্মসন্মানৰ হানিকৰ যেন পালোঁ। মই নেৰিলোঁ। ঘটনাচক্ৰত কলেজ পতাৰ সিদ্ধান্ত হ'ল উলুবাৰীত, কিয়নো সেই অঞ্চলত কলেজ নাছিল। সাধাৰণ কলেজ নহৈ যে প্ৰশিক্ষণ কলেজ হ'ল তাৰ কাৰণ সেই সময়ৰ ভাইচচেঞ্চেলৰ ডঃ মথুৰা নাথ গোস্বামী।

মই হয়তো চকাহে ঘূৰাই দিলোঁ, বাকী কাম সহজ হ'ল ডাঃ বীৰেন্দ্ৰ নাথ চৌধুৰীৰ সহযোগিতাত। মাটি যোগাৰ কৰা, ঘৰ সজোৱা আদি কামৰ কষ্টখিনি গল ঘাইকৈ ডাঃ চৌধুৰীৰ ওপৰত। আনহাতে ইণ্ডিয়া কাৰ্বন কোম্পানীৰ পি.চি.গোয়েঙ্কাৰ দান টকা চাৰিহেজাৰৰো কথা পাহৰিব নোৱাৰোঁ। যেতিয়া বিশ্ববিদ্যালয়ত টকা

দহহেজাৰ জামিন স্বৰূপে দিবলগীয়া হৈছিল তেতিয়া আমাক সংকটৰ পৰা ত্ৰাণ কৰিছিল গোয়েঙ্কাই আৰু কেশবচন্দ্ৰ বৰাই। আমি মাটিৰ সৰহখিনি পালোঁ মুখ্যমন্ত্ৰী মহেন্দ্ৰ মোহন চৌধুৰীৰ সৌজন্যত, ঘৰ সাজিবলৈ আঢ়ৈ লাখ টকাও তেৰেঁই দিছিল। অৱশ্যে এতিয়ালৈকে আমাৰ তিনিলাখৰ ওপৰ খৰচ হৈছে।

১৯৬৫ চনতে আৰম্ভ কৰা চেষ্টাৰ ফল ধৰিলে যেতিয়া আমি অস্থায়ীভাবে উলুবাৰী হাইস্কুলতে কাম আৰম্ভ কৰিলোঁ আৰু যেতিয়া মোৰ পুৰণি চিনাকি শ্ৰীমতী ইন্দিৰা মিৰিয়ে চৰকাৰী চাকৰিৰ পৰা অৱসৰ লৈ আহি এই অনুষ্ঠানত যোগ দিলেহি। ইন্দিৰা বাইদেৱে কলেজৰ প্ৰিঞ্চিপেল বাব এৰি দিয়াৰ লগে লগে মোৰো এই অনুষ্ঠানৰ লগত সংসৰ্গ ৰাখিবৰ মন নাইকিয়া হ'ল। গভাৰ্নিং বডিৰ সভাপতি হৈ তৃপ্তি নোপোৱা হলোঁ। মোৰ নিজৰ অনুষ্ঠানটোৰ উদ্গতিত, কোনো ব্যক্তি বিশেষৰ উন্নতিত নহয়। সেইকাৰণে মই পদত্যাগ কৰিলোঁ। মোৰ নিচিনা মানুহ এইবিলাক ঝন্ঝাতত নোসোমোৱাই ভাল চাগে। ডঃ কাকতিৰো প্ৰকৃতি আছিল এনে। কিবা দায়িত্ব তেওঁৰ ওপৰত ন্যস্ত হলে তেওঁ সেইটো পালন কৰিছিল, কিন্তু উপযাচি? তেওঁ লোককহে পাচিছিল। নতুন বিশ্ববিদ্যালয়ৰ প্ৰথম ভাইচ-চেঞ্চেলৰ পদৰ লোভ তেওঁ সহজে প্ৰত্যাখ্যান কৰিব পাৰিছিল।

৮৮

মিৰি বাইদেউৰ (ইন্দিৰা মিৰিৰ) বিষয়ে দুআষাৰ কবৰ মন গৈছে। শাস্ত্ৰত আছে— সংস্কাৰৈৰ্দ্বিজ উচ্যতে। যদিহে এই কথা সত্য তেনেহলে মিৰি বাইদেউৰ পিতৃ আছিল শূদ্ৰ হৈও— দ্বিজ বা ব্ৰাহ্মণ। এওঁ নিজৰ ল'ৰা-ছোৱালীক যি আৰ্হি বা শিক্ষা দিছিল তাৰ ৰিজনি অসমত দুৰ্লভ। পৰিষ্কাৰ-পৰিচ্ছন্নতা, নম্ৰ ব্যৱহাৰ, বিবিধ গছ ফুলেৰে ঘৰবাৰী চকুত

---

এই সম্পৰ্কে ১৯৬৫ চনৰ ৮ মে তাৰিখে আচাম ট্ৰিবিউনত বাতৰি ওলাইছিল; তাত লিখা হৈছিল যে অহা বছৰৰ পৰা আৰ্টছ বিষয়ত শ্ৰেণী বহিব। পিচে আৰ্টছ বা ছাইঞ্চ কলেজ পতা নহল।

লগাকৈ ৰখা, ভাল সঁচৰ গৰু গাই পোহা, সঙ্গীত চৰ্চ্চা— সকলো সোণাধৰ সেনাপতিৰ পৰিয়ালৰ আকৰ্ষণীয় লক্ষণ আছিল। স্কুলত পঢ়া দিনতে শ্বিলংবাসী পৰিয়ালটোৰ লগত মোৰ সামান্য পৰিচয় হৈছিল। ১৯৪১ চনত মই যেতিয়া লাবান বালিকা হাইস্কুলত শিক্ষক হিচাবে যোগ দিওঁ তেতিয়া হেড মাষ্টৰণীৰূপে পাওঁ ইন্দিৰা মিৰিক। তেওঁ তেতিয়া তিনিটি সৰু ল'ৰা-ছোৱালীৰে বিধবা মহিলা। সেই স্কুলৰ পৰাহে তেওঁ বিলাতলৈ যায় আৰু তাৰ পিচত আহি উত্তৰ পূব সীমান্ত অঞ্চলৰ শিক্ষাৰ ডাইৰেক্টৰ, পিচত যোৰহাটৰ প্ৰশিক্ষণ কলেজৰ প্ৰিঞ্চিপেল, ইত্যাদি বাব পায়।

মোৰ বয়স তেতিয়া কুৰিমান, গাভৰু ছোৱালী দেখিলে দূৰৈৰ পৰা চাওঁ, ওচৰ পালে তলমূৰ কৰোঁ। এনে অৱস্থাত প্ৰথমৰ কিছুদিন স্কুলত মোৰ কম অসুবিধা হোৱা নাছিল। মোৰ সেই সময়ৰ ছাত্ৰী দুই-চাৰিৰ চুলি পকিল, দাঁত সৰিল, ল'ৰা-ছোৱালীয়েও হয়তো বিয়াবাৰু কৰাইছে। অত ত'ত কোনোবাজনীক কেতিয়াবা লগ পাওঁ, ওপৰ শ্ৰেণীৰ ছাত্ৰী হলে মোক আগ্ৰহেৰে মাত লগায়, তলৰ শ্ৰেণীৰ হ'লে হয়তো মোক পাহৰিলে নাইবা লাজ কৰি মাতিব নোখোজে। যোৰহাটৰ ওচৰৰ গাঁও এখনলৈ যাওঁতে এবেলি মোৰ ছাত্ৰী এগৰাকীয়ে মোক দেখিবলৈ পাই "ছা-আৰ!" বুলি মোৰ ওচৰলৈ যি দৰে উধাতু খাই আহিছিল দেখি মই অলপ বিব্ৰতেই হৈছিলোঁ। পিচে মই এওঁলোকক যথাসাধ্য মনোযোগ দি পঢ়াইছিলোঁ আৰু মই কাকো পক্ষপাতিতা দেখুওৱা নাছিলোঁ। সেই দেখিয়ে হব পায় দুই-চাৰিগৰাকীৰ মোৰ প্ৰতি এতিয়াও অলপ শ্ৰদ্ধা আছে। মিৰি বাইদেউৰ ভনী টুলুক মই বিলাততো লগ পাইছোঁ, বাইদেউৰ ল'ৰা গামকো তাত পাইছোঁ। এওঁলোকৰ মোৰ লগত ব্যৱহাৰ এতিয়াও ঘৰুৱা আৰু বিশ্বাসৰ। ৱশ্বিংটনলৈ যাওঁতে মোৰ ছাত্ৰী এগৰাকীৰ ঘৰতে মই দুদিন আলহী আছিলোঁ।

স্কুলত বেয়া লগা নাছিল। দুই এটা কথা মনত পৰে। বছৰেকীয়া পৰীক্ষা হৈছে। সিদিনা দ্বিতীয় নে তৃতীয় শ্ৰেণীৰ চিলাই। ৰুৎবা নামে এজনী ছোৱালী (এতিয়া চাগৈ কাৰোবাৰ ঘৰৰ গৃহিণী), সৰু ছোৱালী,

চিলাইৰ চটোও নাজানে। সময় উকলি গৈছে, চিলাই দিয়া নাই, আশা বাইদেৱে ছটফটাই আছে। ছোৱালীৰ চিলাই নহলগৈ। মই মিৰি বাইদেউক কৈছিলোঁ, "বাইদেউ, ছোৱালীজনীৰ নামটো বঢ়িয়া, তাইক ফেল নকৰিব।" তাইক ফেল নকৰিলে। বাইদেৱে এবাৰ মোক কম লাজ দিয়া নাছিল। মোৰ সেই সময়ত চিগাৰেট খোৱা বদভ্যাসটো হৈছে, স্কুলৰ কমন ৰুমতো চিগাৰেট হুপোঁ। তেওঁ এদিন কলে, "গোস্বামী, এইটো ছোৱালী স্কুল, কমন ৰুমত চিগাৰেট নোখোৱাটোৱে ভাল।" মই খোৱা বন্ধ কৰিলোঁ।

ওপৰ শ্ৰেণীত ইংৰাজী ব্যাকৰণ পঢ়াওঁতে অসুবিধা পাইছিলোঁ। ব্যাকৰণৰ জটিলতা আয়ত্ত নকৰাকৈয়ে মই ইংৰাজী ভাষাত কিছু ব্যুৎপত্তি লাভ কৰিবলৈ সমৰ্থ হৈছিলোঁ যদিও শিক্ষক হবলৈ গলে গতানুগতিক ব্যাকৰণ নাজানিলে নচলে। দুটি এটি কথা মই শিকি লৈছিলোঁ ইন্দিৰা মিৰিক সুধি। আৰু এটা কথা। তাহানি সৰুকালি দেখা কামৰূপৰ ডেপুটি কমিছনাৰ, দীঘল নাক আৰু ওখ আগ হলা শৰীৰেৰে বেণ্টিঙ্কক বগলী চাহাব বোলা হৈছিলনে নাজানোঁ, মোক হলে কেতবিলাক ছাত্ৰীয়ে বগলী মাষ্টৰ আখ্যা দিছিল। অৱশ্যে কাণত পৰাকৈ নহয়।

স্কুলতে কেইমাহমান গ'ল। তাৰ পিচত স্কুলৰ চেক্ৰেটেৰি মোৰ সম্পৰ্কীয় মামাই কলে, "তইনো এনেকৈয়ে থাকিবিনে? যা চেক্ৰেটেৰিয়েটৰ চাকৰিৰ কাৰণে পাব্লিক ছাৰ্ভিছ কমিছনৰ পৰীক্ষা দেগৈ।" স্কুল এৰি চেক্ৰেটেৰিয়েটত সোমালোঁ।

মোৰ সেই আগৰ পৰিচয়ৰ জোৰতে ইন্দিৰা মিৰিক বাণীকান্ত প্ৰশিক্ষণ কলেজলৈ আনিবলৈ সুযোগ পাইছিলোঁ।

৮৯

ভুটুৱে (খগেন্দ্ৰনাৰায়ণ) যেতিয়া দেউতাকৰ নামত স্মৃতিগ্ৰন্থ এখন উলিয়াবৰ মন কৰিলে তেতিয়া মই একো লিখিব নোৱাৰিলোঁ। কিয় নোৱাৰিলোঁ মই কেতিয়াবা ভাবোঁ। হয়তো এনে বন্ধু এজনৰ সোঁৱৰণত কি লিখোঁ কি নিলিখোঁ থিৰ কৰিব নোৱাৰিলোঁ। চাপৰ, আটিল, বলবান

শৰীৰ, ঘূৰণীয়া চকু আৰু ভোটোকা মুখেৰে উদ্যমী বিচিত্ৰনাৰায়ণ দত্তবৰুৱাক প্ৰথমে লগ পাওঁ ১৯৪৫ চনত, মই যেতিয়া জগন্নাথ বৰুৱা কলেজ ত্যাগ কৰি গুৱাহাটী পাওঁহি। তেওঁৰ দোকানত প্ৰায়ে সোমাওঁ, দুই এখন কিতাপ কিনো, কথা পাতোঁ, চাহ খাওঁ, তামোল খাওঁ। বন্ধুতা ঘন হোৱাৰ লগে লগে কাৰ মুখত কি কথা ওলায় তাৰো ঠিকনা নাইকিয়া হ'ল। দত্তব[illegible] শক্তিমান লোক, জৈৱিক প্ৰেম তেওঁৰ অলপ সৰহ, সেইকাৰণে তেওঁৰ ধেমালিত প্ৰায়ে থাকে নাৰীৰ উল্লেখ। ককায়েক হৰিনাৰায়ণৰ প্ৰতি এওঁৰ অসীম শ্ৰদ্ধা, ককায়েকৰ দোকান দত্তবৰুৱা এণ্ড কোম্পানীৰ শ্ৰীবৃদ্ধিৰ গুৰিতো এওঁৰ উদ্যম, আনহাতে অৱস্থাই তেওঁক বাধ্য কৰে সুকীয়াকৈ বাট ধৰিবলৈ। এইবিলাক পাৰিবাৰিক কথা আলোচনা কৰিবলৈ তেওঁ ভাল নাপায়। এসময়ত অসমীয়া সৰহ কিতাপ ছপা কৰিছিল উকীলৰ দোকান লয়াৰ্ছ বুকষ্টলে। অসমীয়া, ইংৰাজী, পুৰণি লিখক, ন লিখক, সকলোৱে পাণ্ডুলিপি নিশ্চিন্তভাবে এওঁ 'ব্ৰাডাৰ' কালিচৰণ পালৰ নবজীৱন প্ৰেছলৈ পঠিয়াইছিল। কালিচৰণ পালৰ ছপা বন্ধা ভাল, আনহাতে গুৱাহাটীৰ ব্ৰাডাৰৰ ওপৰতে তেওঁ সা-সম্পত্তিও কৰি ললে।

মোৰ প্ৰথম কিতাপ 'মহাত্মা গান্ধী', ১৯৪৬ চনত গান্ধীজী গুৱাহাটীলৈ অহা উপলক্ষে ৰচনা কৰা এখন আলোচনামূলক পুস্তিকা। দ্বিতীয় কিতাপ সম্ভৱ "এই যুগৰ সাহিত্য", হৰিনাৰায়ণ দত্তবৰুৱাই ছপা কৰা। এই কিতাপ দুবাৰ ছপাই উলিওৱা হৈছে, কিন্তু মই এটি পইচাও নাপালোঁ। তৃতীয় কিতাপ দুদিনৰ ভিতৰত সম্পাদন কৰি দিয়া 'ৰুক্মিণীহৰণ নাট'। বিচিত্ৰনাৰায়ণ দত্তবৰুৱাৰ অনুৰোধত কামটো হাতত লৈছিলোঁ। তেওঁ মোক এই কামৰ বাবে পেলিকেন পেন এটা উপহাৰ দিছিল। মই টকা লোৱা নাছিলোঁ। (বহুদিন পিচত, কেইবাটাও সংস্কৰণ ছপা হোৱাৰ পিচত, মই পুতেকৰ পৰা অলপ ধন লৈছিলোঁ।) মোৰ কেইবাখনো অসমীয়া কিতাপৰ উপৰি ইংৰাজী কিতাপ তিনিখন প্ৰকাশ কৰিছিল দত্তবৰুৱাই। মই যেতিয়া ১৯৫৮ চনত বিলাতলৈ যাওঁ, তেওঁ মোৰ বিমানৰ ভাৰা ১৬০০ টকা একেলগে দিছিল।

ইয়াৰ পাচৰ কাহিনীহে আমোদজনক। মই বিলাতৰ পৰা উভতি বোম্বাইৰ পৰা টেলিগ্ৰাম কৰিলোঁ— টকা তিনিশ পঠিয়াই দিয়ক। দুদিননে তিনিদিন পিচতে টকা পালোঁ। সেই টকা গুৱাহাটী পাই মই এদিন দোকানতে দিলোঁ। কেইদিনমান পাচত বেৰুত মোক লগ পাই তেওঁ ক'লে, গোসাঁই, টকা অলপ দিব পাৰেনে? মই সুধিলোঁ, কিমান? তেওঁ কলে, এহেজাৰ দিব পাৰিব? মই ততালিকে টকাখিনি দিলোঁ। ইয়াৰ কিছুদিনৰ পাচত তেওঁ মোক তেওঁ ছপোৱা কিতাপৰ দেনা-পাওনাৰ হিচাব দিলে। দেখিলোঁ, মই তেওঁকহে টকা এসোপা দিব লাগে। মই তেওঁক কলোঁ, মই সেই যে টকা তিনিশ ওভতাই দিছিলোঁ আৰু যে এহেজাৰ ধাৰলৈ দিছিলোঁ, সেইখিনি জমাত ধৰা নাই। তেওঁ একো নামাতিলে। কিছুদিনৰ পাচত মই এখন চিঠি দিলোঁ, সেই তিনিশ টকা নধৰিবও পাৰে, কিন্তু এহেজাৰ টকা মোৰ দুখৰ ধন।.......

এঁদিন অকস্মাৎ এখন চিঠি পালোঁ, ভিতৰত ১৩০০ টকাৰ চেক এখন আৰু এখন চুটি অথচ চোকা চিঠি— মই বামুণৰ তেজ নাখাওঁ, এনে ভঙ্গীৰ। মই অলপ বিৰক্ত হলোঁ যদিও চেকখন পাই ভাল পালোঁ। দুসপ্তাহমানৰ পাচত এদিন ৰাতিপুৱা দত্তবৰুৱা ওলালহি। মই বাহিৰলৈ ওলাই গলোঁ, তেওঁ ততালিকে 'গোসাঁআই' বুলি মোৰ ভৰিত পৰিব খুজিলে, মই তেওঁক সাবট মাৰি ধৰিলোঁ। সম্ভৱ আমাৰ দুয়োৰে চকুত তেতিয়া চকুপানী।

এইজন মানুহৰ হিচাব-পত্ৰ আউল লগা, কিন্তু অন্তৰখন আছিল উদাৰ, মৰমিয়াল। কোনোবা চিনাকি ছাত্ৰ-বন্ধুৰ বেমাৰ বুলি শুনিলেও তেওঁ টকা পঁচিশটা পঠিয়াই দিয়ে। বন্ধু-বান্ধৱৰ ঘৰলৈ গলেও শুদাহাতে যাবলৈ তেওঁ বেয়া পায়। তেওঁ থকাত মোৰ কিতাপ ছপোৱা সমস্যাহ নাছিল, অৱশ্যে তেতিয়া দিন-কালো কিছু ভাল আছিল। এতিয়া কাগজৰ দাম, ছপোৱা খৰচ সকলো বাঢ়িল, আনহাতে পাঠ্যপুথি চৰকাৰে নিজে প্ৰকাশ কৰিবলৈ লোৱাত প্ৰকাশকসকলৰ আৰ্থিক অৱস্থাও বেয়া হ'ল।

দত্তবৰুৱাৰ স্মৃতিগ্ৰন্থত থকা ফটোখন মই লৈছিলোঁ; এদিন তেওঁ আৰু কালিচৰণ পালে মোৰ ঘৰত ভুমুকি মাৰোঁতে।

৯০

ঔপন্যাসিক, নাট্যকাৰ আৰু গাল্পিক ছোমাৰছেট মোঅমে তেওঁৰ 'ডি ছামিং আপ' বা 'পুনৰাবৃত্তি' নামৰ কিতাপত মন্তব্য কৰিছে এইদৰে ঃ "মোৰ ভাব আছিল সম্পূৰ্ণকৈ গ্ৰহণ কৰা। মোক যিখিনি দিব পাৰে তাতকৈ সৰহ মই কাৰো পৰা বিচৰা নাছিলোঁ। মই শিকিছিলোঁ সহনশীলতা। মোৰ লগ-সঙ্গৰ সততাত মই সন্তোষ লভিছিলোঁ; তেওঁলোকৰ দুষ্কৰ্মই মোক দুখ দিয়া নাছিল।" 'ডি জেণ্টলমেন ইন ডি পাৰ্লাৰ' বা 'চৰাঘৰত বহা ভদ্ৰলোক'তো তেওঁ এনে দৃষ্টিভঙ্গী প্ৰকাশ কৰিছে।

৯১

শাস্ত্ৰত আছে 'আচাৰো ধৰ্ম উচ্যতে'। একালৰ আচাৰ যি আছিল আছিল, তাৰ অৰ্থ যি আছিল সিও আছিল। সেই কালো নাই, ধৰ্মৰ ব্যাখ্যা দিবলৈ বামুণৰ বলো পৰিল। এতিয়া ধৰ্ম হৈছে— অনুকৰণ, কোনো ধৰ্মীয় চিন্তা বা চৰ্চা নোহোৱাকৈ অনুকৰণ। এতিয়া এইয়ে আচাৰ। আচাৰ পালনত মাইকী মানুহ অলপ আগ বঢ়া। বামুণ গোসাঁইৰ ল'ৰাক লগুণ দিব লাগে, লগুণ দিয়ে সোতৰ বছৰত, কেতিয়াবা একৈশ বছৰত। দিলেই হ'ল, তাৰ পিচত কি হয় সেইটো দৰ্কাৰ নহয়। প্ৰাচীন শাস্ত্ৰৰ মতে শিশুৰ আঠ বছৰ বয়সত উপনয়ন দি তাক গুৰু গৃহলৈ শিক্ষাৰ কাৰণে পঠিওৱা হৈছিল। শিক্ষাৰ শেহত স্নাতক হৈ আহিলে মোৰ বোপাইক আদৰ সাদৰ জনাই গৰু বান্ধি খুৱাইছিল। পিতৃ শ্ৰাদ্ধতো গৰু গাহৰি সকলো বিধেয় আছিল। এইবিলাক মূল শাস্ত্ৰৰ বিধি এতিয়া অচল। এতিয়া আজিৰ চেঙেৰাই যদি গৰু গাহৰি কৰবাত মুখত দিয়ে সি মহাপাতকী। কুকুৰাৰ ওপৰত নিষেধ আঁতৰিবৰ কিছুদিন হ'ল। ইও এসময়ত নিষিদ্ধ আছিল।

আনহাতে ধৰ্ম কেনেকৈ চলিছে? বৈষ্ণৱৰ পন্থ সুকীয়া, শাক্তৰ পন্থ সুকীয়া— এনে নহয়, সকলোৱে একেধৰণৰে আচাৰ পালে। আজি

সত্যনাৰায়ণ, কাইলৈ কামাখ্যাত বলি, পৰহি বিষ্ণুৰ সহস্ৰ নাম, চ'থা দিনা নৱগ্ৰহ, দৰ্কাৰ হলে মচজিদতো চাকি এগছ। আজিকালি গণেশজীও সচল হৈছে। কলিকতাত বোলে মানুহে শনিৰ থান পাতি চালাম চলাইছে। শিৱলিঙ্গ মাইকী মানুহে আওকাণ কৰিবই নোৱাৰে। তাৰ উপৰি সাপপূজা (মনসা), শিলপূজা, বাবাপূজা (এজন বাবা ওলালেই হ'ল), কোনটো বাদ পৰে? অসৎ লোকৰ ধৰ্মভাবো প্ৰবল হয়— নিজৰ মানসিক দুৰ্বলতাৰ হাত সাৰিবলৈকে নেকি। এইয়া বাহিৰৰ ধৰ্ম, মানসিক বা হৃদয়ৰ নহয়। ক'ত শঙ্কৰদেৱ, ক'ত এক দেৱ এক সেৱ, ক'ত ভক্তি। তাৰ উপৰি এই ধৰ্ম আত্মকেন্দ্ৰী, ইয়াত সামাজিক সেৱাৰ ভাব কম— যিটো ইচলাম বা খৃষ্টীয় ধৰ্মৰ এটি উল্লেখযোগ্য লক্ষণ। তথাপি এই ধৰ্ম লৈ আমি সন্তুষ্ট, আমাৰ ধৰ্ম সকলোতকৈ ওপৰত। মাজে সময়ে আমি পৰমাত্মা পৰম ব্ৰহ্মাৰ কথা কওঁ, কিন্তু এই দাৰ্শনিক তথ্যৰ ব্যাৱহাৰিক জীৱনৰ লগত কোনো সম্পৰ্ক নাই। এইবিলাক বক্তৃতাৰহে সামগ্ৰী। বৰ্ত্তমানৰ হিন্দু ধৰ্ম উপলব্ধিৰ কাৰণে নহয়, অনুকৰণৰ কাৰণেহে।

৯২

বৰুৱা দেখিবলৈ যেনে শুৱনি আছিল তেওঁৰ আচৰণো আছিল তেনে মাৰ্জিত। মানুহজনৰ লগত কথা-বতৰা হৈয়ো সোৱাদ লাগিছিল। তেওঁৰ মুখতে মই প্ৰথমে মণিৰাম দেৱান সম্পৰ্কে কিছু কথা জানিব পাৰিছিলোঁ। তেওঁ ১৯৪৫ চনত পাব্লিক ছাৰ্ভিছ কমিছনৰ সদস্য। মই দৰ্খাস্ত কৰিছোঁ কটন কলেজৰ চাকৰিৰ বাবে। তেওঁ এদিন কলে, "তুমি বাৰু অফিছলৈ আহিবাচোন, তোমাৰ দৰ্খাস্তখন চাম।" মই অফিছত দেখা কৰিলোঁ, তেওঁ দৰ্খাস্তৰ ফাইলটো হাতত তুলি লৈছেহে, এনেতে আকস্মিকভাৱে সোমাই আহিল কমিছনৰ চেয়াৰমেন হিগিনজ্ চাহাব। আমি থোহমোহ খালোঁ, ফাইল বৰুৱাৰ হাতৰ পৰা সৰি পৰিল, তথাপি উপস্থিত বুদ্ধিটোত আজোৰ মাৰি তেওঁ গহীনকৈ কলে, "তোমাৰ দৰ্খাস্ত পোৱা গৈছে" (Your application has been received) মই ততালিকে আঁতৰি এই বিষম অৱস্থাৰ পৰা নিস্তাৰ পালোঁ।

মই কটন কলেজত চাকৰি পোৱাত মোতকৈ বয়সীয়া অসমীয়া দৰ্খাস্তকাৰী এজনে মৰ্মান্তিক দুখ পাইছিল, তেওঁ শিক্ষামন্ত্ৰীলৈ এখন প্ৰতিবেদন পঠিয়াইছিল; তাৰ ঘাই যুক্তি আছিল, ইমান কমবয়সীয়া ডেকা এজনে কটন কলেজত কেনেকৈ চাকৰি পায়? মই চেক্ৰেটেৰিয়েটৰ বন্ধুসকলৰ অনুগ্ৰহত দৰ্খাস্তখন দেখিবলৈ পাইছিলোঁ। এই মানুহজন পিচত সাহিত্য সভাৰ সভাপতি হৈছিল।

## ৯৩

বি. এ. পাছ্ কৰাৰ পাচত টিউছনি কৰি সেই ধনেৰে মোৰ প্ৰথম হাতঘৰি লৈছিলোঁ। ওঠৰ টকা বেচ একেলগে দিয়া নাছিলোঁ —শেহৰ এটকা পাণবজাৰৰ কুণ্ডু নামৰ দোকানীজনে মোৰ ঘৰৰ পৰা সাধি নিছিলহি। সেই দিনৰ ওঠৰ টকা, ঘৰি ভালেই আছিল। কেইবছৰমানৰ পাচত ঘৰিটো মেৰামত কৰিবলৈ দোকানত দিলোঁ। এনেতে বন্ধু এজনে সেইটো কিনিবলৈ আগ্ৰহ দেখুৱালে। তেওঁ ঘৰিটো কিনিলে কুৰি টকাত আৰু ঘৰিৰ দোকানৰ পৰা মোকলাই ললে আৰু দহ টকা দি। দুই এমাহৰ পাচত ঘৰিটোৰ খা-খবৰ কৰিলত বন্ধুৱে ক'লে, "ঘৰিটো গ'ল।" "কেনেকৈ?" মই সুধিলোঁ। "এহ্, আঁঠুৱাৰ ওপৰত থৈ দিছিলোঁ, ৰাতি নিগনিয়ে লৈ গ'ল!"

## ৯৪

সিংহলী লোক মই সম্ভৱ জীৱনত এবেলিহে লগ পাইছোঁ। ডেৰকুৰি বছৰ আগৰ কথা। মই গৈছিলোঁ ৰাজমোহন নাথৰ ঘৰলৈ, শ্বিলঙত। তাতে লগ পালোঁ অধ্যাপক ৰল্লস্বামী নামে পণ্ডিত এজনক। মানুহজনৰ চেহেৰা দক্ষিণ ভাৰতৰ মানুহৰ দৰে, অলপ ক'লা। তেওঁ আহিছিল ভাৰতলৈ আৰু হাতত ধন সৰহ থকা কাৰণে দান-দক্ষিণাও মুকলিভাবে কৰিলে। আমাৰ দেশত দুখীয়া মানুহৰতো অভাব নাই। পিচে হিতে হ'ল বিপৰীত! পুলিচে ধৰি ললে তেওঁ কমিউনিষ্ট আৰু তেওঁক এৰেষ্ট কৰিলে, তেওঁ অনা ধনো চৰকাৰে বাজেয়াপ্ত কৰিলে।

সম্ভৱ দান কৰা কাৰণে তেওঁক কমিউনিষ্ট বোলা হোৱা নাছিল, কিয়নো দান কৰা কমিউনিষ্ট মই জীৱনত লগ পোৱা নাই! সি যি নহওক, তেওঁ নিজৰ দুৰ্দশা বৰ্ণনা কৰি মোমায়েক সেনানায়কে আৰু ককায়েকলৈ সংবাদ পঠিয়াবলৈ বাধ্য হ'ল। সেনানায়কেৰ ৰাজনৈতিক প্ৰভাৱ কম নাছিল। ভাৰত চৰকাৰে ৰত্নস্বামীৰ ওপৰত তোলা ওজৰ নাকচ কৰিলে আৰু তেওঁ কোৱা মতে ককায়েকেও বোলে টকা পোন্ধৰ হাজাৰ পঠিয়াব বুলি খবৰ দিলে। কাণ্ডিৰ বৌদ্ধ মন্দিৰত ৰখা বুদ্ধৰ যি দাঁত আছে তাৰ তত্ত্বাৱধানত আছে ৰত্নস্বামীৰ ককায়েক। কাণ্ডিলৈ হাজাৰ হাজাৰ যাত্ৰী যায় আৰু এওঁলোকে ধন-সোণো উছৰ্গা কৰে যথেষ্ট পৰিমাণে। সেইকাৰণে ধনৰ অভাব ক'ত?

## ৯৫

ক'ৰবাত পাইছিলোঁ, যি সাধু, যি সুন্দৰ— কালৰ বাহিৰে এই দুটিৰ শত্ৰু আৰু কি হব পাৰে? মই যোগ কৰোঁ— মানুহো হব পাৰে। যাৰ প্ৰকৃতি অসৎ, দুঃশীল, সি যি সৎ বা সুন্দৰ তাৰ স্থিতিত অশান্তি পায়, বুকুৰ পোৰণি অনুভৱ কৰে।

## ৯৬

তিনি বছৰমান আগেয়ে এবাৰ দিল্লীলৈ যাওঁতে প্লেইনত সহযাত্ৰীৰূপে পাইছিলোঁ শ্ৰীশৰৎ চন্দ্ৰ সিংহক। দমদমত কিছু সময় ৰবলগীয়া হোৱাত সিংহৰ লগত ময়ো ভি আই পি লাউঞ্জত বহিছিলোঁগৈ। আমাৰ লগত এক পাঞ্জাবী ভাইচ-চেন্সেলৰো আছিল।

কথা-বতৰাৰ মাজত ওলাল মানুহৰ আত্মসন্মানবোধৰ কথা, স্বাবলম্বিতাৰ কথা। সিংহই অসমীয়া মানুহৰ শাৰীৰিক শ্ৰমৰ প্ৰতি থকা আওহেলাৰ ভাবৰ প্ৰসঙ্গত উলিয়ালে, "বুজিছে এসময়ত আমাৰ মানুহে ভিক্ষা কৰি খাবলৈ টান পাইছিল। খুজি খোৱা বা ধাৰ কৰাটো আছিল লাজৰ কথা। কোনো ঘৰৰ যদি খাবলৈ ধান নাই, তেনেহলে ধান ধাৰ কৰিছিল আনে নজনাকৈ ৰাতিৰ আন্ধাৰত।"

তেওঁ নিশ্চয় গোৱালপাৰা জিলাৰ অভিজ্ঞতাৰ পৰাই কৈছিল। জনসংখ্যাৰ বৃদ্ধিয়ে সৃষ্টি কৰা অভাৱ আৰু অৱস্থাৰ চেপাত টেঙৰ হোৱা অনা-অসমীয়া লোকৰ সংস্পৰ্শতে হয়তো আমাৰ মানুহো কিছু পৰিমাণে অসাধু হৈ পৰিল। মোৰ বয়সীয়া বন্ধু এজনে কাহিনী এটা কৈছিল। বহুত বছৰ আগৰ কথা। গাৰোৱান এজনে এবাৰ এক মাৰোৱাৰী ব্যৱসায়ীৰ কাৰণে ৰঙিয়াৰ পৰা এক গাৰী নিমখ কঢ়িয়াইছিল নলবাৰীলৈ। বাটতে তাৰ ঘৰ পৰে। সি গাৰীৰ পৰা নামি ঘৰত নিমখ নথকা কাৰণে নিমখ অলপ কিনি দি গ'ল। গাৰী নলবাৰী গৈ পালত পলম হোৱা বাবে মাৰোৱাৰীয়ে কিয় পলম হ'ল প্ৰশ্ন কৰিলে। গাৰোৱানজনে ঘৰত নিমখ কিনি দিবলগীয়া হোৱা কথাটো জনালে। মালিকে কলে, "কিয়, তই বস্তাৰ পৰা অলপ উলিয়াই দিব পাৰিলিহেতেন নহয়?" সি উত্তৰ দিলে, "এহ মই লোকৰ বস্তু কেনেকৈ দিওঁ?"

সমাজত নিশ্চয় হাত লৰ মানুহ দুই-চাৰি আছিল, কিন্তু চুৰ কৰা আৰ্হি সন্মান-সূচক নাছিল। এতিয়া আমি পাঁচ টকা চুৰ কৰাজনক চোৰ আখ্যা দিওঁ, পঞ্চাছ হেজাৰ বা লাখ টকা চুৰ কৰাজনক চাওঁ ঈৰ্ষাৰ চকুৰে। নৈতিকতাৰ স্বৰূপেই সলনি হ'ল।

## ৯৭

গুৱাহাটীত কংগ্ৰেছ কমিটি আৰু যুব উৎসৱ বহি থকা সময়ৰ কথা। সিদিনা দুপৰীয়া আলহী এজন আহিল। দুয়ো খাই বৈ উঠি একমান বজাত বহিৰত ৰ'দ লৈ বহি আছোঁ। এনেতে এজনী হিন্দুস্তানী তিৰোতাই বেচিবলৈ মৌ লৈ আহিল। তাইৰ কানি-কাপোৰ লেতেৰা, মৌৰ টিং ঢাকি থোৱা কাপোৰখনৰো ধূলিৰ ৰং। পিচে মোৰ পৰিয়ালটো মৌৰ লুভীয়া, আমি পালেই কিনো। তাই বাৰান্দাতে বহি ললে আৰু টিংটোৰ ঢাকনিখন আঁতৰাই সুধিলে, "বাবুজী, ইন্দিৰাজীনে কুচ ফয়সলা দিয়া, গৰীবকে লিয়ে?" মই তাইৰ বুকু ভেদি ওলোৱা প্ৰশ্নটোৰ কি উত্তৰ দিওঁ ভাবি খন্তেক থমকি ৰলোঁ, তাৰ পাচত কলোঁ, "হাঁ মুহসে।"

তাইৰ মুখৰ পৰা হুমুনিয়াহ এটি ওলাল। কংগ্ৰেছ আৰু যুব কংগ্ৰেছৰ মেলা চাবলৈ মই যোৱা নাছিলোঁ। যাবলৈ মন নগল দেখোন।

৯৮

মই লণ্ডনত বাস কৰা সময়ত আমাৰ ইয়াৰ একালৰ ডেপুটি কমিছনাৰ হেইলিৰ সৌজন্যত নৌল প্ৰাসাদ চাবলৈ সুযোগ পাইছিলোঁ। লণ্ডনৰ দক্ষিণৰ টৌৰ দৰে উখ-চাপৰ ডাউনজ্ অঞ্চলত এই প্ৰাসাদ। ইংৰাজসকলৰ প্ৰকৃতিপ্ৰিয়তা লক্ষ্য কৰিব পাৰি এই ঘৰৰ চৌপাশে থকা বিস্তৃত ভূখণ্ডত চকু দিলে। চাৰিওফালে সেউজীয়া পৰিবেশ, গছ-গছনিও অলেখ, ঠায়ে ঠায়ে দুই এজাক হৰিণও চকুত পৰে। ৩৬৫ কোঠালি থকা পাঁচশ বছৰীয়া এই বিশাল দুমহলীয়া ঘৰটো ৰাণী প্ৰথম এলিজাবেথে তেওঁৰ ধনভঁৰালী, কবি আৰু নাট্যকাৰ টমাছ্ চেকভিলক উপহাৰ দিছিল। এতিয়া চেকভিল বংশৰে চেকভিল-ৱেষ্টসকলৰ সম্পত্তি এই ঘৰ। মই চাবলৈ যাওঁতে ঘৰৰ এক অংশ নিজলৈ ৰাখি বাকী সৰহ অংশ ৰাইজলৈ মুকলি কৰি দিছিল। এনে বৃহৎ গৃহ আজিকালি চম্ভালিবলৈ টান হোৱা কাৰণে চৰকাৰী তত্ত্বাবধানত সেইবিলাক সংৰক্ষণ কৰা হৈছে।

ভিটা (ভিক্টোৰিয়া) চেকভিল-ৱেষ্ট (কূটনীতিজ্ঞ আৰু জীৱনীকাৰ হেৰল্ড নিকলচনৰ পত্নী) আছিল জনাজাত পণ্ডিত লেজ্‌লি ষ্টিভ্‌নৰ জীয়ৰী ঔপন্যাসিক ভাৰ্জিনিয়া ৱোলফৰ অন্তৰৰ বন্ধু। ভিটা চেকভিল-ৱেষ্টে কবিতা আৰু উপন্যাসো ৰচনা কৰিছিল (এখন বুঢ়া মানুহ এমুঠি লৈ ৰচনা কৰা, নাম 'অ'ল পেছন স্পেণ্ট', বা 'কামনাৰ শেষত')। ভাৰ্জিনিয়া ৱোলফৰ মনৰ অনুভূতিশীলতা, অস্থিৰতা, দৌৰি ফুৰা ভাব চিন্তাৰ সংকেত পায় ভিটালৈ লিখা চিঠিবিলাকত। ভিটাৰ সহানুভূতিযে ভাৰ্জিনিয়াৰ দুৰ্বল, লেহুকা মন বহু দূৰ পোনাই ৰাখিছিল। যোৱা মহাযুদ্ধৰ বিভীষিকাত যেতিয়া ভাৰ্জিনিয়াৰ মন বিষাক্ত, আত্মীয়-পৰিজনৰ মৃত্যুত মন বিষণ্ণ, যেতিয়া গৰম কাপোৰ আৰু খাদ্যৰ অভাৱত শৰীৰো কিছু দুৰ্বল, তেতিয়া ভিটাই আকস্মিকভাৱে পঠিয়াইছিল কেতিয়াবা ভাল উল অলপ নাইবা এক পাউণ্ড মাখন। ভাৰ্জিনিয়াই হিয়া উজাৰি এই

মৰমৰ শলাগ লৈছিল। এই উল আৰু মাখন আছিল নৌল প্ৰাসাদৰ ভূমিত উৎপন্ন বস্তু। অকণমান মাখনৰ কাৰণে ভাৰ্জিনিয়াই এদিন বটল এটাত অলপ গাখীৰ লৈ এঘণ্টা জোকাৰি জোকাৰি পাইছিল সৰু হালধীয়া লডা এটা, তাকো খাই পেলালে মেকুৰীয়ে। এনেস্থলত ভিটাৰ মৰম ভাৰ্জিনিয়াৰ কাৰণে অমূল্য যেন লাগিছিল। তেওঁ লিখিছিল, "মাখনৰ সোৱাদেই পাহৰিলোঁ। সোৱাদ কেনে এতিয়া তোমাক কওঁ —ই নিয়ৰ আৰু মৌৰ মাজৰ কিবা এটা। ভগবান, ভিটা। আৰু উল- - তাৰ উপৰি মাখনখিনি......" ৰচনাত ভাবৰ অনুসৰণ, কথা কোৱাৰ দৰে, ভাষাৰ অনুসৰণ নহয়।

গৰ্ডন স্কোৱেৰত আছিল অৰিয়েণ্টেল স্কুলৰ নৃতত্ত্ব বিভাগ, ডাঃ ফন ফিৰাৰ-হাইমেনডৰ্ফৰ তদাৰকতাত। তালৈ কেইবাবেলিও গৈছিলোঁ। ব্লুমজ্‌বেৰি অঞ্চলৰ এই গৰ্ডন স্কোৱেৰতে বাস কৰিছিল এসময়ত ভাৰ্জিনিয়া ৱোলফে। এই অঞ্চলত এই শতিকাৰ দ্বিতীয় তৃতীয় দশকত গোট খাইছিল লেজলি ষ্টিভ্‌নৰ পৰিয়ালৰ উপৰি, ভাৰ্জিনিয়াৰ স্বামী লেনাৰ্ড ৱোলফ, অৰ্থনীতিজ্ঞ কেইনজ, জীৱনী লিখক লিটন ষ্ট্ৰেইচ্চি আৰু শিল্পজ্ঞ ৰজাৰ ফ্ৰাই। এইধৰণৰ চিন্তাশীল, উচ্চশিক্ষিত লোকৰ আড্ডা গুৱাহাটীত দুৰ্লভ। আমাৰ ইয়াত উচ্চশিক্ষাৰ অভাব নাই, অধ্যয়ন আৰু চিন্তা-চৰ্চাহে কম। আৰু কাৰোবাৰ থাকিলেও গোট খাবলৈ ভাল ঠাই নাই। লণ্ডন বিশ্ববিদ্যালয় আৰু বৃটিশ্ মিউজিয়ামও ব্লুমজ্‌বেৰি অঞ্চলৰ ভিতৰত।

## ৯৯

১৯৭০ চনৰ জুন মাহৰ এক গধূলি উলাইছিলহি জপৰা চুলি আৰু ওখ নাকেৰে এক ইংৰাজ ডেকা তেওঁৰ ঘৈণীয়েক আৰু তিনিটা ল'ৰাৰে সৈতে। কদা-কশ্চিৎ এইদৰে বিদেশী মানুহে মোৰ ঘৰত ভুমুকি মাৰে। নামটো তেওঁলোকে ক'ৰ পৰা যোগাৰ কৰে ক'ব নোৱাৰোঁ। মেমজনীৰ পোচাক উল্লেখযোগ্য— কঁকালত আমাৰ কুলি তিৰোতাৰ দৰে কাপোৰ এডোখৰ মেৰিওৱা। ল'ৰাকেইটি স্বাস্থ্যবান আৰু কটমটীয়া।

আমি বাহিৰত কথা পাতি থাকোঁতেই কোনোবা এটিয়ে ভিতৰলৈ গৈ উলিয়াই আনিলে মামৰে ধৰা আগৰদিনীয়া তৰোৱাল এখন, তাৰ পিচত গাৰো বন্ধু এজনে উপহাৰ দিয়া পহুৰ ডাঙৰ শিং এজোৰ।

ডেকাৰ ঘৈণীয়েক আয়াৰলেণ্ডৰ। আয়াৰলেণ্ডৰ সাধাৰণ মানুহৰ অৱস্থা বেয়া, এসময়ত দুৰ্দশাগ্ৰস্তই আছিল। লৰ্ড নোলান আদি ইংৰাজ জমিদাৰে (এওঁ ক্ৰাইমীয় যুদ্ধত সেনাপতিও আছিল) ৰাইজক তাড়নাও কৰিছিল। এইবিলাক কথা ওলাল। ডেকাজনে ভেনেট গাৰী এখন লৈ ঘূৰি ফুৰিছে, যাবগৈ শ্বিলঙলৈ, তাত কিছুদিন থাকিব। বিদেশী লোক বুলি ৰাতিৰ আহাৰ তেওঁলোকে আমাৰ ঘৰতে খালে।

এওঁলোকৰ লগত এইয়ে প্ৰথম সাক্ষাৎ। অলপ কেইদিনমানৰ পাচত এওঁলোকক আকৌ লগ পালোঁ ৰবীন্দ্ৰ ভৱনত হোৱা ‘শ্বো’ এটাত। সিদিনাও সম্ভব তেওঁলোক মোৰ ঘৰলৈ আহিছিল। ইয়াৰ পাচতে ঘটনা এটা হ’ল। কাগজত ওলাল বিনা অনুমতিত নগা পাহাৰলৈ যাবলৈ চেষ্টা কৰোঁতে তেওঁলোকক যোৰহাটৰ পৰা এৰেষ্ট কৰি অনা হৈছে। শ্বিলঙত তেওঁলোকৰ বিচাৰ হ’ল, তেওঁলোকক এদিন নে এবেলা জেলতো সুমুওৱা হ’ল। মানুহজনে ক’লে, তেওঁ জনাজাত নাট্যকাৰ, তেওঁ চোৰাংভাবে নাগালেণ্ডত সোমাব খোজা নাছিল; ইফালে প্ৰকাশ হ’ল ঘৈণীয়েকৰ পাছপোৰ্টখনো (এওঁ আকৌ আইন মতে আয়াৰলেণ্ডৰ বাসিন্দা) গণ্ডগোলীয়া। মুঠৰ ওপৰত, অলপ লঘু-লাঞ্ছনা লৈ এই দম্পতি অসম ত্যাগ কৰিবলৈ বাধ্য হ’ল।

মানুহজন আছিল নতুন ইংৰাজ নাট্যকাৰসকলৰ মাজত প্ৰতিষ্ঠা লাভ কৰা জন আৰ্ডেন (জন্ম ১৯৩০)। যথেষ্ট মৌলিকতা আৰু নিজস্ব ভঙ্গী থকা নাট্যকাৰ। সমসাময়িক সমস্যা ললেও তেওঁ আন বাস্তববাদী নাট্যকাৰৰ পন্থা অনুসৰণ নকৰে; কিছুদূৰ ব্ৰেখট্‌ৰ ভঙ্গীত এওঁ গদ্য, পদ্য, গীত, পদ, লঘু, গুৰু সকলো মিহলাই পেলায়; অসৎ চৰিত্ৰতো তেওঁ কিছু ভাল দেখে; সিদ্ধান্ত দিয়াতকৈ তেওঁ মানুহক যোগায় আমোদ আৰু চিন্তাৰ খোৰাক। ভাষাৰ ওপৰত এওঁৰ অপূৰ্ব দখল। গুৱাহাটীৰ

দোকানত তেওঁৰ নাটক পোৱা যায় বুলি কওঁতে (পেঙ্গুইনে প্ৰকাশ কৰা) তেওঁ অলপ আচৰিত হৈছিল।

এই প্ৰসঙ্গত মনত পৰিছে আৰু এগৰাকী বিদেশী আগন্তুকৰ কথা। এই ওখ ত্ৰিশ পঁইত্ৰিশ বছৰীয়া মেম আমেৰিকাৰ, আহিছিল ক'লা চাপৰ মালয়ালী এজনৰ লগত। এওঁ বোলে কেৰালাত নৃত্য নে কিবা শিকি আছিল, অসমলৈ আহিছে ইয়াৰ সংস্কৃতি সম্পৰ্কে আভাস, লবলৈ, এম্পোৰিয়ামৰ পৰা বোলে মেখেলা-চাদৰো কিনিছে, এতিয়া যাবৰ মন মাজুলীলৈ সত্ৰ চাবলৈ, ইত্যাদি। বিদেশী লোকৰ আমাৰ সংস্কৃতিৰ প্ৰতি ধাউতি দেখিলে গা মন জুৰ পৰে। এওঁক মই দুজনমান বন্ধুৰ সৈতে গৈ এদিন গধূলি ডাক বঙলাৰ লগত থকা টুৰিষ্ট লজতো লগ ধৰিলোঁ। মোৰ চৰ্চ্চাৰ বিষয় জনকৃষ্টি; তেওঁ ক'লে, এই বিষয়ত কিবা আঁচনি ললে ধনৰ যোগাৰ হব পাৰে। তেওঁৰ ধৰণ-ধাৰণত আমাৰ অলপ সন্দেহ উপজিল। সি যি নহওক, তেওঁ অসমলৈ আহিছিল সাদিনৰ অনুমতি লৈ, মই ডেপুটি কমিছনাৰক কৈ আৰু সাদিন বঢ়াই দিয়ালোঁ। মালয়ালী বন্ধুৰ সৈতে তেওঁ যোৰহাট পালেগৈ আৰু তাৰ পৰা মোক লগ নোপোৱাকৈ অসম ত্যাগ কৰিলে। উভতি গৈ সম্ভৱ কেৰালাৰ পৰা মোলৈ দুখনমান দীঘলীয়া চিঠিও লিখিলে— তাৰ পৰা বুজিলোঁ তেওঁ বোলে মাজুলীতো ভুমুকি মাৰিলে।

এতিয়া ইয়াৰ পাচৰ অধ্যায়টোহে জটিল। তেওঁ উভতি যোৱাৰ পাচত এদিন ষ্টেইট বেঙ্কৰ পৰা ফোন কৰিলে তেওঁৰ নামত (নামটো জুলি পোৰ্টাৰ আছিল হবপায়) কিবা ধন আহিছে মই লৈ আহিব লাগে। মই লৰচৰ নকৰিলোঁ। মানুহজনী গ'লগৈ। তেওঁৰ টকা মই কিয় গ্ৰহণ কৰোঁ। কিছুদিনৰ পাচত আকৌ ফোন। এইবেলিও মই গা নলৰালোঁ। দুবছৰমান গ'ল, তাৰ পাচত যোৱা বছৰ বিশ্ববিদ্যালয়ৰ ঠিকনাত, আহিল আকৌ এক বেঙ্কৰ পৰা এখন ৰেজিষ্টাৰ্ড চিঠি— ভিতৰত নিশ্চয় চেক বা ড্ৰাফট। মই চিনাকি পিয়নজনক কলোঁ, মই এইখন ৰাখিব নোৱাৰোঁ-- এই টকা ক'ৰ পৰা আহিছে সন্দেহৰ কথা।

সন্দেহৰ কথা সঁচাকৈয়ে। মানুহজনী আমেৰিকাৰ কুখ্যাত চি. আই. এৰ. এজেণ্ট আছিলনে কি? সন্দেহজনক উদ্দেশ্য লৈ অসমলৈ এইদৰে বিদেশী মানুহ আহি থাকে। দুই এক আহে 'গৱেষণাৰ' চেলু লৈ! অৱশ্যে এনে মানুহৰ ওপৰত চৰকাৰৰ চকু নথকা নহয়।

## ১০০

ৰাজ্য শাসন আৰু অপকাৰী অভ্যাস আয়ত্ত কৰাৰ মাজত সাদৃশ্য আছে। ধৰি লক, দোকান এখনৰ সমুখত দুজন মানুহৰ কাজিয়া লাগিছে, দুয়ো হাত-ভৰি জোকাৰিছে। আহিল পুলিচ, মানুহ দুজনক এৰেষ্ট কৰা হ'ল, বন্দুকেৰে ফাকা আৱাজ কৰাও হ'ল। পিচত বাতৰি কাকতত ওলাল ডাঙৰ ডাঙৰ আখৰত— চৌপাশে দেশত অৰাজকতা বিয়পি পৰা কাৰণে চৰকাৰে জৰুৰী ব্যৱস্থা হাতত লবলৈ বাধ্য হৈছে। একচ্ছত্ৰী শাসনৰ আৰম্ভ এইদৰেই হয়। জাৰ্মানিত ৰাইসষ্টাক বা পাৰ্লিমেণ্ট গৃহ পোৰাৰ পাচতে নাজী শাসনৰ অভ্যুদয় হয়; ৰাছিয়াত ষ্টালিনে লেনিনৰ সহযোগীসকলক মিছা জগৰ স্বীকাৰ কৰিবলৈ বাধ্য কৰি শাসনৰ জৰী আৰু কটকটীয়াকৈ ধৰিছিল। চীনদেশতো দেখা গৈছিল এই ভঙ্গী।

জুৱা, মদ, চিগাৰেট আদি ব্যসনো আপুনি এবাৰ আয়ত্ত কৰক, সেইবিলাক যে অনুমোদনযোগ্য, হিতকাৰী, এনে যুক্তি আপুনি বঢ়িয়াকৈ দিব পাৰিব। চিগাৰেটৰ কথাকে লওক। এই বদভ্যাসৰ যুক্তি কিমান? ৰাতিপুৱা হোপাটো নামাৰিলে পায়খানা নহয়; টানটো নামাৰিলে কলম নচলেই দেখোন; ভাই ইমান দুশ্চিন্তা, মুখেদি ধোঁৱা নুলিয়াই কৰিবা কি? চালা গৈছে নহয় সেইটো, ৰহ ধোঁৱাখিনি উৰুৱাই দিওঁ, দেখুৱাওঁ বাপেকে ময়ো যে মানুহ ;..........

আই. এ. পৰীক্ষাৰ পাচত হব পায়, সেই সত্তীয়া সুবৰ্ণ যুগত, উজান বজাৰৰ বাৰোৱাৰী দুৰ্গা পূজাত চিগাৰেট বিলাইছিল। আমি তিনি বন্ধুৰ হাতত দুটা চিগাৰেট পৰিল, এটা হ'ল কম, সেইটো পইচা এটা খৰচ কৰি পূৰ কৰিলোঁ। তিনি চেঙেৰাই তিনিটা চিগাৰেট লৈ সিদিনা গধূলি ওচৰত চিনাকি মানুহ-দুনুহ নথকা ঠাইলৈ গৈ আৰম্ভ

কৰিলে ধূম্ৰপান। সেই তিনিটা পাছিং শ্বো চিগাৰেটেৰে আৰম্ভ। তাৰ পিচত বছৰবিলাক বাগৰিল; যুদ্ধৰ দিনৰ মুখত দিলে পমি যোৱা কেভেণ্ডাৰ্জ নাইবা গোল্ডফ্লেইক দুষ্প্ৰাপ্য হ'ল, চেপেটা টাৰ্কিশ্ব্ চিগাৰেট দুৰ্লভ হল; চিগাৰেট হলে থাকিল, তাৰ দামো চৰিল। আমাৰ তিনি বন্ধুৰ ভিতৰত আটাইতকৈ স্বাস্থ্যবান ইন্দ্ৰৰ মূৰৰ বিকাৰ হ'ল, বেচেৰাই শেহত সংসাৰে ত্যাগ কৰিলে; সুৰেনে সম্ভৱ অভ্যাসটো এৰিলে; মই আজিলৈকে প্ৰায় দুকুৰি বছৰ ধোঁৱা খাইছোঁ, মাজে সময়ে এৰিবৰ চেষ্টা কৰি আকৌ ধৰিছোঁ। ৰাতি শুবৰ সময়ত নাইবা পানী লাগিলে খুক খুককৈ কাহি বিৰক্তিত ইটো ঔষধ খাইছোঁ, সিটো খাইছোঁ। মোৰ ডাক্তৰণী ছোৱালীয়ে সতৰ্ক কৰি দিছে, “পিতা, খাবলৈ এৰা, নহলে বুঢ়া হলে হৃদপিণ্ডৰ অসুখত দুৰ্গতি ভুগিবা।”

আজি এসপ্তাহ হ'ল, চিগাৰেট এৰিলোঁ, একেবেলিয়ে এৰিলোঁ। মাথোন ডিঙিৰ সুৰ-সুৰণিহে বেছি হোৱা যেন পাইছোঁ, অৰ্থাৎ ধূম্ৰপান ত্যাগ কৰি খুকখুকনি যেন সৰহহে হল! আৰু এটা কথা। আগেয়ে কামত অকামত কব নোৱাৰাকৈয়ে হাতখন গৈছিল চিগাৰেটলৈ, এতিয়া বিশেষ কাম কৰি নাথাকিলে শূন্য ক্ষণবিলাকত অসুবিধা লাগে, কিবা এটা কৰিবলগীয়া যেন কৰা হোৱা নাই এনে ভাব হয়। *

## ১০১

অসমীয়া উকীল হলীৰাম ডেকা কলিকতাবাসী হৈছিল জীৱিকাৰ তাড়নাত— তেওঁ বহুত বছৰ কলিকতা হাইকোৰ্টৰ এডভোকেট হৈ আছিল। আমি দুই-চাৰি অসমীয়া ছাত্ৰ-ছাত্ৰীয়ে মাজে সময়ে তেওঁৰ বিবেকানন্দ ৰোডস্থ গৃহত ভুমুকি মাৰিছিলোঁ। বিদেশত পঢ়া হোষ্টেলবাসী ছাত্ৰৰ কাৰণে এনে পৰিয়ালত যি অলপ ঘৰুৱা পৰিবেশ পোৱা যায়, যি অলপ মৰম সহানুভূতি পোৱা যায়, সি তৃপ্তিদায়ক। আনহাতে, হলীৰাম ডেকা বুদ্ধিমান, ৰহস্যপটু আৰু সাহিত্যিক। তেওঁৰ লগত অলপ সময় কটাব পৰাটো একপ্ৰকাৰে ভাগ্যৰ কথা— ঠিক যেনেকৈ আন এজন আইনজ্ঞ ডঃ জগদীশ চন্দ্ৰ মেধিৰ সঙ্গও সৌভাগ্যৰ কথা বুলিব পাৰি।

---

* প্ৰতিজ্ঞা সৰহ দিন নৰজিল।

হলীৰাম ডেকাই কথা কৈ আপোনাক বিব্ৰত কৰিব পাৰে; জগদীশচন্দ্ৰ মেধিয়ে সেইদৰে আপোনাক বিব্ৰত নকৰে, কিন্তু তেওঁ ডেকাতকৈ জীৱনৰ অভিজ্ঞতাত যেন সৰহ গভীৰ আৰু যেন অলপ তিক্ত। ডেকা প্ৰতিষ্ঠিত সাহিত্যিক, কিন্তু তেওঁ মেধিৰ 'বিপদভঞ্জন'ৰ দৰে গল্প ৰচনা কৰিবলৈ সমৰ্থ হোৱা নাই।

এদিন আবেলি হবপায় মই গৈছিলোঁ ডেকাৰ ঘৰলৈ মোৰ সহপাঠী হাজেৰাক লৈ। ধেমালি- ধুমুলাৰে আৰম্ভ কৰি ডেকাই হাজেৰাক প্ৰশ্ন কৰিবলৈ ধৰিলে, কিয় এম.এ. পঢ়িবলৈ আহিলা, এম.এ পাছ কৰি উঠি কি কৰিবা, বিয়া কৰাবা নে নকৰোৱা,.... এইবিলাক প্ৰশ্নৰ উত্তৰ পঢ়ি থকা ছোৱালী এজনীয়ে দিবলৈ টান পায়, কিয়নো বহুত কথা নিৰ্ভৰ কৰে পৰিবেশৰ ওপৰত। তেওঁৰ প্ৰশ্নৰ ধৰণ দেখি বিৰক্ত হৈছিলোঁ। হাজেৰাঁ এতিয়া বাংলাদেশত, কিছু বছৰৰ আগেয়ে এবাৰ ঘৰলৈ আহোঁতে মোৰ খবৰ কৰি গৈছে।

ডেকাৰ পৰা মৰম আৰু সহানুভূতি পাইছিলোঁ, তেওঁৰ সন্তান বীণা, উষাইঁতৰ সহজ সৰল ব্যৱহাৰো ভাল লাগিছিল। তেতিয়া সম্ভৱ প্ৰণবজ্যোতিৰ জন্ম হোৱা নাছিল। মই কলিকতা ত্যাগ কৰাৰ পাচতো আমাৰ মাজত চিঠি-পত্ৰৰ আদান-প্ৰদান হৈ আছিল। তেওঁ লিখা চিঠিতো ধেমালিৰ সুৰ। মই যোৰহাটৰ কলেজত যোগ দিয়াৰ দুদিনমান পাচতে (৩০-১১-৪৪) তেওঁ লিখিছিল— "...... অধ্যাপনা তোমাৰ পক্ষে উপযুক্ত কাম হৈছে, --পঢ়াশুনাৰ চৰ্চ্চাও ৰাখিব পাৰিবা আৰু ল'ৰাবোৰেও তোমাৰ নিচিনা শিক্ষকক ভাল পাব, ছাত্ৰীবোৰৰ কথা নকওঁৱেই। অধ্যাপক হলেও ঠাট্টা কৰাৰ ৰাগী চম্ভালিব নোৱাৰিলোঁ।" ডেকাৰ এটা বিশেষত্ব আছিল কাৰোবাৰ চিঠি পালে ততালিকে উত্তৰ দিয়া, অৰ্থাৎ লগে লগে লেঠাটো মাৰি থোৱা। হাঁহি থকা চকুৰে এই ওখ সৰবৰহী মানুহজন হাইকোৰ্টৰ ন্যায়াধীশ পদৰ পৰা অৱসৰ লোৱাৰ লগে লগে আমাৰ মাজৰ পৰা আঁতৰি গ'ল।

## ১০২

কোৱা হয় ধানটোৱে পতি কণ, মানুহটোৱে পতি মন। মনৰ ক্রিয়া সম্পর্কে জানিব পাৰি কামৰ পৰা, মানুহে কেতিয়া কি কয় বা কৰে তাৰ পৰা। কিছুমান মানুহে অতিকৈ পাহৰে, কিছুমানে পঢ়িবৰ সময়ত আখৰৰ ছবি মনত ৰাখিব নোৱাৰে, আন কেতবিলাকে কাণেৰে যি শুনে তাক আনৰ আগত কওঁতে ওলট-পালট কৰে। কেতবিলাকে ধৰি লয় ৰাহু কেতু শনিয়েহে আমাৰ জীৱন নিয়ন্ত্রণ কৰে। যিবিলাকৰ বুদ্ধি-বৃত্তি অলপীয়া নাইবা জন্মতে লৈ অহা ঘাটি আছে, সেই বিলাকৰ ক্রিয়া কলাপ এইধৰণৰ হব পাৰে। এই বিলাক মানুহক বিকাৰগ্ৰস্ত বুলিব নোৱাৰি, এওঁলোকৰ শাৰীৰিক আৰু মানসিক শক্তিহে তাকৰ।

শাৰীৰিক ঘাটি কেনে হব পাৰে তাৰ চানেকি দিওঁ। ধৰি লক আপুনি সৰু ছোৱালী এজনীক আখৰ চিনাবলৈ যত্ন কৰিছে — ক খ গ, কাম খাম এইদৰে। ছোৱালীজনীয়ে কষ্ট কৰি কত আকাৰে কা কৰিলে কিন্তু পঢ়িলে খু বুলি। এনে ল'ৰা-ছোৱালীক বহুত যত্ন কৰি বহু সময় লৈ অলপহে শিকাব পাৰি। বহুলোকে চকুৰে দেখা ছবি মনত ৰাখিব নোৱাৰে। এইটো এবিধ ডিছলেকছিয়াৰ চানেকি। ডিছলেকছিয়াৰ দ্বিতীয় বিধ হৈছে কাৰোবাৰ পৰা কাণেৰে কিবা শুনি সেইটো আনৰ আগত কবৰ সময়ত কৰা ভুল। শুনিলে ৰামচন্দ্ৰ, কওঁতে হ'লগৈ হৰেশ্বৰ!

মানসিক বিকাৰৰ লক্ষণো বিচিত্ৰ। মানুহজন কামে কাজে সুস্থই আছিল, অকস্মাৎ দেখিবলৈ পোৱা গ'ল তেওঁ যি কৰে বা যি কয় তাৰ মাজত সঙ্গতি নাইকিয়া হ'ল, মানুহজন জুপুকা মাৰি বহি থকা হ'ল, নাইবা কেতিয়াবা অলপ কথাতে খং খাই উঠা হ'ল। কোনোজনে নিছিগা ধাৰে কথা কয়, অকলে অকলেও কয়। যি কয় সি হয় যুক্তিবর্জিত নাইবা মিছা যুক্তিৰ পাক-ঘূৰণী। কিছুমানৰ শক্তি সামর্থ্য হয়তো কম কিন্তু তেওঁলোকৰ ধাৰণা তেওঁলোকৰ সমান আৰু কোনো নাই, তেওঁলোকহে শুদ্ধ আনবিলাক ভুল। বিকাৰগ্ৰস্ত মানুহে নিজৰ শক্তি-সামর্থ্য সম্বন্ধে ভ্ৰান্ত ধাৰণা লয় আৰু নিজৰ ব্যৰ্থতা নাইবা দুৰ্বলতা ঢাকিবৰ কাৰণে আনক জগৰীয়া কৰে। কোনো পৰিয়ালত যদি এই

পিচৰ বিধৰ অৰ্থাৎ পৰ-জগৰীয়া বা পেৰেনইয়াৰ লক্ষণ থকা এটি প্ৰাণী ওলাল তেনেহলে আপুনি লক্ষ্য কৰিব তেওঁ পদে পদে আনক সন্দেহ কৰে, আনে তেওঁৰ অন্যায় কৰিব বুলি ধাৰণা কৰে, বিনা কাৰণত আনৰ বদনাম গায় বা আনক জগৰীয়া কৰে আৰু এই সকলো কাম ভেটি নোহোৱা যুক্তিৰে সমৰ্থন কৰিবলৈ যত্ন কৰে। এনে মানুহে সঁচা মিছাৰ পাৰ্থক্য হেৰুৱাই পেলায়। মানসিক বিকাৰ হোৱা মানুহৰ স্মৃতিশক্তি কমে আৰু বুদ্ধি-বৃত্তিৰো অৱনতি ঘটে। এওঁলোক বাস্তৱ অৱস্থাৰ লগত সংযোগ হেৰুওৱা মানুহ।

পেৰেনইয়া ব্যক্তিগত বিকাৰ নহৈ জাতিগতও হব পাৰে। অসমীয়া মানুহে যে বিশেষ এক গোষ্ঠীৰ মানুহক সদায় বেয়া পাই আহিছে সিও এই বিকাৰৰে লক্ষণ। দুৰ্বলতা ঘাইকৈ আমাৰ নিজৰ কিন্তু আমি জগৰীয়া কৰোঁ লোকক।

## ১০৩

জ্যোতিষ নাইবা সামুদ্ৰিকত অলপ অচৰপ বিশ্বাস অকল ভাৰতবৰ্ষতে নহয় পৃথিৱীৰ সৰ্বত্ৰ দেখিবলৈ পোৱা যায়। কথা সৰহখিনি নিমিলে, তথাপি আত্মবিশ্বাস নথকা নৰ-নাৰীয়ে ৰাশিফলটো জানিবলৈ নাইবা হাতখন দেখুৱাবলৈ সুযোগ বিচাৰি ফুৰে। ইংলণ্ড আৰু আমেৰিকাত জ্যোতিষসম্পৰ্কীয় আলোচনী পায় আৰু বহুতো দেওবৰীয়া কাকতো ৰাশিফল দিয়ে। এইবিলাক কথা যে দকৈ মানি লব নাপায় তাৰ যুক্তি ইন্দিৰা গান্ধীৰ ইলেকছনৰ সময়ত দিয়া গণনাবিলাকতে পোৱা যায়।

মোৰ কেইবছৰমান আগেয়ে এটি দুৰ্ঘটনা হৈছিল। এই দুৰ্ঘটনাৰ লগত জ্যোতিষৰ আওপকীয়া সম্বন্ধ এটা উলিয়াব পাৰি। বিশ্ববিদ্যালয়ত এক বঙালী অধ্যাপক আছিল। তেওঁ জ্যোতিষ চৰ্চা কৰে, তেওঁৰ আঙুলি আৰু বাহুতো বিবিধ গ্ৰহ সৈমান কৰি ৰাখিবৰ উদ্দেশ্যে পিন্ধা এসোপা বাখৰ। এদিন তেওঁক সুধিলোঁ, "কওকচোন মোৰ কেনে চলিছে এতিয়া, ভাল যেন নালাগে দেখোন?" তেওঁ উৎফুল্ল হৈ কলে, "কি কৈছে, আজিৰ পৰা ৰাহুৰ সঞ্চাৰ আৰম্ভ হৈছে! আপোনাৰ আৰু মোৰ একে ৰাশি, আমাৰ দুয়োৰে ভাল দিন পৰিছে।"

সেইদিনাই আবেলি জা-জলপান খাই ভাবিলোঁ ঘৰৰ সমুখৰ পাহাৰ মাটিখিনিত হাবি হৈছে, দা এখন লৈ কাটি পেলাওঁ। কোনোবা এটাই ক'লে, "পিতা, তাত নুঠিবা বৰল আছে।" মই কাণ নকৰি দাখন লৈ পাহাৰ উঠিলোঁ। অলপহে ওখ, ছয় নে সাত ফুট। মই দাৰে ঘাপ এটা নে দুটা দিছোঁহে এনেতে তিনিটা নে চাৰিটা সেন্দুৰীয়া বৰল ফোঁফোঁৱাই আহি গালে মুখে কামোৰ দিলে। মই ততালিকে তললৈ জাঁপ দিলোঁ। ভৰিত পিন্ধি আছিলোঁ ৰবৰৰ চেণ্ডেল, ঠাইখিনি আছিল আওগৰীয়া, মই মাটিত পৰা মাত্ৰকে সোঁ ভৰিৰ গোৰোহাটো আওপকীয়াকৈ বহিল আৰু মেৰেককৈ এটা শব্দ হ'ল। ভৰিৰ বিষত বৰলৰ কামোৰৰ বিষ পাহৰিলোঁ।

ভৰিখন ভগা নাছিল, হয়তো মাংসৰ আঁহ ছিগিছিল। যিটো কচকা খালোঁ সেইটো ভাল কৰোঁতে মোৰ বহুদিন লাগিল। দুমাহমান লেকেচিয়াই লেকেচিয়াই খোজ কাঢ়িলোঁ আৰু পিচত ভাল পালেও তাৰ দোষ কিছু ৰৈ গ'ল। এইয়ে হৈছে ৰাহুৰ সঞ্চাৰ আৰু ভাল দিন। তপতে তপতে ফল পালোঁ।

ডাক্তৰে যেনেকৈ বেমাৰ ধৰিব নোৱাৰি মুখেৰে একো নকৈ এবেলি ইটো দৰবৰ, আনবেলি সিটো দৰবৰ বিধান দিয়ে, সেইদৰে জ্যোতিষীয়েও সময় সুবিধামতে একে গ্ৰহৰ স্থানৰ পৰা একাধিক ব্যাখ্যা দিয়ে। কেতিয়াবা ব্যাখ্যা এনেও হ'ব পাৰে ঃ আপোনাৰ ল'ৰাই হ'ব লাগে, যদিহে নহয় ছোৱালী হ'ব। বিয়া-বাৰুত বৰ কইনাৰ ৰাশি-যোৰা চোৱাটো এটি আচাৰহে, ভৱিষ্যৎ জানিবৰ উপায় নহয়।

এসময়ত বৰ নাম থকা অসমীয়া জ্যোতিষী এজনে মোৰ হাত চাই কৈছিল, আপোনাৰ আবকাৰী বিভাগত চাকৰি হ'ব আৰু বহুত ধন হ'ব। মই কৈছিলোঁ, হয় যদি আপোনাকো সেই ধনৰ ভাগ দিম। দুৰ্ভাগ্যবশতঃ আবকাৰী বিভাগৰ কেৰাণী হ'বলৈকেও সুযোগ নাপালোঁ। তাহানি লণ্ডনত এক মহিলাক হাত দেখুৱাইছিলোঁ, পাঁচ শ্বিলিং দক্ষিণা দি। এওঁ আন কি কি কলে মনত নাই, মাথোন মনত আছে— আপোনাৰ কাৰণে কোনোবা এজনীয়ে ইয়াত চকুলো টুকিব লাগিছে।

এইধৰণে কলে চেঙেৰা ল'ৰাই চাগৈ মনত উৎসাহ পাব, কিন্তু মোৰ তেতিয়া সেই বয়সো নাছিল আৰু ছোৱালীৰ লগত চুপতি মাৰি থকা অভ্যাসো নাছিল। এইদৰেই ব্যৱসায় চলে।

## ১০৪

আজি শ্বিলঙৰ পৰা উভতি আহোঁতে মনত পৰিল মঙ্গলদৈৰ ভুবনচন্দ্ৰ শৰ্ম্মাৰ কথা। মই যেতিয়া চেক্ৰেটেৰিয়েটত সোমাওঁ শৰ্ম্মাৰ চাকৰি তেতিয়া কেইবছৰমান হৈছে। শৰ্ম্মা মানুহজন দেখাত শুৱনী, পোচাক-পৰিচ্ছদত পৰিপাটী, আচৰণতো মাৰ্জিত, কিতাপ-পত্ৰৰ প্ৰতিও তেওঁৰ অনুৰাগ। এনে মানুহক অফিছৰ ধূলি-ধূসৰিত ফাইলৰ লগত খাপ খুৱাবলৈ টান লাগে। কামত মন নবহা কাৰণে আমি দুয়ো আলোচনা কৰোঁ এইদৰে ঃ কৰ্ম্মশক্তি কেনেকৈ বাঢ়ে? চাহাবৰ দৰে আমি কিয় কাম কৰিব নোৱাৰোঁ? কৰ্ম্মশক্তি বঢ়াবৰ কাৰণে কিবা উপায় কৰিব নোৱাৰিনে?

আমি থিৰ কৰিলোঁগৈ যে আয়ুৰ্বেদৰ সুবিখ্যাত ৰসায়ণ মৃত-সঞ্জীৱনী নিয়মীয়াকৈ সেৱন কৰিলে নিশ্চয় ফল পোৱা যাব। এই সিদ্ধান্ত হ'লত এটা বটল কিনি অনা হ'ল। সেইটো অফিছতে ৰাখি আমি এচামুচ নে দুচামুচ অলপ পানীৰ লগত খোৱা কৰিলোঁ। দুদিনমান খাই দেখিলোঁ যে এই ৰসায়ন খায়ো আমাৰ কামৰ প্ৰতি ধাউতি বঢ়া নাই, ওঁহোঃ ইয়াৰে নহব। শেহত শৰ্ম্মাই বটলটো তেওঁৰ মেছলৈ লৈ গ'ল আৰু তাত এদিনতে সি শেহ হ'ল। এই বঢ়িয়া মানুহজনে অকালতে প্ৰাণ হেৰুৱালে, মটৰৰ খুন্দাত।

আমি কেতিয়াবা অফিছৰ পৰা পলাই বৰবজাৰ পাইছিলোঁগৈ। তাত হাটবাৰৰ দিনা খাচীয়নীয়ে পুৰণি কিতাপ উলিয়ায়। আমি সেইবোৰ চাওঁ আৰু দুই এখন কিনো। আজি-কালি এইদৰে ভাল দুৰ্লভ কিতাপ নোলায়। এই বৰবজাৰতে মই মিচিজ কাটাৰৰ (অসমীয়া লিখকে কিয় কট্টৰ কট্টৰ কৰে নুবুজোঁ।) অসমীয়া শব্দৰ তালিকাখনো পাইছিলোঁ, পিচে মূৰ্খামি কৰি এঅনা নে দুঅনা পইচাৰ কাৰণে নিকিনিলোঁ। দাম কৰিছিল মাথোন ছঅনা। এইখন এতিয়া এশটকা দিলেও দুৰ্লভ।



মাতৃ সুভদ্ৰা গোস্বামী



পিতৃ সিংহদত্ত দেৱ অধিকাৰী



পত্নী নিৰু গোস্বামীৰ লগত



ওপৰৰ বাঁওফালৰপৰা - মাজু পুত্ৰ ভাস্কৰদত্ত, বৰজীয়ৰী মালবিকা, মাজু জীয়ৰী চন্দনা, সৰু জীয়ৰী মৃণালী — কোলাত বৰ নাতি কৌশিক, সৰু পুত্ৰ বিশাখদত্ত, পত্নীৰ সম্বন্ধীয় ভাই প্ৰাঞ্জল আৰু বৰপুত্ৰ জিযুওদত্ত। সমুখৰ শাৰীত বাঁওহাতে গোস্বামী পৰিয়ালে সৰুতেই তুলি লোৱা ছোৱালী কৌশল্যা বানাই।



ডক্টৰেটৰ ডিপ্লোমা গ্ৰহণৰ সময়ত



প্ৰগতি সমিতি (১৯৩৮ চন)

(থিয় হৈ ওপৰ শাৰী, বাঁওফালৰপৰা) অমিয় শৰ্মা, ভোলা হাজৰিকা, প্ৰফুল্লদত্ত গোস্বামী, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, শৰৎচন্দ্ৰ বৰা, নৰনাৰায়ণ গোস্বামী, সুৰেন্দ্ৰমোহন চৌধুৰী, নবীনচন্দ্ৰ গোস্বামী, উপেন্দ্ৰ চন্দ্ৰ শইকীয়া।

(বহি মাজৰ শাৰী, বাঁওফালৰপৰা) ভবানন্দ দত্ত, মহেশচন্দ্ৰ দেৱগোস্বামী, ৰঘুনাথ চৌধাৰী, অতুলচন্দ্ৰ বৰুৱা, প্ৰভাতচন্দ্ৰ বৰুৱা।

(তলৰ শাৰী বহি, বাঁওফালৰপৰা) ৰমেশচন্দ্ৰ শৰ্মা, দুলাল বৰপূজাৰী, চৈয়দ আব্দুল মালিক, শান্ত চৌধুৰী, হৰিনাথ শৰ্মা, সুৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য।



আমেৰিকাৰ সভা এখনত সভাপতিৰ আসনত



আমেৰিকা যুক্তৰাষ্ট্ৰৰ ফ'কলৰ ইন্সটিটিউটৰ সন্মুখ ('৬৬) ১, ড গোস্বামী, ২. ৰিচাৰ্ড এম., ডৰ্চন আৰু ডাঁন টমছন



গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি গৱেষণা বিভাগৰদ্বাৰা অনুষ্ঠিত ৰাষ্ট্ৰীয় আলোচনাচক্ৰত ইণ্ডিয়ান ফোকলৰ কংগ্ৰেছৰদ্বাৰা গোস্বামীলৈ সম্বৰ্দ্ধনা জ্ঞাপন।



ৰাছিয়া ভ্ৰমণ কালত কিয়েভৰ ভ্লাডিমিৰ পাহাৰৰ ওপৰত। বাঁওফালৰপৰা ক্ৰমে মৈথিলি কবি সুদৰ্শন, লেখক, ডঃ সুমন আৰু ৰুছ গাইড কাজিমিৰভ (১৯৭১)



এইফিল টাৱাৰত ফ্ৰান্স (১৯৫৮)



'শোণিতকোঁৱৰ' গজেন বৰুৱাই আঁকা স্কেচ্ - (১৯৪৪)



লণ্ডনৰ টেমছ্ নদীৰ পাৰত (১৯৫৮)



বিৰিঞ্চিকুমাৰ বৰুৱাৰ লগত

১০৫

মূৰত টৌ তুলি ফণিওৱা চুলি, গাত ওখ কলাৰৰ ইস্ত্রি কৰা কামিজ, কঁকালত ফিলফিলীয়া মিহি ধুতি আৰু ভৰিত চিকচিকাই থকা ক'লা পামশু— এইয়া আমাৰ 'অনন্ত মামা'ৰ এটি সাধাৰণ চিনাকি। মামাৰ ভিনিহিয়েক আছিল জনাজাত শিক্ষাবিদ। তেওঁও খুলশালীয়েকক চম্ভালিব নোৱাৰিলে, অৰ্থাৎ কেইশ্ৰেণীমান পঢ়াৰ পাচতে মামাই স্কুল এৰিলে। ককায়েকৰ লগত মন নিমিলাত বেলেগ হ'ল। পুৰণি বয়বস্তু আৰু মাটি যি অলপ ভাগত পৰিল সি সৰহদিন নিটিকিল। তাৰ পাচত সম্ভৱ ভিনিহিয়েকৰ চাইকেল এখন সৰকাই মামা হ'ল অঘৰী। এনে মানুহক কোনে পোহে? জীৱিকাৰ বিষয়ে চিন্তা কৰিবলৈ বাধ্য হৈ মামা লগ লাগিল কোনোবা ঠিকাদাৰৰ। পিচে যি কোনো কাৰণতে নহওক, মামা কতো লাগি থাকিব নোৱাৰে। মাজে সময়ে পানী এটুপি ধৰে, ক'ৰবাৰ ছোৱালীৰ লগতো কেতিয়াবা লেন-দেন চলে,.এইবিলাক কাৰণতো ধন লাগে। কুলিক দিবলগীয়া পইচা কুলিয়ে নাপায়।

কেতিয়াবা মামা অকস্মাৎ ওলায়হি। ঘৰৰ মানুহ দুই একে বিৰক্তি প্ৰকাশ কৰিলেও তেওঁ সহ্য কৰি থাকে। অৱশ্যে বিৰক্তি প্ৰকাশ কৰিবলৈকেও টান, কিয়নো মামাৰ অভিজ্ঞতা বিবিধ আৰু বহুত, সেইবিলাকৰ বৰ্ণনা শুনিবলৈ সোৱাদ লগা। এনেধৰণৰ লোকেই আত্মজীৱনী লিখা যুগুত। মামায়ো এখন আৰম্ভ কৰিছিল, দুপিঠিমান লিখি আৰু আগ বাঢ়িব নোৱাৰিলে।

কবলৈ গলে অনন্ত মামাৰ জহতে মোৰ নবগ্ৰহ পাহাৰত ঘৰ সজা সম্ভৱ হ'ল (১৯৫২-৫৩)। মাটিখিনি আছিল পৈত্ৰিক। থিয় পাহাৰত মাটি কাটি ঢাপ এটা উলিয়াই খেৰৰ পঁজা এটা সজা হ'ল আৰু তাত থাকিবলৈ দিয়া হ'ল মামাক। মামাৰ অভিজ্ঞতাৰ সহায় লৈহে মই সৰু ঘৰ এটা সজাই সোমাই লব পাৰিলোঁ— ছবছৰ ভাৰা ঘৰত বাস কৰাৰ পাচত। ঘৰ সোমাবৰ দিনা ৰাতিপুৱাই যদি গমাৰি কাঠৰ দুৱাৰ এখন আৰু খিৰিকি দুখন নিৰুদ্দেশ হ'ল বুলি গম পালোঁ, অলপ অসুবিধাৰ

বাহিৰে বিশেষ খং কৰিবৰ কাৰণ নাছিল। নিশ্চয় মামাই মিস্ত্ৰিক কিঞ্চিৎ বঞ্চিত কৰিলে আৰু তাৰ দাঁহতে মিস্ত্ৰিয়ে কাঠখিনি ৰাতি লৈ গ'ল। চুৰ কৰা বস্তু বিচাৰি পায় নে? আমি অলপ খা-খবৰ কৰি একো সুবিধা কৰিব নোৱাৰি থানাত খবৰ দিলোঁ। থানাৰ ভাৰপ্ৰাপ্ত বিষয়া মোৰ পুৰণি যোৰহটীয়া ছাত্ৰজনে অতি নম্ৰভাবে ক'লে, "ছাৰ, আমি যি পাৰোঁ কৰিম। আপুনি মাথোন খা-খবৰ কৰি বস্তুখিনি ক'ত আছে আমাক জনাব। চুৰি মালখিনিৰ খবৰ পালেই আমি লৰি যাম।"

পুলিচবিভাগৰ কাৰ্য্যপ্ৰণালীৰ বিষয়ে অলপ জ্ঞান লাভ কৰি বিষয়টো পাহৰিবলৈ চেষ্টা কৰিলোঁ। অনন্ত মামাক কিছুদিন পোহাৰ বাহিৰে আৰু বিদায় দিবৰ সময়ত কাপোৰ-কানি আৰু জোতা এজোৰ দিয়াৰ উপৰি টকা-পইচা বিশেষ একো দিয়া নাছিলোঁ। মামাই এই বিষয়ে অসন্তুষ্টিও প্ৰকাশ কৰিছিল।

তাহানিখন বৰ্ণিহাটত এখন 'গেইট' আছিল। সেই সময়ত ঘৰি মতে এক এক সময়ত তলৰ গাৰী ওপৰলৈ যায় আৰু ওপৰৰ গাৰী তললৈ আহে। আন সময়ত ৰাস্তা বন্ধ। এবাৰ কিছুদিনৰ কাৰণে এই গেইটৰ তত্ত্বাবধানত আছিল মামা। ৰাতিপুৱা ন বজাৰ লগে লগে তেওঁ গেইট বন্ধ কৰিলে। এনেতে আহি পালে গবৰ্ণৰ ছাৰ লৰি হেমগুৰ মটৰ। লগত আন আন বিষয়াৰ গাৰীও। ন বজাৰ আগতে গেইট বন্ধ কৰিলে; ইমান আস্পৰ্ধা। লাগিল গোলমাল। মামাই কয়, মোৰ গাত কি দোষ? ঘৰি দিছে, মই ঘৰিমতে চলিছোঁ। ঘৰি যদি আগ বাঢ়ি আছে সেই দোষ মোৰ নহয়। শেহত গেইট খুলি দিয়া হ'ল। কথাটো ধেমালি বুলিয়ে লোৱা হ'ল, আৰু মামাৰ কোনেও জগৰ নধৰিলে।

মামাৰ শেহ সময়ৰ কথা ভাবিলে বেজাৰ লাগে। অ'ত ত'ত বাগৰি তেওঁ তুৰা পালেগৈ আৰু শুনামতে, তেওঁৰ তাতেই মৃত্যু হয়। এওঁ মাৰ সম্পৰ্কীয় ভায়েক আছিল, সেই সূত্ৰতে মোৰ মামা।

## ১০৬

মই যেতিয়া কলিকতাত পঢ়োঁ, ১৯৪৪ চন মানৰ কথা, তেতিয়া তাত আৰ্টিষ্টছ্ এছোছিয়েছন নামৰ সংস্থা এটি আছিল। সংস্থাটোৰ সম্পাদক আছিল মাধবচন্দ্ৰ বেজবৰুৱা, সভাপতি কোন আছিল মনত নপৰে। সংস্থাটোৰ কাম কি আছিল সঠিককৈ নাজানিছিলোঁ আৰু এতিয়াও নাজানোঁ, সম্ভব অল ইণ্ডিয়া ৰেডিয়োৰ লগত টনা-আঁজোৰা চলাই থকা— সেই সময়ত ৰেডিয়োই আধাঘণ্টীয়া অসমীয়া কাৰ্য্যসূচী এটি আৰম্ভ কৰিছে। আৰ্টিষ্টছ্ এছোছিয়েছনৰ বছৰেকীয়া অধিবেশনত এবাৰ আমি হাৰ্ডিঞ্জ হোষ্টেলবাসী ছাত্ৰ এমুঠি উপস্থিত আছিলোঁ। আমাৰ মনত অলপ দুৰ্বুদ্ধি খেলালে— আমি থিৰ কৰিলোঁ নতুন কাৰ্য্যনিৰ্বাহক সভ্যৰ নাম প্ৰস্তাৱ কৰিবৰ সময়ত সভাপতি, সচিব আদি পদ আমি হাত কৰি লম; আগৰবিলাক ওফৰাই। কাৰ্য্যতঃ সেইয়ে হ'ল, ভোটৰ জোৰত মোক পতা হ'ল সভাপতি, আন এজন হ'ল সচিব।

বেজবৰুৱাই আমাক বৰ বেয়া পালে। সি যি নহওক, সচিব আৰু মই ভাবিলোঁ যে কলিকতা চহৰত অলপ অসমীয়া আৰ্ট বেকত কৰিব পাৰিলে বেয়া নহয় আৰু আমাৰ নতুন বিষয়ববীয়াৰো মান ৰয়। ভেৰাইটি শ্বো এটা পাতিবৰ উদ্দেশ্যে কি দৰে আমি ৰাভাক তোৱাজ কৰিলোঁ আৰু কিদৰে মূৰকত তেওঁ বাগি দি পলাল সেই বিষয়ে আগেয়ে আভাস দিছোঁ। সেই সময়ৰ অসম চৰকাৰৰ চং পাব্লিছিটি বিভাগৰ ডাইৰেক্টৰ কীৰ্ত্তিনাথ বৰদলৈক দৰ্খাস্ত কৰি আমি এশ টকাৰ অনুদান এটিও পাইছিলোঁ; সেই ধন সাচিবে গিলিলে। মূঠৰ ওপৰত মোৰ শ্ৰদ্ধাৰ পাত্ৰ, বাঁহীৰ সম্পাদক, সমাজসেৱী মাধব বেজবৰুৱাই যদি মোক আৰ্টিষ্টছ্ এছোছিয়েছন প্ৰসঙ্গত বেয়া পাব লগা হ'ল তাৰ কাৰণে মই আপত্তি দৰ্শাব নোৱাৰোঁ।

মাধব বেজবৰুৱাই ১৯৪৫ চনৰ ২৭ মে তাৰিখে টালিগঞ্জৰ পৰা লিখা চিঠি এখন বিচাৰি পাই পুৰণি কথাবিলাক সোঁৱৰণ কৰিছোঁ। তেওঁ লিখিছিল ঃ

"আপোনাৰ চিঠি পালোঁ। আপোনাৰ ওপৰত খং অভিমান ভালদৰেই হৈছিল আৰু এতিয়ালৈকে আছেও— সি সকলো এটা নীতি লৈহে। তেতিয়া যদি সেই নীতিটো আপুনি ধৰি থাকিলহেতেন তেনেহলে আৰ্টিষ্টছ এছোছিয়েছন নমৰিলহেতেন, ৰেডিয়োৰ মানুহো তেতিয়াই সেও হ'লহেতেন। মই মোৰ নীতিত লাগি থকা কাৰণেই এতিয়া ৰেডিয়োৰ মানুহে মোক ৭ মিনিটত ১৫ টকা দিছে— আমাৰ ডিমেগুলৈ আহিল। আপোনাৰ পৰাও তাকে আশা কৰিছিলোঁ— নোপোৱাৰ কাৰণে এজন অসমীয়া ভাই বুলিয়েই খং অভিমান ৰাখি আহিছিলোঁ।

যা হওক সেই খং আৰু অভিমানৰ লগত মোৰ আলোচনীৰ কোনো সম্পৰ্ক নাই। মোৰ আলোচনী বা কাগজ "আপোনালৈ কি মোৰ বিপক্ষে লেখা সকলোলৈকো মুকলি। নিজৰ ব্যক্তিগত ৰুচি অভিৰুচিৰ আগত ৰাজহুৱা স্বাৰ্থ বা সত্যটো প্ৰকাশ কৰাৰ কুমতি যেন মোক কেতিয়াও নিদিয়ে। আপোনাৰ প্ৰবন্ধ পঠাব— অসমৰ বাহিৰত প্ৰকাশ হোৱা প্ৰবন্ধৰাজিৰ বিষয়েও ভু পাওঁ— তাৰ বাবে ধন্যবাদ। .......

মই বোধহয় জুনৰ আগ সপ্তাহতে শ্ৰীযুত বৰদলৈৰ লগত মাজুলীলৈ যাবলৈ বুলি গুৱাহাটী পামগৈ। তেতিয়া লগ পাব পাৰোঁ। ....... "

বেজবৰুৱা সচিব থকাহেতেন সম্ভব ভাল হ'লহেতেন, কিয়নো তেওঁ আছিল কলিকতাৰ বাসিন্দা; ছাত্ৰবিলাক ডেৰ দুবছৰ থাকে, তাৰ পাচত আঁতৰি যায়। বেজবৰুৱাই তাত থকা অসমীয়া লোকখিনিৰ সা-সমস্যাসম্পৰ্কেও সৰহ জানিছিল।

## ১০৭

যি লোক চিন্তাশীল, যি কিতাপ-পত্ৰ লিখে, নাইবা যি ৰাজনৈতিক জীৱন যাপন কৰে, তেওঁৰ চিন্তা বা আদৰ্শসম্পৰ্কে আপুনি অলপ— অচৰপ জানিব পাৰে, কিন্তু ডেৰকুৰি দুকুৰি বছৰ আগেয়ে মানুহজনৰ

চিন্তাৰ ভঙ্গী কেনে আছিল গম পায়নে? পুৰণি চিঠিয়ে কেতিয়াবা এনে মানসিক বুৰঞ্জীৰ আভাস কিছু দিব পাৰে। আমাৰ ৰাজনৈতিক ক্ষেত্ৰৰ এজন জনাজাত লোক শ্ৰীমান প্ৰফুল্ল গোস্বামী। 'শ্ৰীমান' টো তেওঁ জোৰ কৰি নামৰ আগত বহুৱাইছে। কবলৈ গলে, বয়সত বুঢ়া হলেও তেওঁ এতিয়াও তজবজীয়া হৈ আছে, শৰীৰ আৰু মনৰ শ্ৰী তেওঁ হেৰুওৱা নাই।

শ্ৰীমানৰ বিষয়ে লিখিবলৈ মস্কিল— তেওঁ মোৰ এসময়ৰ সহপাঠী, দ্বিতীয়তে তেওঁ মোৰ আত্মীয়, তেওঁৰ গৃহিণী মোৰ মাহীৰ ছোৱালী, তৃতীয়তে তেওঁ মোৰ 'মিতা', যদিও বয়সত তেওঁ মোতকৈ কেইবাবছৰেও ডাঙৰ। ১৯৩৭ চনৰ ২৮ নবেম্বৰ তাৰিখে তেওঁ কটন কলেজৰ ইউনিয়ন চোচাইটিৰ তৰফৰ পৰা জবহৰলালক এখন চমু আৰু সুলিখিত অভিনন্দন দিছিল। সেই সময়ত এনে কাম আছিল সাহৰ পৰিচয়। মিতা প্ৰকৃতিত আবেগপ্ৰবণ; তেওঁৰ কথাকবিতাৰ ভঙ্গীত ৰচিত কিতাপ 'ফিৰিঙতি'ত ব্যক্ত হৈছে সমাজৰ বাধা নিষেধ উফৰাবলৈ উদ্‌গ্ৰীব এক তেজী ব্যক্তিত্ব। ১৯৪২ চনৰ আগষ্ট মাহত তেওঁ নগাওঁ জেলৰ পৰা মোলৈ লিখিছিল এইদৰে ঃ

> আজিহে বহুদিনৰ পিচত তোমালৈ লিখিব পাৰিলোঁ। তোমাৰ এখন এখনকৈ দুখন চিঠি পাইছোঁ। তোমাৰ চিঠিত পাওঁ উচ্চ সাহিত্য, গভীৰ ভাব আৰু দৈনন্দিন সাধাৰণ ঘটনাৰ তোমাৰ অনুভূতিবোৰৰ প্ৰাণখোলা বৰ্ণনা। ... তোমাৰ অন্তৰখনৰ লগত যেন মোৰ অন্তৰৰ এটা মিল আছে, যদিও তুমি বাহিৰত বেলেগ জীৱনধাৰা চলাইছা। তোমাৰ মোৰ প্ৰতি প্ৰকাশ কৰা প্ৰীতি, সহানুভূতি আৰু প্ৰশংসাই মোক অনুপ্ৰেৰণা দি সুখী কৰে। এই কাৰাগাৰত থাকাত আগৰ তথাকথিত বহুত বন্ধু হেৰুৱালোঁ, এনে সময়তো তোমাৰ বন্ধুত্ব দিনে দিনে বাঢ়ি যোৱাত সঁচাকৈয়ে মই গৌৰৱ অনুভৱ কৰিছোঁ তোমাক পাই।
>
> .... বিনয় ঘোষৰ কিতাপ ভাল, তেওঁ আমাৰ মতাবলম্বী কমৰেড।

তেওঁৰ সেই কিতাপখন কিনি ভাল কৰিছা। তেওঁৰ আৰু দুখন ভাল কিতাপ আছে— 'সংস্কৃতি, সভ্যতা ও প্রগতি' আৰু 'ফেচিজিম ও জনযুদ্ধ'। তুমি উল্লেখ কৰা মালিকৰ গল্পটো বাঁহীত (এজনক খুজি বহুত চেষ্টা কৰি বাঁহী পাইছিলোঁ) পঢ়িলোঁ। তেওঁৰ লিখাবোৰ মইও তেওঁৰ লগত পৰিচয় হোৱাৰ আগতে ভাল পাইছিলোঁ, কিন্তু তেওঁ মানুহজন উল্টা।....

ও তোমাৰ ৰোমাণ্টিক বিয়া পামিষ্ট্রিমতে আছে! বাস্তবত হলে মই আনন্দ পাম। সকলোবিধ বিয়াৰ ভিতৰত ৰোমাণ্টিক বা প্রেমমূলক বিয়া শ্রেষ্ঠ। বাৰ্ট্ৰেণ্ড ৰাছেলৰ 'মেৰিজ এণ্ড মোৰেলজ' কিতাপখন পঢ়া নাই যদি পঢ়িবা, তাত ৰোমাণ্টিক বিয়া সম্বন্ধেও এটা অধ্যায় আছে। আমাৰ হিন্দু পৰম্পৰাগত বিয়াত (য'ত বাল্যবিবাহ আছে আৰু ডাইভোৰ্চ নাই) মোৰ বৰ বেয়া লাগে, কিন্তু মই নিজে অশেষ চেষ্টা কৰিও পাত্রীৰ অভাৱত মোৰ মনৰ মতে বিয়া কৰাব নোৱাৰিলোঁ। অৱশ্যে এতিয়া মোৰ ঘৈণী মোৰ কমৰেড প্ৰায় ৮০ ভাগ হৈছে মোৰ লগত আদান-প্রদান কৰি আৰু মই সুখীও; কিন্তু মোৰ ঘৈণী এনে নহবৰ ইচ্ছা কৰিলেও ডাইভোৰ্চ নাই গতিকে এইটো কেবল আমাৰ পৰম্পৰাগত প্রেম, গতিকে ৰোমাণ্টিক প্রেমৰ নিচিনা মাধুৰ্য্য নাই। ডাইভোৰ্চৰ বাট থাকাতো যদি আমাৰ স্বামী স্ত্রীৰ প্রেম হ'লহেতেন সেইটোহে ভাল প্রেম।....

মোৰ খবৰ বেছি নাই। জেলত কোনো সামাজিক জীৱন নাই যাক প্রকৃত সামাজিক জীৱন বুলিব পাৰি। বৰ্ত্তমানে মই খুব পঢ়িছোঁ। লিখিবৰ মন আছে; আবেগপ্রৱণবোৰ লিখিবৰ ইচ্ছা নহয়, আৰু হিয়াত বৰ জোৰ পৰে জেলৰ জীৱনত সেইবোৰ চৰ্চ্চা কৰিলে। তবে ৰাজনৈতিক কিতাপ লিখিবলৈ সমল গোটাই টোকা কৰিছোঁ। বৰ্ত্তমানে বাৰ্নাৰ্ড শ্বৰ ৰচনা পঢ়িছোঁ, প্রথম ভলিউম শেহ হ'ল, দ্বিতীয় ভলিউম আৰম্ভ কৰিম। টলষ্টয়ৰ 'ৱাৰ এণ্ড

পীচ'খন আনিছোঁ কিন্তু কিতাপখনৰ আখৰবোৰ বৰ সৰু, মোৰ চকুত বৰ টান পৰে। আৰু নানা তৰহৰ কিতাপ পঢ়োঁ। তোমাৰ ভনীয়েৰা খিলঙলৈ আহা নাইনে কি? উষালৈ চিঠি বা উত্তৰ দি থাকিবা। মৰম লবা।"

উষা শ্ৰীমানৰ ঘৈণী, মোৰো ভনী। শ্ৰীমানৰ আগবয়সৰ প্ৰেমৰ ব্যাখ্যা এওঁ বা এতিয়া কেনে পায়? উষাও অসাধাৰণ ছোৱালী— অতি ধীৰ স্থিৰ। ঘৰুৱা দায়িত্বৰ লগত সাঙোৰ খাই থাকিবলৈ শ্ৰীমানে টান পায়, তেওঁ ঘৰত নাথাকেই। ল'ৰা-ছোৱালীৰ বেমাৰ-আজাৰ, অভাব-অভিযোগ, আন অসুবিধা— সকলোৰে মাজত মুখেৰে অশান্তি প্ৰকাশ নকৰাকৈ নাইবা কেপকেপ নকৰাকৈ উষা চলি গৈছে, গহীন, প্ৰশান্ত, চকুত মৃদু হাঁহিৰে। ৰোমাণ্টিক প্ৰেমৰ আকৰ্ষণত ওচৰ চপা ছোৱালী চাগৈ এইদৰে ঘৰ চলাবলৈ ৰাজী নহলহেতেন। এইখিনিতে যোগ কৰা যুগুত যে শ্ৰীমান জেলবাসী হৈছিল ১৯৪২ চনৰ ৯ আগষ্টৰ আগতে, ১৯৪১ চনৰ জানুৱাৰী মাহৰ পৰা— "সত্যাগ্ৰহৰ আগতে আজি তোমালৈ চিঠি লিখিলোঁ।...... তুমি আমাৰ প্ৰগ্ৰেচিভ ইউনিয়নত যোগ দিবা আৰু সংস্কৃতিমূলক কাম কৰিয়ে আমাক সহায় কৰিবা।"

## ১০৮

একালৰ 'বিহলঙনি'ৰ সম্পাদক প্ৰিঞ্চিপেল মহেশচন্দ্ৰ দেৱ গোস্বামী মোৰ সহপাঠী বন্ধু। পোন্ধৰ বছৰমান আগেয়ে মহেশে এবাৰ মোলৈ লিখিছিল— "আজি দুদিনমান তুমি ঢুকুৱা বুলি খবৰ এটা কেবাঠাইতো পঢ়ি পঢ়ি বৰ দুখ লাগিল। খবৰটো বাতৰি কাকতত নাই— আছে ল'ৰাৰ পৰীক্ষাৰ বহীৰ পাতত। ল'ৰাইঁতেনো বাৰু তোমাৰ কিতাপ পঢ়িলে বুলি তোমাক একেবাৰে 'স্বৰ্গীয়' কৰি পেলাব পায়নে? গতিকে খবৰটো তোমাক জনাই থলোঁ। আগলৈ কেতিয়াও টেক্সটবুক নিলিখিবা— বিশ্বাস নাই— কেতিয়া কোনে মাৰি থয়।" মই টেক্সটবুক লিখা নাছিলোঁ, আন কিতাপৰ কথাহে ছাত্ৰই উল্লেখ কৰিছিল।

## ১০৯

চিঠি সম্পৰ্কত বিৰিঞ্চিকুমাৰ বৰুৱাই এবেলি মন্তব্য কৰিছিল চিঠি এখনৰ জৰিয়তেই। চিঠিখনৰ সকলো কথা প্ৰকাশ কৰা প্ৰয়োজন নাই। সেই সময়ত তেওঁৰ মনৰ অৱস্থা ভাল নহয়, কিন্তু আমাৰ দুয়োৰে চিন্তাৰ লক্ষ্য এচাম একাডেমি অনুষ্ঠান গঢ়ি তোলা আৰু মই সম্পাদন কৰা 'এচাম কোৱৰ্টাৰ্লি' আলোচনীখন জীয়াই ৰখা। সেই সময়ত মই কিছুদিনৰ কাৰণে আছিলোঁ মধ্যপ্ৰদেশৰ পাঁচমাঢ়ীত, পৰ্বতৰ ওপৰত। ডঃ বৰুৱাই লিখিছিল ঃ

> তোমাৰ চিঠি পাই ভাল লাগিল। আজি কালি যি বোৰ চিঠি পাওঁ— বিজনেছ সম্বন্ধীয়। আত্মীয়স্বজনৰ পৰা (অহা) চিঠিতো নানা অনুৰোধ আৰু অনুকম্পাৰ হে (?)। হয়তো আমি স্বামী স্ত্ৰী দূৰে দূৰে থকাহেতেন অতি আত্মীয়তাৰ চিঠি পালোঁহেতেন।
>
> × × × × × × × × × × × × ×
>
> তুমি দূৰৈত আছা দেখিয়েই মনৰ কথা খোলাখুলিকৈ লিখিব পাৰিলোঁ। ওচৰে বহু সময়ত জড়তা আৰু বান্ধোন আনে। বহু সময়ত মুখেৰে কোৱাতকৈ লিখিবলৈ সহজ হয়— যদি মূডটো আহে। এই মূডটো মোৰ আজিকালি নোহোৱা হৈছে।
>
> নিজৰ কথাই বহুত লিখিলোঁ— নিজৰ প্ৰগল্‌ভতাৰ কাৰণে নহয়। আঁতৰত থাকি দীঘল চিঠি পঢ়িবলৈ ভাল পাবা বুলি।
>
> তোমাৰ চিঠি পাই মোৰ কি হ'ল— জানা? চিঠিখন মই পোৱা মাত্ৰকে নুখুলিলোঁ; দুঘণ্টামানৰ পিছতহে খুলিলোঁ। ভয় হ'ল, তুমি বা কি লিখিছা। পিচে পঢ়ি ভাল লাগিল। তাৰে ফলত পুৱাই উঠি এই চিঠি লিখিলোঁ।

ডঃ বৰুৱাই ১৯২৭ চনত 'আসাম-হিতৈষী'ত বাখৰ বৰাৰ গীতৰ ওপৰত ৰচনা এখন লিখিছিল যদিও জনকৃষ্টিলৈ তেওঁৰ দৃষ্টি আকৰ্ষণ কৰিছিলোঁ মই। তেওঁ যেতিয়া বিলাতলৈ যায় তেতিয়া তেওঁক লণ্ডনৰ ফোকলোৰ ছোছাইটিৰ ঠিকনাত খবৰ কৰিবলৈ অনুৰোধ কৰিছিলোঁ।

তেওঁ জনাইছিল ঃ "Folklore Societyৰ ঠিকনা C/o William Glaisher Ltd., 265 High Holborn, W.C.I, London। 'Folk-lore' অৰ পুৰণি bound volumes কিছুমান যোৱা যুদ্ধত air-raid ত নষ্ট হ'ল। এতিয়াও কিছুমান কিনিবলৈ পোৱা যায়। কলেজ লাইব্ৰেৰিৰ পৰা নিয়াৰ ব্যৱস্থা কৰিলে— মই এখন তালিকা কৰি পঠাব পাৰোঁ।" (২৪-৩-৪৬) এই বিষয়ত আগ্ৰহ ওপজাত তেওঁ পিচত আয়াৰ্লেণ্ড, চুইডেন আদি দেশতো ভুমুকি মাৰে আৰু তাৰ দুই-চাৰি পণ্ডিতৰ লগত চা-চিনাকি হয়। উভতি আহোঁতে ইয়াত পাবলৈ টান কিছু কিতাপ তেওঁ লৈ আহিছিল আৰু এইবিলাক মোৰ গবেষণাৰ সহায়ক হৈছিল।

## ১১০

এই কিতাপখনত কেইবাজনো মানুহৰ চিঠি সোমাইছে; আৰু এজন মানুহৰ পৰা পোৱা চিঠি এখন সংযোগ কৰোঁ। কলিকতাত পঢ়া কালত, ১৯৪৪ চনত, মই বাস কৰা হাৰ্ডিঞ্জ ল হোষ্টেলৰ পৰা আমি ৰচনা-সংগ্ৰহ এটি উলিয়াইছিলোঁ। তাৰ ভাষা আছিল ইংৰাজী, বঙলা আৰু অসমীয়া। মই লিখিছিলোঁ এটি গল্প আৰু অম্বিকাগিৰীৰ কবিতাৰ ওপৰত এটি ইংৰাজী প্ৰবন্ধ। গল্পটো পিচত মোৰ উপন্যাস 'কেঁচা পাতৰ কঁপনি'ত জাহ গৈছে।

আলোচনীৰ কপি এটা পঠিয়াইছিলোঁ অম্বিকাগিৰীলৈ। বুঢ়াই প্ৰবন্ধটো— যদিও চমু আৰু বিশেষ উল্লেখযোগ্য নহয়— পাই ৰং পাইছিল আৰু মোক জনাইছিল এইদৰে ঃ

> প্ৰফুল্ল বোপা, মোৰ মনত মই সদায় এইটো আঘাতৰেই খুন্দা লৈ কাম কৰি চলিছোঁ, যে মোক প্ৰকৃতভাৱে বুজিবলৈ কোনোৱে ইচ্ছা বা চেষ্টা কৰা নাই। হয়তো মই দেশবাসীৰ ওচৰত তেনে ইচ্ছা বা চেষ্টা আশা কৰিবৰ লায়ক বস্তু নহবও পাৰোঁ। কিন্তু মোৰ গত ৪০ বছৰীয়া ৰাজহুৱা কৰ্ম্মক্ষেত্ৰত মই যি ভাবে চলি আহিছোঁ, দেশবাসীৰ মনোযোগ আকৰ্ষণ কৰিব নোৱাৰাৰ স্থলতো কৰ্ম্মধাৰা স্তম্ভিত হবলৈ নিদি, তেনেভাবে মই নিজক কোনো এক মুহূৰ্ত্ততো ভাবি লব পৰা নাই। কোনোৱে

মোৰ ফালে কাণ পতা নাই বাবেই যে মই মোৰ গান-গীত গাবলৈ এৰি দিয়া নিৰুৎসাহ এটা মনলৈ আনিছোঁ, নাইবা মোৰ গন্তব্য পথত মই কেতিয়াবা থমক খাইছোঁ, তেনে ঘটা নাই। কিন্তু তথাপি যেতিয়া ভাবো যে মই অসাৰ আবৰ্জনাৰেই কিবা এখন সাজি তুলিব খুজিছোঁ নে কি? মই মোৰ আদৰ্শ-সৌধৰ স্তম্ভটো গঢ়ি তুলিবলৈকে যি মাল-মছলাৰ আশ্ৰয় লৈছোঁ, বা য'ত থিয় দি মই মোৰ আদৰ্শ সংগঠনৰ কল্পনা কৰি চলিছোঁ, তাৰ কোনোটোতে তাৰ সত্যৰ একো সাৰ পদাৰ্থ নাই নে কি? এইখিনি সন্দেহৰ ছায়াই মন আচ্ছন্ন কৰি তুলিব খোজে। কিন্তু মই কোনোমতে তাক মনত সোমাই ৰহিব দিয়া নাই। মোৰ বিশ্বাস, মই সঁচাকেই আশ্ৰয় কৰিছোঁ, সঁচা মাল-মছলাৰেই মই সন্ধান দিছোঁ। এই বিশ্বাসৰ বলতেই, নিৰাশাৰ ধাৰাসাৰ অপমান বহন কৰিও আজিলৈকে চলি আছোঁ। সেইবাবেই মই তোমাৰ ওচৰত কৃতজ্ঞ, যে অন্ততঃ তুমি মোক বুজিবলৈ চেষ্টা কৰিছা আৰু দেশবাসীকো তাৰ আভাস দিছা। মোৰ অন্যতম শুভাকাঙ্ক্ষী ডেকা বন্ধু শ্ৰীমান হলিৰাম ডেকাইও *। মোক কিছু বুজিবলৈ ইচ্ছা কৰি মোৰ কৃতজ্ঞতা আকৰ্ষণ কৰিছে। মোক বুজাটোত মোৰ নিজস্ব অভিমানৰ আভাস তিলমানো মই আকাঙ্ক্ষা নকৰোঁ। কিন্তু মই যি বস্তুটো বুকত সাৱটি লৈ গোটেইটো জীৱন কটালোঁ, সেই বস্তুটো বুজাটোত হে মোৰ ঘাই সাৰ্থকতা। ....

অম্বিকাগিৰীৰ ভাষা, সি জঁট লগা ৰচীৰ দৰে, কিন্তু অৰ্থ বা ভাবে ৰচী অনুসৰণ কৰি গাঁথি পাক পাৰ হৈ সিটো মূৰ ওলায়গৈ! এইধৰণৰ চিঠিৰ জীৱনীমূলক মূল্য কম নহয়।

অম্বিকাগিৰীৰ বিষয়ে অলপ বহলাই লিখিছিলোঁ তেওঁৰ মৃত্যুৰ পাচত।

---

* ডেকাই নিজৰ নামটোত দীৰ্ঘ ঈকাৰ দিছিল; সংস্কৃত ব্যাকৰণমতে হ্ৰস্ব ইকাৰ। অসমীয়া মানুহে এনে নামবিলাকত সচৰাচৰ দীৰ্ঘ ঈকাৰ দিয়ে, যেনে কালীৰাম।

১১১

অকালতে স্বৰ্গী হোৱা ইংৰাজ পণ্ডিত জন এডিংটন ছিমণ্ডজে মন্তব্য কৰিছিল ঃ "মোৰ শৰীৰৰ শক্তি যিমানেই কমিছে আৰু দিন টুটি আহিছে সিমানেই মোৰ জীৱন আৰু তীব্ৰভাবে জ্বলিছে। মই যি গতিত অনুভৱৰ ওপৰত নিৰ্ভৰ কৰিবলৈ ধৰিছোঁ তাৰ বিপৰীতে যি গতিত মোৰ সত্তা ধ্বংসলৈ জহি গৈছে ভাবিলে ভয়য়ে লাগে।"

ঔপন্যাসিক মাৰ্ক ৰাডাৰফোৰ্ডে ঘৰুৱা অশান্তি আৰু কলাৰ সৃষ্টি প্ৰসঙ্গত কৈছিল— "মই যেতিয়া আছিলোঁ ডেৰকুৰি বছৰীয়া তেতিয়া তোমাক ঘৈণীৰূপে পোৱাহেতেন ৰাইজক মোৰ পৰা এটাও শব্দ শুনিবলৈ নিদিলোঁহেতেন।"

অৰ্থাৎ শাৰীৰিক নাইবা মানসিক অশান্তিৰ পৰা অব্যাহতি লভিবলৈ মানুহে কলম হাতত তুলি লয়?

১১২

মহাভাৰতৰ অনুশাসন পৰ্বত নীতিমূলক কথা বহুতো পায়। এঠাইত আছে ঃ সকলো সঞ্চিত বস্তুৰেই শেষ আছে; সকলো উত্থানৰে আছে পতন; মিলন শেহ হয় বিয়োগত; আৰু জীৱন শেহ হয় মৃত্যুত। —নৈৰাশ্যবাদী?

সুখ সম্বন্ধে এটি মজাৰ উক্তি আছে— সুখমেকান্ততো নাস্তি শক্ৰস্যাপি ত্ৰিবিষ্টপে।— "আত্যন্তিক সুখ" অৰ্থাৎ পৰম আৰু স্থায়ী সুখ স্বৰ্গত থকা ইন্দ্ৰৰ কাৰণেও অলভ্য।

১১৩

মমিন যেতিয়া কটন কলেজৰ ইংৰাজীৰ লেকচাৰাৰ হৈ গুৱাহাটীলৈ আহে, তেতিয়া মই বি-এ পঢ়ি আছোঁ। সেই সময়ত তেওঁ গাখীৰ, চাহ, চিগাৰেট, মাছ, মাংস একোকে নাখায়। পিচত অৱশ্যে মদৰ বাহিৰে আন বস্তু খাবলৈ অভ্যাস কৰিছিল। অনভিজ্ঞ লাজকুৰীয়া মানুহজনৰ

আচৰণৰ কিছু সলনি হৈছিল তেওঁৰ হিতকাৰী বন্ধু শ্ৰীপূৰ্ণচন্দ্ৰ ভৰালীৰ সঙ্গত পৰি। ভৰালীক তেওঁৰ দেউতাকে অভিভাৱক পাতি থৈ গৈছিল। হাৰ্বাৰ্ড ডেনিছন মমিন আছিল গাৰো আৰু খৃষ্টান। মদ নোখোৱা গাৰো, স্বাস্থ্যও আছিল সেইনিচিনা— গাত মঙহ নোহোৱা। তাৰ উপৰি কলিকতাৰ স্কটিছ চ্চাৰ্চ্চ কলেজৰ পৰা পাছ কৰি অহা মানুহজনৰ ইংৰাজী উচ্চাৰণ গুৱাহাটীয়া ছাত্ৰই বুজিবলৈ টান পাইছিল; মাতটোও আছিল সৰু। মুঠৰ ওপৰত শিক্ষক হিচাবে তেওঁ প্ৰথম ডোখৰত ছাত্ৰৰ পৰা কিছু দিগ পাইছিল, ইমানকি, এবেলি তেওঁ চাকৰিও ইস্তফা দিছিল।

সৎ, সাধু, কোমল মনৰ মানুহজনৰ কাৰণে সংসাৰখন আছিল অযোগ্য। জাপানীয়ে ব্ৰহ্মদেশ অধিকাৰ কৰিবৰ লগে লগে ভগনীয়া আহিবলৈ ধৰিলে হৌহৌৱাই; ভগনীয়াৰ তদাৰক আৰু আলপৈচানৰ কাৰণে লগা হ'ল ভলাণ্টিয়াৰ বা স্বেচ্ছাসেৱক। মমিনে যাম বুলি কাগজত চহী দিলে আৰু মূৰামূৰি সময়ত আন সহ-কৰ্ম্মীৰ দৰে বাগি নিদি গুচি গ'লগৈ। স্বাস্থ্য আগৰ পৰাই ভাল নাছিল, খোৱাবোৱাতো ৰুচি নাই, খাটিলে অতিকৈ; মুঠৰ ওপৰত বেমাৰত পৰিল আৰু পিচত চিকিৎসা বিভ্ৰাটত পৰি সংসাৰৰ পৰা মেলানি ললে। কলেজ এৰি যাবৰ সময়ত দেউতাকে নিজ সন্তানৰ ভৰিত পৰি কাবৌ কৰিছিল— আন যেতিয়া নাযায়, তই কিয় যাব লাগে বুলি। মমিনে উত্তৰ দিছিল, মই আনৰ কথা নাজানো, কিন্তু এবেলি কথা দি মই যদি এতিয়া নাযাওঁ, তেতিয়া হলে মই আৰু নিজক শ্ৰদ্ধা কৰিব নোৱাৰিম।

মোৰ ঘৰৰ ওচৰতে ঘৰ ভাৰা লৈ থকা সত্ত্বেও মই মানুহজনৰ সৰহ ওচৰ চাপিবলৈ সুযোগ নাপালোঁ, কিয়নো বি.এ পাছ কৰাৰ এবছৰমান পাচতে মই শ্বিলঙলৈ গুচি গলোঁ। সেই সময়ত ময়ো অনভিজ্ঞ। মনত পৰে এদিন মমিনে মোক চাহ যাচিছে, অৱশ্যে মেজত চাহ দুকাপ, কিন্তু বিস্কুটৰ থালখন থৈছে মোৰ সমুখত। মই আপত্তি কৰি কলোঁ, ইমান বিস্কুট মোক নালাগে। সেইয়া যে আমাৰ দুয়োজনৰে এনে ভাব ওপজা নাছিল। মমিনে অসমীয়া শিকিবলৈ আৰম্ভ কৰিবৰ সময়ত হেমচন্দ্ৰ বৰুৱাৰ অসমীয়া ব্যাকৰণখন মোৰ পৰা লৈছিল। এই

মানুহজনৰ বিষয়ে সবহ জানিবলৈ সুযোগ পাওঁ তেওঁ স্বৰ্গী হোৱাৰ পিচতহে।

মমিন আছিল কবি আৰু চিত্ৰকৰ। তেওঁৰ দুই এটি ইংৰাজী কবিতা 'কটনিয়ান'ত ওলাইছিলনে কি। গাৰো ভাষাতো তেওঁৰ প্ৰবন্ধ ওলাইছিল। তেওঁ বেহেলা বজাবলৈ শিকিছিলহে কিন্তু ছবি আঁকাত আছিল পাকৈত। দুৰ্ভাগ্যৰ বিষয় তেওঁৰ মৃত্যুৰ পিচত তেওঁ আঁকা কেনভাছবিলাক তুৰালৈ পঠিয়াই দিয়া হ'ল আৰু সেইবিলাক তাতেই নষ্ট হ'ল। মমিনে বিলাতৰ অনুষ্ঠান এটিৰ কলিকতীয়া শাখাৰ নিৰ্দেশত ছবি আকিবলৈ শিকি ১৯৩৩ চনত এক পৰীক্ষা পাছ কৰে। এই পৰীক্ষাত তেওঁ আঠখন প্ৰশ্নৰ প্ৰত্যেকখনতে 'অনাৰ্ছ' নম্বৰ পায়। এই পৰীক্ষাত তেওঁ ক্ৰেয়নেৰে কেইটিমান ফল আৰু থাল এখনৰ যি ছবি আঁকিছিল সেই ছবিখন গুৱাহাটীত এতিয়াও আছে। ক্ৰেয়নেৰে আঁকা এনে মিহি কাম মই কম দেখিছোঁ। ওচৰৰ পৰা নাচালে সেইখন যে ক্ৰেয়নৰ বা চকৰ কাম এনে ধাৰণাই নহয়। মমিনে এখন ডাঙৰ কেনভাছত আঁকিছিল শিৱসাগৰৰ পুখুৰী আৰু দ'ল— ভৱালীৰ দিহামতে মন্দিৰৰ গাত লাগি থকা টিনৰ ঘৰৰ ঠাইত দিছিল পুৰণি ভঙ্গীৰ ইটাৰ ঘৰ। এইবিলাক এতিয়া ক'ত পোৱা যাব!

## ১১৪

অনুভবৰ তীব্ৰতা আৰু গীতিধৰ্মিতা গুণত অষ্টম শতিকাৰ চীনা কবি লি-পোৰ যথেষ্ট খ্যাতি। তেওঁৰ ৰচনা এডোখৰত ফুটি ওলাইছে জীৱনৰ চেপাত লাভ কৰা অসন্তোষৰ আভাস ঃ

প্ৰভু, তুমি আমাক সৰহকৈ সুৰা যাচিছা, কিন্তু বাটিবিলাক নভৰাবা। মোক বেজাৰৰ গানটো গাই লবলৈ দিয়া।...

প্ৰভু, তোমাৰ আছে কাৰেং প্ৰাসাদ, অজয়ী যোদ্ধা, সুগন্ধি সুৰা— আৰু মোৰ আছে মাথোন এই সুন্দৰ বীণ যি গায় তিতা অভিজ্ঞতাৰ গীত সেই পৰত যি পৰত পাহিবোৰ সৰিবলৈ দিয়ে টিউলিপ ফুলে।

জীৱনত আমাৰ এটি মাথোন নিশ্চয়তা — মৰণ। যি মুখত আমি চুমা দিওঁ সেই মুখো এদিন ভৰাব ভেকুৰে (কবৰত), আৰু এই বীণ যি মোৰ আঙুলিৰ তলত শিহৰি উঠে সি হ'বগৈ কুকুৰা বহা আসন।...

এতিয়া প্ৰভু, দিয়া ভৰাই আমাৰ বাটি — পি পেলাওঁ একে হোপাতে।

লি-পোৰ আছিল সুৰাৰ প্ৰতি দুৰ্বলতা। প্ৰবাদমতে, এদিন ৰাতি নাও এখনত তেওঁ সুৰাপান কৰি থৰকবৰককৈ জোনৰ ফালে চাই কবিতা গাই আছিল, এনেতে চকুত পৰিল সমুখৰ নৈত জিলিকি থকা জোনৰ ছবি, তেওঁ ধৰিবলৈ হাত মেলোঁতেই জপংকৈ পানীত পৰিল আৰু তেনেকৈয়ে প্ৰাণ হেৰুৱালে।

১১৫

১৯৩৮-৩৯ চনত যেতিয়া ইংৰাজী সাহিত্যত অনাৰ্ছ পঢ়োঁ তেতিয়া আমাৰ পাৰ্গত অধ্যাপক থাকিলেও তেওঁলোকে আমাক সমসাময়িক ইংৰাজী সাহিত্যসম্পৰ্কে সচেতন কৰিবলৈ যত্ন কৰা নাছিল। সাহিত্যৰ বুৰঞ্জী যি এখন আমাৰ পাঠ্য আছিল সেইখনো (লেগুইৰ সৰু কিতাপখন) ১৯৩৪ চনৰ আগতে ৰচিত। মই এইটো বিষয় বহলাই অধ্যয়ন কৰিছিলোঁ যদিও টি. এছ. এলয়ট নাইবা জেইমজ জইছৰ সাহিত্যকৃতিৰ সাৰ্থকতা আৰু প্ৰভাবসম্পৰ্কে একো ধাৰণাই কৰিব পৰা নাছিলোঁ— এনে ধাৰণা আমাৰ পৰীক্ষাৰ কাৰণে দৰ্কাৰীও নাছিল। এম-এ পঢ়িবৰ সময়তো এই দুজন লিখকসম্পৰ্কে বিশেষ চৰ্চা নহ'ল।

আধুনিক উপন্যাসৰ ধাৰাত জইছৰ আৰ্হিৰ প্ৰতিপত্তি কম নহয়। এওঁ জনপ্ৰিয় কৰা চেতনাৰ প্ৰবাহ কৌশল (১৯২২) ওপৰে ওপৰে চালে এক আহুকাল। এই কৌশলে উপন্যাসৰ সাধাৰণ গতানুগতিক প্লট বা কাহিনীৰ গাঁথনি দুৰ্বল কৰিলে; কাহিনীৰ ক্ৰম ব্যাহত কৰিলে স্মৰণ, মনৰ তলিত চলি থকা লাগ-বান্ধ নথকা চেতনাৰ গতি, আনুষঙ্গিক কথা, মানস চিত্ৰ, ইত্যাদি দেখাত অবান্তৰ বস্তুৱে। আগৰ দৰে 'চুচিকটা'

আখ্যান পাবলৈ টান হ'ল। মনোবিজ্ঞানৰ পৰোক্ষ প্ৰভাৱত লিখকে নজৰ দিলে মানসিক প্ৰতিক্ৰিয়াত।

এই ধৰণৰ ৰচনাৰ আৰ্হি আমাৰ ভাষাত সোমালনে? ১৯৪০ চনত 'সুৰভি'ত মোৰ 'পৰশ পাথৰ' নামৰ গল্প এটি ওলাইছিল। গল্পটো অপৈনত বুলি তাক মোৰ 'নিতে নব ৰূপ তাৰ' সংগ্ৰহত ঠাই দিয়া নাছিলোঁ। গল্পটোৰ বিষয়ো এই বয়সত অলপ টুলুঙা পাইছোঁ— যৌনক্ষুধা। পিচে লক্ষ্য কৰিছোঁ গল্পটো নিৰ্ভৰ কৰিছে নায়কৰ মানসিক ক্ৰিয়াত, ঠায়ে ঠায়ে চেতনাৰ প্ৰবাহ সুস্পষ্ট, বিশেষকৈ স্বগতোক্তিত (এই স্বগতোক্তি ঠিক ইনটিয়াৰিয়ৰ মনোলগও নহয়)। অকণমান চানেকি দিবলৈ হলে ঃ "সময় আৰু অৱস্থাৰ জ্ঞান তেতিয়া তাৰ নাই। কিহবাৰ আবেশত সি বিভ্ৰান্ত। নিজকে নিজে পাহৰি সি কৈ যাবলৈ ধৰিলে, কেতিয়াবা হাঁহি— আঃ সৌ সৰোবৰটো কি বঢ়িয়া দেখি ইয়াৰ পৰা! এইডোখৰ ঠাইৰ দৃশ্য এনে মনোমোহা... কেইজোপামান.... সেই ল'ৰাজন এনে আহাম্মখ, সিনো বাৰু সেই হাত মেলি থকা যীশু খৃষ্টৰ মূৰ্ত্তিটোও দেখা নাইনে? মূৰ্ত্তিটো ক'লা পৰিছে, পৰিষ্কাৰ কৰিলে.... মোৰ সেই কিতাপখন ভাল নালাগিল কিয়? প্ৰেমৰ তীব্ৰতা তাত হেনো সুন্দৰকৈ চিত্ৰিত হৈছে। ভাবৰ ঘাত-প্ৰতিঘাত .... এই প্ৰেম .... প্ৰেমনো আকৌ .... সৌখন কাৰ মটৰ? বোধহয় .... বো-ধ-ক-ৰোঁ.... বাৰু তেনেকুৱা ঘৰ এটা কৰিলে কেনে হব? ...."

কিছুমান ভাব আৰ্হি বতাহত উৰে আৰু আমাৰ অজ্ঞাতসাৰেই নিজৰ সম্পত্তি হৈ পৰে। মোৰ 'শেষ ক'ত', আৰু তাতকৈও, 'কেঁচা পাতৰ কঁপনি'ত চেতনাৰ প্ৰবাহে ওলট পালট কৰি দিয়া আৰ্হিৰ প্ৰভাৱ কিছু পৰিছে। এই উপন্যাস দুখনৰ ভঙ্গী গতানুগতিক পাঠকে পচন্দ কৰিবলৈ টান পায়। এনে কিতাপত সাধাৰণ অৰ্থৰ প্লট নাথাকে, মনৰ বুৰঞ্জী থাকে।

## ১১৬

এবাৰ বিশ্ববিদ্যালয়ে ডঃ ভবেন শইকীয়া আৰু মোক পঠিয়ালে মধ্য প্ৰদেশৰ পাচমাঢ়ীলৈ; তাত এটা এমহীয়া নাট্য-প্ৰশিক্ষণ চলিব,

তাত যোগ দিবৰ অৰ্থে। পাচমাঢ়ী পৰ্বতীয়া স্বাস্থ্যকৰ ঠাই, জনসংখ্যা কম, তাৰ উপৰি তাত বোলে ক'ৰবাৰ গুহাত প্ৰাগঐতিহাসিক চিত্ৰও আছে। আমাক ৰখা ঘৰটো চহৰৰ পৰা ডেৰমাইলমান আঁতৰত। নিৰ্জন ঠাই।

প্ৰশিক্ষণৰ ডাইৰেক্টৰ হবিব টনবিৰ অভিজ্ঞ লোক। তেওঁ যেতিয়া বিভিন্ন অৱস্থাত জন্তু নাইবা মানুহে কেনে ধৰণৰ প্ৰতিক্ৰিয়া দেখুৱায় তাৰ পৰীক্ষা বিচাৰিলে, ছাত্ৰসকলৰ এমুঠিমানেহে দক্ষতা দেখুৱাবলৈ সমৰ্থ হ'ল। অলায়কসকলৰ মাজত উল্লেখযোগ্য এজন আছিলোঁ মই। নাটকৰ কথা মই নজনা নহয়, কলিকতা বিশ্ববিদ্যালয়ত ইংৰাজী নাটকৰ ওপৰত গবেষণা কৰি মই সোণৰ পদকো লাভ কৰিছিলোঁ, কিন্তু সংকোচৰ বাধাত মই মুকলিমূৰীয়াকৈ অঙ্গ সঞ্চালন কৰিবলৈ টান পালোঁ। আনহাতে ভবেন শইকীয়াই অভিনয় ক্ষমতাৰ পৰিচয় দি প্ৰশংসা আৰ্জিলে। মূল নাটক ব্ৰেখ্‌টৰ 'এ গুড উৱোমেন'ৰ অভিনয়ত স্বাভাৱিকতে মোৰ স্থান নহ'ল। অৱশ্যে অলপ-অচৰপ অভিনয় নকৰাকৈ সাৰিব নোৱাৰিলোঁ। গ্ৰীক নাটকৰ কোৰাছৰ আবৃত্তি এটাত আৰু শ্বেইকছপিয়াৰীয় নাটক এখনৰ টুকুৰা এটাত, অংশ গ্ৰহণ কৰিব লগা হ'ল।

প্ৰশিক্ষণৰ পদ্ধতি ভালেই আছিল। অভিনয়ৰ আখৰাৰ আগতে পাঠ চলিছিল সৰহকৈ— প্ৰত্যেকেই একোটা চৰিত্ৰৰ বচনখিনি পাঠ কৰে। এইদৰে পাঠ কৰোঁতে কৰোঁতে চৰিত্ৰৰ বিশিষ্টতা নাইবা প্ৰকৃতি আপোনাআপুনি স্পষ্ট হৈ পৰে।

গৌড় মানুহ এজন সাৰথি কৰি লৈ এদিন পাচমাঢ়ীৰ গছ-গছনি-পাতল খৰাং পৰ্বত অনাই-বনাই ফুৰিলোঁ। সঙ্গত আছিল আৰু দুজন, এজন হিন্দুস্তানী আৰু এজন বঙালী। দুই এক সৰু গুহাত কিবা বগা ছবি থকা যেন লাগিল, কিন্তু খৰ্খৰীয়া শিলৰ ওপৰত কি আঁকা আছিল ধৰিব নোৱাৰিলোঁ। বিস্ময়জনক আছিল মাটিৰ তলত থকা এক বিৰাট গাঁত, গছ এজোপাতকৈও দ। তাৰ সৰহভাগ আছিল এক প্ৰকাণ্ড শিলে

ছালৰ দৰে ঢকা। আমি লতাত বগাই তললৈ নামি গৈছিলোঁ। মুকলি অংশত এজোপা নে দুজোপা আম গছ আছিল। শিলেৰে ঢকা অংশৰ সমুখখিনিত থিয় হব পাৰি, ভিতৰলৈ ক্ৰমে চাপৰ, এশফুটমান আঁতৰত পিচফালে অলপ পোহৰ দেখিবলৈ পায়— য'ত শিলৰ ছালখন শেহ হৈছে। গুহাৰ তলডোখৰো শিল, বৈ থকা পানীৰে তিতি আছে। এঠাইত এফুটমান দীঘল শিল এডোখৰ পৰি আছিল। দেখাত জনজাতীয় লোকে পূজা কৰা আভজা হাতৰ তৈয়াৰী মূৰ্ত্তি যেন লাগে। পানীয়ে ঘঁহি ঘঁহিও তেনে আকাৰ দিব পাৰে। বঙালী বন্ধুজনে সেইটো বুটলি ললে। আমি যেতিয়া গধূলি উভতিলোঁ তেতিয়া জোতা পিন্ধি যোৱাসত্ত্বেও আঙুলিৰ নখ ৰঙা পৰিছিল আৰু ভৰিত জোলা বান্ধিছিল।

গৌড় সাৰথিজনক পাৰিশ্ৰমিক দিছিলোঁ আঢ়ৈ টকা। মইয়ে দিব লগা হলোঁ। সি দুজন নিৰাসক্ত হৈ থাকিল। এনে অভিজ্ঞতা মোৰ ভাৰতৰ আন ঠাইতো হৈছে। এবাৰ আগ্ৰাৰ দুৰ্গ চোৱাৰ পাচত যেতিয়া গাইডক পাৰিশ্ৰমিক দিব লগা হ'ল, মোৰ গুজৰাটী সঙ্গীজনে সবেগে প্ৰস্থান কৰিলে।

## ১১৭

ত্ৰিশ বছৰমান আগৰ কথানে কি, এবাৰ জজ কোৰ্টত জুৰিৰ মেম্বৰ হব লগা হৈছিল। জুৰিকেইজনৰ ভিতৰত মুখিয়াল আছিলোঁ মই। মোকৰ্দমাটো নৰহত্যাৰ। এক ডেকা এজনী গাভৰু ছোৱালীত মজিল। ডেকা সদায় গৈ ছোৱালীৰ বাপেক বুঢ়াৰ জুহালৰ গুৰিত বহেগৈ, কিন্তু যি কোনো কাৰণতে নহওক, বুঢ়াই ডেকাৰ প্ৰাৰ্থনা মঞ্জুৰ নকৰে। এইয়া অৱশ্যে বাগিচাৰ বনুৱাৰ কাহিনী। শেহত, বুঢ়াই তাৰ ওপৰত যাদু কৰা চোভাত্ৰ, ডেকাই তাক হত্যা কৰিলে। কাছাৰীত দেখিবলৈ পালোঁ ডেকা স্বাস্থ্যবান, আকৰ্ষণীয়, আনহাতে তাৰ বিপক্ষে সাক্ষী দিয়া বুঢ়ী— অন্ততঃ দেখাত— যথেষ্ট বয়সীয়া। তাইয়ে যেতিয়া ইমান বুঢ়ী বুঢ়াৰচোন বয়স আৰু সৰহ হব।

মই জুৰিৰ মেম্বৰসকলক কলো, চাওঁক, বুঢ়ীৰে ইমান বয়স, বুঢ়াৰ আৰু বেছি, তাৰ নিশ্চয় স্বাভাৱিকভাবে মৰিবলৈ সৰহ দিন নাছিল, আনহাতে, বাগিচাৰ অশিক্ষিত কুলিয়ে তন্ত্ৰমন্ত্ৰত বিশ্বাস ৰখা একো আচৰিত কথা নহয় আৰু সিমান জগৰৰ কথাও নহয়। এতিয়া গাভৰু ছোৱালীজনীৰ বুকু ভাঙি এই ডেকাজনক জেললৈ পঠিওৱা যুগুত হবনে? .... সম্ভৱ প্ৰমাণো সিমান সবল নাছিল, মুঠতে জুৰিৰ সিদ্ধান্তমতে বিচাৰকে তাক খালাচ দিলে।

মোকৰ্দমা চলিছিল দুদিন আৰু দিনে চাৰি টকাকৈ দুদিনত পাইছিলোঁ আঠ টকা। সেই ধনেৰে ইটা ৰঙৰ খদ্দৰৰ পঞ্জাবী এটা চিলালোঁ। চোলাটো হ'ল জোখতকৈ ডাঙৰ, তাক পিন্ধো নিপিন্ধো কৰি আঁঠুৱাৰ খুটিত আঁৰি থলোঁ। এনেতে আহিল মোৰ বন্ধু বৰুৱা। বন্ধুৱে এম. এ পৰীক্ষা নিদিয়াকৈ কলিকতাৰ পৰা উভতিছে, চাকৰি এটাও যোগাৰ কৰিব পৰা নাই, ঘৰত আই বোপাইৰ গালি-শপনি খাই কোনোমতে দিন কটাইছে। তেওঁ ক'লে, "গোসাঁই, মোৰ পিন্ধিবৰ চোলা নাই।" মই ততালিকে কলোঁ, "ভাই, এই লওক, আপোনাৰ চোলা, মই চিলাই থৈ দিছোঁ।"

বৰুৱাই সেই চোলা পিন্ধি গোপীনাথ বৰদলৈক দেখা কৰিলৈগে আৰু খদ্দৰৰ পঞ্জাবীৰ যাদুৰ গুণত নাইবা যি কোনো কাৰণতে নহওক তেওঁ চাকৰি এটা লাভ কৰিলে। সময়ত ক্ৰমে উন্নতি কৰি মোৰ বন্ধু ভব্য বিষয়া হ'লগৈ।

বন্ধুতা তেজ-মঙহৰ সম্বন্ধৰ ওপৰত নিৰ্ভৰ নকৰে। বৰুৱাই চাকৰি পোৱাৰ পিচৰ কথা। মই এদিন তেওঁলোকৰ ঘৰত বহিছোঁগৈ। বন্ধুৰ ভনীয়েকৰ চকু গ'ল মই পিন্ধি থকা চেণ্ডেল শু জোৰলৈ। ছোৱালীজনীৰ মুখৰ ভাব লক্ষ্য কৰি কলোঁ, "এইজোৰ পুৰণি হ'ল, এজোৰ কিনিব লাগিব।" তেওঁ ততালিকে ককায়েকক ধৰিলে, "তই ককাইদেউক জোতা এজোৰ কিনি দেগৈ, তোৰ কাৰণে তেখেতে ইমান কৰে, তই ...." মই নালাগে নালাগে কৰিলে কি হ'ব? ককায়েকে মোক জোতা এজোৰ কিনি দিহে নিস্তাৰ পালে।

১১৮

আতিথ্য বিষয়ত বঙালী মানুহ পিচ পৰা নহয়। মোৰ দুটিমান কলিকতীয়া অভিজ্ঞতাৰ কথা মনত পৰিছে। এবেলি আহোঁ পাটনাৰ পৰা। যুদ্ধৰ দিন, ট্ৰেইনো দীঘল, মানুহো অলেখ, ইঞ্জিন লাগিছে দুটা। মই তৃতীয় শ্ৰেণীৰ ডাবা এটাত কোনোমতে ঠেলাঠেলি কৰি বহি ললোঁ। খন্তেক পাচত বঙালী ভদ্ৰলোক এজন আহি কলে সেইখিনি তেওঁৰ ঠাই, তেওঁ তাত আগতে বহি আছিল। মই ততালিকে থিয় হলোঁ। তেওঁ কলে, "না না বসুন বসুন।" তাৰ পাচত তেওঁ ভোৰভোৰাবলৈ ধৰিলে, ইমান যাত্ৰী, সৰহকৈ ট্ৰেইন দিব নোৱাৰে, এইদৰে যোৱা সম্ভৱনে কি, ইত্যাদি। পিচত যেতিয়া টিকেট চাবলৈ চেকাৰ আহিল তেওঁৰ ফাই দেখি টিকট নোচোৱাকৈ পলাল। ডেকা মানুহজনৰ লগত কথা-বতৰা হৈ মোৰ ভাল লাগিল। তেওঁৰ ঘৰ বিশ্ববিদ্যালয়ৰ পৰা আধা মাইলমান দূৰৈত। তেওঁ মোক তেওঁৰ ঠিকনা দিলে। মই গৈছিলোঁ আৰু মানুহজনে মোক আদৰ-সাদৰ কৰি চাহ-মিঠাই খুৱাইছিল। কেইবাবেলিও গৈছিলোঁ। তেওঁও মোৰ খবৰ কৰিছিল।

মই মোৰ সমসাময়িক বঙালী ছাত্ৰী এগৰাকীক অসমীয়া পঢ়ুৱাইছিলোঁ; মোক লগাই দিছিল অম্বিকানাথ বৰাদেৱে। শেফালীয়ে বঙালীত এম. এ পঢ়ে, তেওঁৰ পাঠ্যক্ৰমত এশ নম্বৰৰ কাৰণে অসমীয়া পঢ়িব লাগে। সপ্তাহত দুদিন যাওঁ, সেই দুদিন যথেষ্ট আদৰ-সাদৰ আৰু খোৱা। ছোৱালীজনীৰ বৌৱেক কমলা বৌদি আছিল মৰমিয়াল প্ৰকৃতিৰ মহিলা। এওঁলোকৰ ঘৰতে মই প্ৰথম সাগৰৰ কেঁকোৰা মুখত দিওঁ। বুকুৰে কঁকালে সমান শকত শেফালীৰ কথা স্মৰণযোগ্য নহয় যদিও কমলা বৌদিৰ কথা মাজেসময়ে মনত পৰে।

এবাৰ ভুমুকি মাৰিব লগা হ'ল এক জমিদাৰৰ ঘৰত। অনাদি নামৰ মোৰ সহপাঠী এজন বন্ধু দেখাত যেনে শুৱনি, তেওঁৰ ব্যৱহাৰো তেনে মোহ লগা। তেওঁ এদিন প্ৰস্তাব কৰিলে, "বলক এদিন

বাৰুইপুৰলৈ * যাওঁ, তাত মোৰ বৌদিৰ দেউতাকৰ ঘৰ, জমিদাৰ মানুহ।" মই ৰাজী হলোঁ। আমি ৰেলেৰে গলোঁ। সৰু চহৰখনলৈ দূৰত্ব কিমান পাহৰিলোঁ, বিশ বাইশ মাইল হব পাৰে। গৈ পালত দেখিলোঁ সমুখত বহুতো মুকলি ঠাই লৈ দুমহলীয়া ঘৰ এটা থিয় হৈ আছে। টোলটোৰ এফালে দুটামান ম'ৰা চৰাই চৰি আছে আৰু জালৰ ঘেৰ এটাত আছে দুটিমান পোৱালি।

আমি ভিতৰলৈ খবৰ দিয়াত আদহীয়া জমিদাৰ ওলাই আহিল আৰু আমাক বহিবলৈ দিলে। আমি তেওঁৰ লগতে অলপ কথা-বতৰা হলোঁ, ভিতৰৰ পৰা আন কোনো ওলাই নাহিল নাইবা আমাক ভিতৰলৈ লৈ যোৱা নহ'ল। কিছু সময়ৰ পাচত আহিল লুচি আৰু বুটৰ দাইল। আমি খালোঁ, আহিবৰ সময়ত জমিদাৰে আমাক ম'ৰা চৰাই ৰখা ঘেৰটোৰ ওচৰলৈ লৈ গৈ চৰাই আৰু পোৱালি দেখুৱালে। তেওঁৰ এটা কাম আমি বিসম পালোঁ। পোৱালি এটাৰ ভৰি ভাগিছিল। তেওঁ সেইটো তুলি দূৰলৈ দলিয়াই পেলালে। কামটো নিষ্ঠুৰ যেন লাগিল। জমিদাৰৰ ঘৰত কুটুম্ব এজনক ভিতৰলৈ মাতি নিনিয়াটোও অলপ বিসদৃশ পালোঁ। মোৰ বন্ধুজন এতিয়া ৰেইলৱে বিভাগৰ ডাঙৰ বিষয়া।

মোৰ কলিকতাত পঢ়া দিনৰ আৰু এটা কথা মনলৈ আহিছে। পৰিতোষ আছিল শকত-আৱত আৰামপ্ৰিয় ডেকা। ঘৰ বৰিশালত-এতিয়া বাংলাদেশত। তেওঁ এবাৰ ঘৰৰ পৰা আনিলে এক হাড়ী নাৰিকলৰ লাৰু। লাৰু ডাঙৰ, আমাৰ সাধাৰণ লাৰুৰ তিনিগুণমান হব। লাৰু খোৱা মানুহ হ'ল চাৰিজননে পাঁচজন— কাশ্মীৰৰ দুৰ্গা, যোৰহাটৰ বৰবৰা, এক তামিল খৃষ্টিয়ান এলবাৰ্ট, মই আৰু লাৰুৰ মালিক। খীৰ দিয়া লাৰু খাবলৈ সোৱাদ। কেইদিনমান আমাৰ বেচ চলিল। আনকি মোৰ গুৱাহাটীৰ পৰা যোৱা এক আলহীয়েও সেই লাৰুৰ ভাগ পালে। মই গুচি অহাৰ পাচত পৰিতোষক লগ পোৱা নাই, শুনিছোঁ কলিকতাতে থাকি প্ৰেছ এটা চলাইছে।

* পাণৰ খেতি কৰি বেপাৰ কৰা মানুহক বাৰুই বোলা হয়।

মোৰ তামিল বন্ধু এলবার্টৰ কথা মনত পৰে। এবেলি মোক লৈ গৈছিল ৰেইলৱে চহৰ খৰগপুৰলৈ, দেউতাক তাৰ ইনজিনিয়াৰিং বিভাগৰ বিষয়া। পৰিয়ালটোৰ আদৰ-সাদৰৰ উৎপাতত মই তৎবুধি হেৰুৱাইছিলোঁ। তাত খোৱা তেলাল ইলিহি মাছৰ কথা এতিয়াও মনত আছে।

## ১১৯

কলিকতাত পঢ়া কালত আছিলোঁ বিশ্ববিদ্যালয়ৰ গাতে লাগি থকা হার্ডিঞ্জ ল হোষ্টেলত। মোৰ আর্থিক অৱস্থা দুর্বল আছিল কাৰণে মই ইয়াৰ পৰা প্ৰিঞ্চিপেল সতীশচন্দ্ৰ ৰায়ৰ পৰা চিঠি এখন লৈ গৈছিলোঁ বিশ্ববিদ্যালয়ৰ পোষ্টগ্ৰেজুৱেট বিভাগবিলাকৰ চেক্ৰেটেৰি শৈলেন মিত্ৰলৈ। মিত্ৰৰ ব্যৱহাৰ বাহিৰত হুটা যদিও অন্তৰখন আছিল উদাৰ আৰু ছাত্ৰই বহুত সময়ত ফাকি দিয়ো তেওঁৰ পৰা অনুগ্ৰহ আদায় কৰিছিল। তেওঁ মোক কোনোবা এটা মেছ নে হোষ্টেলত ছিটৰেণ্ট (ৰুমৰ ভাৰা) নোহোৱাকৈ থকা ব্যৱস্থা কৰি দিব খুজিছিল, পিচে সেই হোষ্টেলৰ পৰিবেশ পচন্দ নকৰি মোৰ চিনাকি অসমীয়া ছাত্ৰ সৰহকৈ থকা কাৰণে হার্ডিঞ্জ ল হোষ্টেলতে আশ্ৰয় ললোঁ। তাত থাকিবৰ যুক্তি হিচাবে আইন শ্ৰেণীতো নাম লগালোঁ। এম. এ আৰু আইন পঢ়া ছাত্ৰৰ হোষ্টেল, আমি স্বাধীনতা যথেষ্ট পাইছিলোঁ আৰু কেতিয়াবা যদি কোনো ছাত্ৰ ৰাতি নাথাকেও তাৰ খবৰ কোনেও নাৰাখিছিল।

হোষ্টেলৰ জীৱনো শিক্ষাৰ এটি অঙ্গ। নানান ঠাইৰ ছাত্ৰ ইয়াত লগ লাগেহি, বিভিন্ন চৰিত্ৰৰ বিভিন্ন ক্ৰিয়াকলাপ। কোনোজনৰ মূৰৰ চুলি ডাল ডাল, চুলিৰ গুৰিত গছৰ তলৰ সৰাপাতৰ দৰে কবিৰাজী তেলৰ প্ৰলেপ, কোনোজন পাৰিবাৰিক সমস্যাৰ সমাধানতে ব্যস্ত, কোনোজনৰ কোঠাত ৰাজনীতিৰ চৰ্চ্চা, কোনোজনৰ ৰুমত দুই-চাৰিজন গোট খাই জীৱনৰ বিভিন্ন অভিজ্ঞতাৰ আদান-প্ৰদান, কোনোজন সাজি-কাচি মূৰৰ চুলিত টৌ তুলি ওলাই গৈছে ক'ৰবাত ধনগুলৈ বিচাৰি, কোনোজনে পঢ়িছেহে পঢ়িছে। দিন-ৰাতি পঢ়িলেও যে পৰীক্ষাত ফল ভাল নহয় এনে চানেকিৰো অভাব হোৱা নাছিল, অর্থাৎ পৰীক্ষাত

সুফল দেখুৱাবৰ কাৰণে অধ্যয়ন আৰু বুদ্ধি দুয়োটাৰে প্ৰয়োজন! অসমীয়া ছাত্ৰবিলাক সাধাৰণতে ৰঙিয়াল আৰু শাৰীৰিকভাবে অলপ সচল। বঙালী বন্ধুৱে সুধিছিল, "তোমালোকে কেনেকৈ এইদৰে হাঁহিব পাৰা?" পিচে এই ফুৰ্ত্তিৰ কাৰণেই দুজনমান অসমীয়া ছাত্ৰৰ নাও বুৰোঁ বুৰোঁ অৱস্থা হৈছিল।

হাৰ্ডিঞ্জ হোষ্টেলৰ এক আকৰ্ষণীয় সোঁৱৰণ হ'ল সঙ্গীতৰ অনুশীলন। ঠিক অনুশীলন বুলিলে হয়তো ভুল হয়, কিয়নো কোনেও ডুগি তবলা লৈ আ- আ কৰি ৰিৱাজ নকৰিছিল, কিন্তু কোনোবাজনে হয়তো গধূলি আমাৰ দুই-চাৰিজনৰ অনুৰোধত দুটি গান গাব, ৰবীন্দ্ৰ সংগীত নাইবা শচীন দেবৰ, নাইবা নজৰুলৰ। কেতিয়াবা কোনো ডেকা আহে আড্ডা দিবলৈ, তেওঁও হয়তো শুনালে এটা বা দুটা গান। এওঁলোকে গোৱাৰ ভঙ্গীত যথেষ্ট দক্ষতাৰ পৰিচয় দিব পাৰিছিল। মজা হয় সৰস্বতী পূজাৰ সময়ত। তেতিয়া যি মজলিচ পতা হয় তালৈ নিমন্ত্ৰণ কৰা হয় শচীন দেব বৰ্মন, হেমন্ত কুমাৰ আদি জনপ্ৰিয় গায়কক। শচীন দেবৰ চমঝদাৰ বস্তুতো। এটা গাই উঠাৰ পাচত ফৰ্মাচ হব— অমুকটো গাওক, তমুকটো গাওক। তেওঁ পদ্মাৰ ঢেউ আৰু তাজমহল এই গান দুটা গোৱা মনত পৰে। সেইবেলি শ্বিলঙৰ ধীৰেন দাসো আমাৰ আলহী। মোৰ উদ্যোগত তেওঁও গান এটা গাবলৈ সুযোগ পালে। এওঁ ভজন গাইছিল। এই গায়কবিলাকক অলপ ধন দি মান ধৰা হয়। ধীৰেন দাসেও বিশ নে ত্ৰিশ টকা পাইছিল।

দুই এক ছাত্ৰৰ ভবিষ্যৎ জীৱনৰ সম্ভাৱনা হোষ্টেলত থকা কালতে প্ৰকাশ পাইছিল। আইন পঢ়া ছাত্ৰ নাৰাঙে ৰাছিয়া সম্বন্ধে ইংৰাজী কিতাপ এখন লিখিলে। ষ্টেইটছমেন কাকতে সমালোচনা কৰিলে এই সুৰত ঃ এই এজন মানুহ যি ৰাছিয়াত ভৰি নিদিয়াকৈয়ে সেই দেশ সম্বন্ধে কিতাপ ৰচিবলৈ সাহ দেখুৱাইছে। মোৰো দুই এটি ইংৰাজী প্ৰবন্ধ এই সময়ৰ পৰাই ওলাবলৈ ধৰে।

মই হোষ্টেলত থকা সময়তে সোমাইছিলহি শ্বিলঙৰ খাচিয়া গিলবাৰ্ট চোৱেল। চোৱেলে নিজৰ নামটো গহীন কৰিবৰ উদ্দেশ্যে

আৰু এটা 'জি' যোগ কৰি জি. জি. চোৱেল লিখিছিল। চোৱেল চাপৰ ঘুটমুটীয়া মানুহ, ওখ-পাখ নাৰাণে (চিনেমা কৰা নাৰাণৰ লগা-ভগা) এওঁক কম আমনি দিয়া নাছিল। চোৱেলৰ লগত মোৰ এতিয়া সংযোগ নাই বুলিলেই হয়। এওঁৰ লগত মোৰ চাকৰিসংক্ৰান্ত বিষয়ত এবাৰ এক জটিল অৱস্থাৰ সৃষ্টি হৈছিল। মই তেতিয়া কটন কলেজত অস্থায়ী ভাবে লেকচাৰাৰ হৈ আছোঁ, এনেতে তেওঁ শ্বিলঙৰ পৰা নিযুক্তি লৈ গুৱাহাটী পালেহি, চাকৰি সেই একেটা যিটোত মই কাম কৰি আছিলোঁ। মোৰ সৌভাগ্য যে প্ৰিঞ্চিপেল মুহিবুল্লাই তেওঁক যোগ দিবলৈ নিদি ওভতাই পঠিয়ালে। পিচত তেওঁ ৰাজনীতিত সোমাই সময়ত লোক সভাৰ ডেপুটি স্পীকাৰ বাব লাভ কৰিছিলগৈ। সম্প্ৰতি তেওঁ সম্ভব কৰবালৈ ৰাষ্ট্ৰদূত হৈ গৈছে। পুৰুষস্য ভাগ্যম্!

যোৰহাটৰ বৰবৰা মোতকৈ কেইবাবছৰেও ডাঙৰ। মোক ধেমালি কৰি ভাগিন বোলে আৰুময়ো তেওঁক মামা বুলি মাতোঁ। আন সৰহ ছাত্ৰৰ দৰে তেওঁ ধুতি পঞ্জাবীয়ে পিন্ধে, কিন্তু কেতিয়াবা কোট পেণ্ট পিন্ধি ফুৰিবলৈ যায়। তেওঁ সন্ধিয়া উভতি আহি মোৰ খোটালিত বহে আৰু কয়, "বুজিছা ভাগিন, পোচাকৰো মহিমা আছে। ধুতি পঞ্জাবী পিন্ধি যাবা, দেখিবা ইফালে মগনীয়াৰ সিফালে মগনিয়াৰ, কোনোবাই চিঞৰিছে— বাবু, একটি পয়সা; কিন্তু চুট কৰি যাবা, চকু তোমাৰ বাটৰ কাষলৈ নাযায়ে, তুমি সেইবোৰ একো দেখা নোপোৱা।"

মনত পৰে ৰুদ্ৰ বৰতামুলীৰ কথা। শুৱনি স্বাস্থ্যবান ডেকা, ফোটো লৈ ভাল পায়। মোৰ ফোটোও লৈছিল, বহুৱাই, থিয় কৰি। সেই ফোটো মই আনকো বিলাইছিলোঁ। কি জানো কি হ'ল বৰতামুলী হ'ল অন্তৰ্ধান। তেওঁ কলৈ গ'ল কিয় গ'ল একো জানিব পৰা নগল।

দুইতলাত আছিল এক 'দাদা'। মই শুনাত তেওঁ বোলে কেইবাবছৰো হোষ্টেলবাসী হৈ অধ্যয়ন কৰি আছে এম. এল. পৰীক্ষাৰ কাৰণে। তেওঁ গাত বনিয়ন আৰু কঁকালত গেৰুৱা লুঙি পিন্ধি যেতিয়া ভাতৰ পাতত বহে পোনতে চায় আলু আছেনে নাই, যদিহে নাপায়

তেনেহলে চিঞৰিব— "শিবু, আলু আলু আলু!" ইমানকৈ আলু খাই এওঁৰ চাগৈ পৰীক্ষা পাছ কৰা নহ'ল।

হোষ্টেলৰ ছাত্ৰ অৱশ্যে সৰহ বঙালী। এওঁলোকে মাছ খায়, কিন্তু মাছৰ মূৰ খাবলৈ টান পায়, বিশেষকৈ ইলিহি মাছৰ মূৰ। মূৰ খাইছিলোঁ আমি অসমীয়া ছাত্ৰই। অসমীয়া ডেৰকুৰিমান আছিলোঁ হবপায়। হোষ্টেলত মুছলমান ছাত্ৰ নাছিল। বঙালী হিন্দু ছাত্ৰই আমাৰ দৰে মুছলমানৰ লগত হলিগলি কৰাও চকুত পৰা নাছিল। ঘৰটো চাৰিমহলীয়া, একেবাৰে তলৰটোত ৰন্ধা-বঢ়া, দাৰোৱান, পৰিচাৰক, ব্যায়াম আদিৰ স্থান। মোৰ সম্বন্ধ ঘাইকৈ তিনিমহলাৰ লগত, কিয়নো মোৰ খোটালি আছিল সেইটোত। মই পাছ কৰি অহাৰ দুবছৰমান পিচত এবাৰ মই হোষ্টেলত ভুমুকি মাৰিছিলোঁ, সম্ভৱ চিৰাজগঞ্জৰ পৰা (এতিয়া বাংলাদেশত) উভতিবৰ পথত, আৰু দুদিনমান কোনোবা এজনৰ আলহী হৈছিলোঁ।

## ১২০

গুৱাহাটী চহৰৰ প্ৰথম প্ৰেছ সম্ভৱ আছিল মাণিকচন্দ্ৰ বৰুৱা আৰু অন্নদাৰাম ঢেকীয়াল ফুকনে হেমচন্দ্ৰ বৰুৱাক 'এচাম নিউজ' ছপাবলৈ দিয়া যন্ত্ৰটো। দ্বিতীয় নাইবা তৃতীয়টো 'এডভোকেট অব এচাম'ৰ সম্পাদক মথুৰামোহন বৰুৱাৰ ভিক্টোৰিয়া প্ৰেছ। বৰপেটাৰ ভোগজুৰ মহাজনৰ পৰা কেৰেয়াত আনি এই ছপাখানা ১৯০২ চনত পতা হৈছিল। এই প্ৰেছতে সত্যনাথ বৰাৰ সম্পাদকতাত ওলোৱা 'জোনাকী' ছপা কৰিছিল।

ইয়াৰ পাচত ১৯১৮ চনত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে অৰুণা প্ৰেছ স্থাপন কৰে আৰু 'চেতনা' প্ৰকাশ কৰিবলৈ লয়। ৰায়চৌধুৰীয়ে সময়ত ভোগজুৰ মহাজনৰ প্ৰেছটোও কিনে। এই সময়তে চন্দ্ৰকুমাৰ আগৰৱালাৰ প্ৰেছো গুৱাহাটী পায়হি। ১৯.. চনত তেওঁ ডিব্ৰুগড়ৰ পৰা 'সাদিনীয়া অসমীয়া' প্ৰকাশ কৰিবলৈ লয়। ১৯১৯ চনত তেওঁ প্ৰেছটো গুৱাহাটীলৈ আনি হেমচন্দ্ৰ গোস্বামীৰ ভাৰাঘৰ এটিত স্থাপন কৰে।

১৯২৩ চনত সিংহদত্ত দেব গোস্বামীয়ে 'অৰ্ঘা পাবলিশ্বিং হাউছ' নামৰ অনুষ্ঠান এটা আৰম্ভ কৰি প্ৰেছ্ এটা উজান বজাৰৰ চাৰি আলিৰ ওচৰত স্থাপন কৰে। তেওঁ হাতেৰে হেঁচি ছপোৱা যন্ত্ৰৰ উপৰিও এটা ভৰিৰে চলোৱা ট্ৰেড্‌ল মেছিন কিনিছিল। এই ট্ৰেড্‌ল মেছিনটো কিবা কাৰণত তেওঁ সেই চনৰে ডিচেম্বৰ মাহত এহেজাৰ টকাত কামেশ্বৰ চক্ৰবৰ্ত্তীক বিক্ৰী কৰে। এই যন্ত্ৰই বৰ্ত্তমানে জীয়াই থকা ভবানী প্ৰেছৰ আৰম্ভণি। জাৰ্মান ট্ৰেড্‌ল মেছিনটো এতিয়াও চলি আছে। পিতাৰ মৃত্যুৰ পিচত অৰ্ঘা পাবলিশ্বিং হাউছৰ এটা প্ৰেছ্ কিনি এজনে বজাৰৰ পূবফালে মোহিনী প্ৰেছ্ স্থাপন কৰে। পিতাৰ প্ৰেছত গোবৰ্দ্ধন গান্ধী নামে মানুহ এজনে কাম কৰিছিল। এওঁ পিচলৈ বহুত মাটিৰ মালিক হৈছিল। এই মানুহজনৰ নামতে বৰ্ত্তমানৰ – গান্ধীবস্তী। পিতাৰ প্ৰেছতে সম্ভৱ পদ্মধৰ চলিহাৰ 'স্বৰাজ সঙ্গীত' নামৰ স্বদেশী গানৰ পুস্তিকা ছপা হৈছিল। এটি গান এই ধৰণৰ ঃ

সৌ যে উৰিছে স্বৰাজ নিচান
উন্নত শিৰে হোৱা আগুৱান। .....

প্ৰেছটো এবেলি পুলিচেও খানাতালাচ কৰিছিল বুলি শুনিবলৈ পোৱা যায়।

বৰ্ত্তমান সময়ত গুৱাহাটী চহৰত যিমান প্ৰেছ্ আছে তাৰ লেখ দিয়ে কোনে?

## ১২১

এসময়ত উজান বজাৰৰ ভিতৰত ৰামস্বৰূপ নামে মিঠাইআলা এজন আছিল। সেই দিনত আটা ময়দা ভাল, ঘিউও সস্তা। ৰামস্বৰূপে কেৰাহীত কচুৰী ভাজে, চৌপাশে গোন্ধ মোলমোলাই থাকে। মজলীয়া আকাৰৰ কচুৰী, গোটে এপইচা, দুঅনাত ন-টাও দিয়ে। সেই কচুৰীৰ সোৱাদ খোৱা মানুহে এতিয়াও পাহৰা নাই। সেইধৰণৰে কাটানিমকি। এপইচাত এমুঠিমান পায়, খাই থাকোঁ খাই থাকোঁ লাগে। বুঢ়া মৰিল, পুতেকহঁতৰ অৱস্থা বেয়া হ'ল, তেওঁলোকে এতিয়া মিঠাইৰ কাৰবাৰ এৰিলে। তেওঁলোকক দেখিলে সৰুকালিৰ কথা মনলৈ আহে।

## ১২২

১৯৪৬ চনৰ জুলাই মাহৰ কথা। স্বাধীনতা তেতিয়াও ঘোষিত হোৱা নাই, ভাৰতৰ মেপত ৰেডক্লিফৰ পেঞ্চিলৰ আঁক তেতিয়াও পৰা নাই। এনেতে চিলেট জিলা অসমত থাকিব নে নাথাকে সেই কথা নির্ণয় কৰিবৰ কাৰণে ৰেফাৰেণ্ডামৰ ব্যৱস্থা কৰা হ'ল। আন বহুতৰ দৰে ৰেফাৰেণ্ডামৰ ভোট লবলৈ ময়ো যাবলগীয়া হলোঁ। চিলেটলৈ গৈ আমি কেম্প কৰিলোঁ চৰকাৰী হাইস্কুলত। ভালেই লাগিছিল; শ্বিলঙৰ পুৰণি চা-চিনাকি লোক বহুতকে পাইছিলোঁ। মোৰ যাবলগীয়া হল দয়ানিৰ নামৰ মুছলমান-প্রধান অঞ্চল এটালৈ, চিলেটৰ পৰা দহ মাইল আঁতৰত। লগত সহকাৰী লোক দুজনমান লৈ টেক্সিত গলোঁ, গৈ দেখিলোঁ, তাৰ যি অস্থিৰ পৰিবেশ, তালৈ চাই মুছলমানৰ ঘৰত উঠাটোহে নিৰাপদ। চিলটীয়া হিন্দুৰ প্ৰতি মোৰ সহানুভূতিও নাছিল।

মুছলমান পুলিচ বিষয়া এজনৰ ঘৰত আলহী হৈ মস্কিলত পৰিলোঁ। ৰাতি খাবৰ সময়ত দেখিলোঁ এখন ডাঙৰ থালত ভাত আৰু সেইদৰে চাৰিয়া এটাত মাংসৰ আঞ্জা। আহাৰৰ চৌপাশে কেইবাজনো মানুহ। বুজিলোঁ প্ৰত্যেকেই নিজৰ নিজৰ থালত তাৰ পৰা ভাত লব আৰু চৰিয়াৰ পৰা খোৱা হাতখনেৰেই ঘুকটি ঘুকটি আঞ্জা লব। এই প্ৰথা আৰব দেশৰ পৰা অহা। মই ততালিকে অলপ ভাত আৰু মাংসৰ আঞ্জা লৈ সমস্যাটোৰ সমাধান কৰিলোঁ। পিচত আৰু একো নললোঁ। ভোট লোৱা কেন্দ্ৰত মোৰ সহকাৰী বিষয়া আছিল এজন মুছলমান লোক। তেওঁ তেতিয়া ছাপ্পাই বিভাগত —তেওঁ যেতিয়া মুৰাৰীচাঁদ কলেজৰ ইংৰাজী বিভাগৰ পৰা ছুটী লৈ ছাপ্পাইলৈ যায়, তেওঁ খালি কৰি যোৱা পদটো পূৰাইছিলোঁ মই। অৱশ্যে মই সোমাইছিলোঁ কটন কলেজত আৰু ইয়াৰ পৰা তাৰিণীকান্ত ভট্টাচাৰ্য্যক পঠিওৱা হৈছিল মুৰাৰীচাঁদ কলেজলৈ। মুছলমান ভদ্ৰলোকজনে মোক একো অসুবিধা দিয়া নাছিল, আনহাতে হিন্দুবিলাকে গোলমাল কৰিবলৈ যত্ন নকৰাকৈ থকা নাছিল। সেই উত্তেজনাপূৰ্ণ পৰিবেশত মোৰ একমাত্ৰ ভাৰসা আছিল ছজন অসমীয়া চিপাহী। ভোট গ্ৰহণৰ পাচত সেইদিনা গধূলিয়ে ভোটৰ

বাকচকেইটা লৈ মই পলালোঁ। চিলেট চহৰ পাই সুৰমা নদীৰ ওপৰত থকা দলং পাৰ হ'বৰ সময়ত দেখিবলৈ পালোঁ ছুৰিৰ আঘাত পোৱা মানুহ এজনক দুজন মানুহে ধৰাধৰিকৈ লৈ যাবলৈ ধৰিছে। সেইদিনা ৰাতি আমি বহুতে চহৰখনৰ পৰিস্থিতি দেখি হোটেল বিচাৰি নগলোঁ, কেম্পতে যি জা-জলপান পালোঁ তাকে খাই শুই থাকিলোঁ।

## ১২৩

দুকুৰি বছৰ বা তাৰো আগৰ কথা। তেতিয়া গুৱাহাটীৰ জনসংখ্যা এঁকেছ হাজাৰমান; শিলপুখুৰী বা পেঞ্চিনপাৰাৰ পৰাই গাঁও, খেতি পথাৰ। চহৰৰ পৰা দুমাইলমান আঁতৰত চাহাবখাট গাঁও, তাত কেইঘৰমান শৰণীয়া কছাৰী লোকৰ বাস। দুজনী বুঢ়ীৰ কথা মনত পৰে। ডাঙৰজনী লোধোমা, গাল-মুখ তেজে ফুটোঁ ফুটোঁ। বুঢ়ী বজাৰলৈ আহে, হয়তো কেতিয়াবা কাৰোবাৰ ঘৰত চাউল দিবলৈ। আহিলেই, জেঠাৰ ঘৰত এখন্তেক বহি মুখ হাত ধুই চাহ এবাটি আৰু তামোল এখন খাই যায়। বিহুৰ সময়ত বুঢ়ীয়ে অলপ বৰা চাউল নাইবা হাতীখুজীয়া আলু এডোখৰ আমাৰ কাৰণে লৈ আহে। মৰমিয়াল বুঢ়ীয়ে মোৰ কাৰণে কেতিয়াবা আনে ডালিম, কেতিযাবা দুটা আম। আমি এইজনীক শাওণাৰ মাক বুলি কওঁ। শাওণাৰ পুতেকে মোৰ লগত দুশ্ৰেণীমান অসমীয়া স্কুলত পঢ়িছিল হবপায়।

এইজনীৰে ভনীয়েক, প্ৰায় একেই চেহেৰা, এওঁও শকত, কিন্তু মুখ সিমান তেজাল নহয়। এদিনৰ কথা মনত পৰে। বুঢ়ীয়ে বজাৰৰ পৰা উভতি আমাৰ ঘৰত বহি চাহ জলপান খালে, তাৰ পাচত কাম কৰা লিগিৰাটোক ক'লে, "তামুল এখান দিবিহো আপা।" তাইৰ কোৱা ভঙ্গী দেখি মই হাঁহি সামৰিব নোৱাৰিলোঁ, হাঁহি হাঁহি শেহত বমি কৰিহে সকাহ পালোঁ।

গুৱাহাটী চহৰৰ ৰূপ কিছু সলনি হোৱাৰ পাচত সৰুজনী বুঢ়ীৰ জীয়েকৰ খবৰ কৰিবলৈ এবাৰনে দুবাৰ গৈছিলোঁ। বুঢ়ী দুগৰাকী তেতিয়া এই সংসাৰত নাই। সৰুজনী বুঢ়ীৰ জীয়েক ঢেপী লোধোমা নহলেও

হাড় শকত হটঙা গঢ়ৰ আছিল। এওঁৰ পুতেক বোৱাৰীয়েক দেখাত চহৰীয়া, আধুনিক, অৰ্থাৎ চহৰৰ ৰূপ সলনি হোৱাৰ লগে লগে এওঁলোকৰ সাজ-পোচাকৰো সলনি হ'ল, সম্ভৱ এওঁলোক খেতি-পথাৰৰ পৰাও আঁতৰি আহিল।

এই গাৱঁতে আছিল মুখী নামৰ এজন বেজ। এবাৰ সৰুকালি মোৰ হাতত 'পুৰাৰস্থন' অৰ্থাৎ পোৰণি আৰু বিষেৰে সৰু সৰু খহু ওলোৱাত মুখীয়ে আহি মন্ত্ৰ আওৰাই খা জাৰি দিছিল। এনে ঘাক ডাক্তৰে হাৰ্পিজ' বোলে হবপায়।

## ১২৪

আমাৰ দেশত বিভিন্ন ধৰ্ম, বিভিন্ন কুল, বিভিন্ন গোষ্ঠীৰ লোক বাস কৰে। এই আটাইবিলাক লৈয়ে আমাৰ দেশ। এই কথা মানি নচলিলে ব্যক্তিগত ভাবে অসুবিধা পোৱা যায় আৰু সংহতিৰ বাটতো বিঘিনি ওপজে। কেইবছৰমান আগৰ কথা। যোৰহাটৰ ওচৰৰ গাঁও এখনলৈ গৈছিলোঁ। তাত এক ভদ্ৰলোকৰ ঘৰত বহি কথা-বতৰা হওঁতে প্ৰশ্ন কৰিলোঁ, গাঁৱত মানুহ কিমান ঘৰ?

পঁচাশীঘৰমান আছে হব পায়।

কি মানুহ?

নাঃ নাই, ইয়াত বেয়া মানুহ এঘৰো নাই।

মানুহজনে দৃঢ়ভাবে দিয়া মন্তব্যষাৰত মই অলপ চঁক খালোঁ। মুখেৰে একো নামাতিলোঁ। কিন্তু ভাবিলোঁ এই মনোবৃত্তিৰ কাৰণেই ইটো গোষ্ঠীক সিটোৱে জগৰীয়া কৰে, সিটো গোষ্ঠীয়ে কৰে ইটোক। এই অনৈক্যৰ সুবিধা লৈ বিদেশীয়ে আমাক শাসন কৰে।

আজিকালি জাতি-কুলৰ বান্ধ সোলোক-ধোলোক হৈছে, খোৱা-বোৱাতো তেনে নিষেধ নাই, তথাপি মনৰ সংকীৰ্ণতাৰ কাৰণেই বাধাৰ বেৰবিলাক থিয় হৈ থাকে।

নগা মানুহৰ কথা মনত পৰে। এবেলি মোকোকচুঙলৈ যাওঁতে মোৰ এজন শিক্ষক- ছাত্ৰৰ ঘৰত ভুমুকি মাৰিছিলোঁ। লগত মোৰ গৃহিণীও আছিল। মানুহঘৰৰ আদৰ-সাদৰৰ কথা নকওঁ, কিন্তু মোৰ গৃহিণীক উপহাৰ দিয়া কাপোৰখন, মোৰ ঘৰত থকা ল'ৰাৰ কাৰণে দিয়া পহুৰ শিংজোৰ, নাইবা পিচত লৈ অহা মুৰ্গী এজোৰ, কণী কেইটামান আৰু হৰলিক্স এবটলৰ কথা কোনসতে পাহৰিব পাৰোঁ? নালাগে বুলি কলে মানিবনে? এই যে মানবীয় আচৰণ তাৰ সমুখত আপোনাৰ পায় নাপায়, জাতি কুলৰ কিবা অৰ্থ আছে? কছাৰী, আহোম, খাচিয়া, জয়ন্তীয়া, নগা, মিৰি, আবৰ (আদি) মুছলমান সকলোৰে লগত মিলিছোঁ, খাইছোঁ, আমাৰ ঘৰতো এনে লোকে খাইছে, ক'তো একো অসুবিধাতো পোৱা নাই।

কছাৰী নাইবা আহোম নাইবা নগাৰ মাজত মই যি প্ৰীতি আৰু শুভেচ্ছাৰ চিন দেখিছোঁ সি মোৰ নিজৰ পদবীৰ কাৰণে নিশ্চয় নহয়, কিয়নো মই কাৰো উপকাৰ কৰোঁ বুলিও কৰিব নোৱাৰোঁ, চৰকাৰী বিষয়াৰ দৰে কাকো স্বাৰ্থপূৰণৰ আশাও দেখুৱাব নোৱাৰোঁ, মোৰ যি সম্পৰ্ক সি প্ৰধানতঃ মানবীয় আৰু বন্ধুতাৰহে, তাতকৈ বেছি নহয়।

বিৰোধৰ মাজতো মানব সমাজত ঐক্যৰ প্ৰতি এটি প্ৰৱণতা থাকেনে কি। ৰবীন্দ্ৰনাথে 'ৰাজা প্ৰজা'ত মন্তব্য কৰিছিল ঃ "যেনেকৈ পানীৰ লক্ষণ নিজৰ সমতল বিচৰা, তেনেকৈ মানব হৃদয়ৰ লক্ষণ নিজৰ সম-ঐক্য অন্বেষণ কৰা। আনকি, প্ৰেমৰ সূত্ৰত মানুহে ঈশ্বৰৰ সৈতে নিজৰ ঐক্যহে স্থাপন কৰে।"

মানুহ মৰিলেহে জীৱনী ৰচা হয়; মই জীয়াই থাকোঁতেই যিজন মানুহৰ বিষয়ে লিখি উলিয়াইছোঁ সেইজন এজন আহোম ভদ্ৰলোক। এওঁৰ জীৱনৰ ঘটনাৰ আলম লৈ ৰচনা কৰা দুই-চাৰিটি কাহিনী অ'ত ত'ত ছপা হৈ ওলাইছেও।

১২৫

কেতিয়াবা বন্ধৰ দিনত আপুনি ভালকৈ ভাতসাজ খাই বিছনাত দীঘল দিয়ক। ওপৰমুৱা হৈ শুই থাকোঁতে আপোনাৰ কেতিয়া টোপনি আহিল কব নোৱাৰে, কিন্তু অকস্মাৎ টোপনিতে (বা সপোনত) আপুনি বোধ কৰিলে আপোনাৰ ওপৰত কিবা এটাই বহি লৈছে, আপুনি হাত ভৰি লৰাব নোৱাৰে, চিঞৰিবলৈ চেষ্টা কৰিছে, চিঞৰিবও নোৱাৰে, ওচৰৰ মানুহে মাথোন শুনিবলৈ পায় আপুনি মুখেদি মোকমোকাব ধৰিছে। কেতিয়াবা আপুনি নিজেই সাৰ পায়, কেতিয়াবা আন মানুহে আপোনাৰ গা জোকাৰি দিয়ে। এই ভয়ানক অভিজ্ঞতাৰ অসমীয়া নাম কি?

ইংৰাজী ভাষাত এনে অভিজ্ঞতাক 'নাইটমেয়াৰ' বোলা হয়। অসমীয়া সাধু ভাষাত সম্ভব ইয়াৰ নাম নাই। বেণুধৰ শৰ্ম্মাদেৱে উকমুকনি শব্দটোলৈ আঙুলিয়াইছিল। উকমুকনি ধৰা বা উশাহ বন্ধ হোৱা অৱস্থা নিশ্চয়, কিন্তু তাৰ লগত থকা কিহবাই হেঁচি ধৰা আৰু আতঙ্কৰ ভাবটো কিহে বুজায়? বঙালী অভিধানত 'দুঃস্বপ্ন' কথাটোহে পালোঁ। সংস্কৃত অভিধানতো দুঃস্বপ্নহে। দুঃস্বপ্নৰ অৰ্থ ব্যাপক যেন লাগে। সংস্কৃতত অৱশ্যে 'হুণ্ডন' শব্দ এটা পায়— ইয়াৰ অৰ্থ হাত ভৰি ঠেৰেঙা লগা নাইবা লৰচৰ কৰিব নোৱাৰা অৱস্থা; কিন্তু সপোনৰ লগত তাৰ সংযোগ নাই। এইবেলি হিন্দীৰ পাল। এক পণ্ডিতে ক'লে 'হুটন' শব্দটো চলে। অভিধানত নাপালোঁ, আনহাতে 'হুটনা' শব্দ আছে, যাৰ অৰ্থ পিচহোঁহকা, হুটি যোৱা।

উপায় নাপাই বিশ্ববিদ্যালয়ত চাকৰি কৰা দুজন পিয়নৰ শৰণ ললোঁ। পলাশবৰীয়াজনে কলে— বুকত ধেঁহ মাৰি ধৰা বুলে; নলবৰীয়াজনে কলে— বুকত বিন্ধি ধৰা। এটাও মনঃপুত নহল। আৰু এজনক সুধিলোঁ। এওঁ কলে, নলবাৰীৰ ফালে 'জব্‌কাই ধৰা' বোলে। কথাষাৰ মোৰ মনত লাগিল। বিশেষকৈ এই কাৰণে যে শিক্ষাবিদ শৰৎচন্দ্ৰ গোস্বামীয়ে এখন সৰু ইংগ-অসমীয়া অভিধানত 'জবকা' শব্দটো ব্যৱহাৰ কৰিছিল।

নাইটমেয়াৰ শব্দৰ মেয়াৰ হ'ল এক দেওৰ নাম; জবকাৰ দেও।

## ১২৬

কেইদিনমান আগেয়ে ৮৬ বছৰ বয়সীয়া খ্যাতিমান ভাষাতাত্ত্বিক পণ্ডিত সুনীতিকুমাৰ চট্টোপাধ্যায়ৰ মৃত্যু হ'ল। অলপ নিগ্ৰোৰ দৰে সৰু পাক থকা কেঁকোৰা চুলি, ভোটোকা নাক আৰু থাওকাল শৰীৰেৰে এই মানুহজন আছিল উদ্যমী আৰু বহু বিষয়ত আগ্ৰহী। কলিকতাত পঢ়াকালত এদিন তেওঁৰ ক্লাছত উপস্থিত আছিলোঁ। তেওঁ থিয় হৈ চকীত ভেজা দি কিবা এটা বুজাই আছিল। তেওঁৰ গাৰ ভৰত চকী হঁহকি হঁহকি কাঠৰ চাংখনৰ কাষ পালেগৈ, তেওঁ বাগৰি পৰে এতিয়া। মই উঠি কবলৈ বাধ্য হলোঁ, ছাৰ, চকীখন বাগৰি পৰোঁ পৰোঁ। তেওঁ ততালিকে সাৱধান হ'ল।

তেওঁক মাজে সময়ে অ'ত ত'ত লগ পাইছোঁ, গুৱাহাটীতো, আন ঠাইতো, কিন্তু আন দুই-চাৰিৰ দৰে মই কেতিয়াও তেওঁৰ পৰা চাৰ্টিফিকেট বিচৰা নাছিলোঁ। তেওঁ বহু দেশ ভ্ৰমণ কৰিছে, সেইকাৰণে মাথোন মই আমেৰিকালৈ অধ্যাপকৰূপে যাবৰ সময়ত দিহা বিচাৰিছিলোঁ—তাত মই কেনে ধৰণে চলিম সেইবিষয়ে। তেওঁ গীতাৰ 'যোগক্ষেম' কথাষাৰৰ দৃষ্টান্ত দি জনাইছিল যে নিজৰ যি ভাল তাক সংৰক্ষণ কৰি যি নতুন ভাল আন ঠাইত পোৱা যায় সেইখিনি গ্ৰহণ কৰিব লাগে। 'যোগক্ষেম' শব্দটোৰ এই ব্যাখ্যা সচৰাচৰ পোৱাটো নহয়।

সুনীতিকুমাৰৰ এটি উল্লেখযোগ্য গুণ আছিল বিক্ষিপ্ত চৌপাশে সিঁচৰতি হৈ থকা সমল গোটাই-পিটাই তেওঁ চিজিল লগাই সজাব পাৰিছিল। তেওঁৰ ভাষাতাত্ত্বিক অৱদান পুৰণি ধৰণৰ হলেও তাৰ ঐতিহাসিক মূল্য যথেষ্ট। এই বিষয়ত ভাৰতীয় পণ্ডিতৰ মাজত তেওঁ বাটকটীয়া, অগ্ৰণী। আনহাতে গুনিবলৈ পোৱা যায় যে নতুন ধৰণৰ ভাষাতাত্ত্বিক গবেষণাত তেওঁ উদগনি দিবলৈ টান পাইছিল।

সুনীতিকুমাৰে অসমীয়া ভাষাৰ অস্তিত্ব স্বীকাৰ কৰিবলৈ বাধ্য হলেও তেওঁ লিখা কিতাপত অসমীয়াভাষীৰ লেখ কমাই দেখুৱাবলৈ যত্ন কৰা প্ৰৱণতা এটি লক্ষ্য কৰিব পাৰি। ১৯৬১ চনত ছপা হোৱা কিতাপ এখনত দেখুৱাইছিল অসমীয়াভাষীৰ সংখ্যা মাত্ৰ ৩০ লাখ; আগডোখৰত আছিল

ঊনৈশ লাখহে! আকৌ এঠাইত লিখিছিল যে নৰনাৰায়ণৰ ৰাজভাষা আছিল বঙালী — এইটোও বিতৰ্কৰ সামগ্ৰী। উত্তৰ বঙ্গ একেবাৰে অসম-কমতাৰ সীমাত সোমাই থকাহেতেন এনে সিদ্ধান্ত কৰিবলৈ টান হ'লহেতেন। সপ্তদশ শতিকাৰ পৰা কোচবিহাৰ - ৰংপুৰ অঞ্চল মোগল সাম্ৰাজ্যৰ জৰিয়তে বঙালী সংস্কৃতিৰ আয়ত্তলৈ গ'ল। বঙলুৱা সাঁচ ভালকৈ বহাৰ পাচত আপুনি এতিয়া 'মনেৰ মতন' সিদ্ধান্ত উলিয়াই থাকক! এইখিনিতে উল্লেখ কৰোঁ অসম কংগ্ৰেছৰ অনুগ্ৰহতে কোচবিহাৰ বঙ্গদেশৰ লগত চামিল হ'ল। কোচবিহাৰৰ ৰজা আৰু আন মানুহে অসম কংগ্ৰেছক কাবৌকোকালি কৰিছিলহি, কিন্তু আমাৰ নেতাসকলে ভয় কৰিলে জানোচা কোচবিহাৰ লগ লাগিলে আহুকাল সৰহহে হয়। মূৰকত পেটেলে ৰাজ্যখন বঙ্গদেশৰ লগত চামিল কৰিলে। নেহৰুৱে কোচবিহাৰ অসমত লগ লাগিব খোজাত আপত্তি কৰা নাছিল। হিউৱেন চাঙে কামৰূপৰ ভাষাৰ কথা উল্লেখ কৰি গৈছে, বঙালী ভাষাৰ উল্লেখ তেওঁৰ ভ্ৰমণ কাহিনীত নাই। এই কথাই বঙালী ভাষাৰ প্ৰাচীনত্ব প্ৰমাণ কৰিবৰ সময়ত সুনীতিকুমাৰক যথেষ্ট আহুকাল দিছিল!

সুনীতিকুমাৰতকৈ ডঃ অমিয়কুমাৰ চক্ৰবৰ্ত্তীৰ লগত মোৰ সম্পৰ্ক আছিল অলপ ঘনিষ্ঠ। এওঁৰ পিতৃ এসময়ত গৌৰীপুৰৰ নায়েব আছিল। ডঃ চক্ৰবৰ্ত্তী মোৰ শিক্ষকো আছিল! পিচলৈ তেওঁ বহুত বছৰ আমেৰিকাৰ বিভিন্ন বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। তেওঁৰ কবি হিচাপেও সুখ্যাতি। ১৯৬৬ চনত ব্লুমিংটনত সাহিত্য আৰু জনকৃষ্টি বিষয়ৰ দুখন কনফাৰেঞ্চ লগালগিকৈ পতা হৈছিল। ডঃ চক্ৰবৰ্ত্তী সাহিত্যবিষয়ক ভাষণ দিবলৈ তালৈ গৈছিল। তেওঁক এদিন দেখিবলৈ পাই ভাল লাগিল। মই ওচৰ চাপি গলোঁ, লগতে আন তিনিজন বঙালী ডেকাও। আমি কথাবতৰা হৈছিলোঁ ইংৰাজী ভাষাত। ডঃ চক্ৰবৰ্ত্তীয়ে হাঁহি মন্তব্য কৰিলে, "চোৱা, একেটি ভাষাই (অৰ্থাৎ বঙালী ভাষাই) কেনেকৈ আমাৰ আটাইকে একে ঠাইতে লগ লগাইছে।"

মই যে বঙালী ভাষা কাম চলাকৈ নাজানো এনে নহয়, কিন্তু মই ওচৰ চাপিছিলোঁ মানুহজনৰ প্ৰতি শ্ৰদ্ধাত, বঙালী ভাষাৰ আকৰ্ষণত নহয়। জনকৃষ্টিৰ কনফাৰেঞ্চখনৰ এটি শাখাত মোক সভাপতি পতা হৈছিল। তাত অৱশ্যে মানুহে ৰচনা পাঠ কৰে নাইবা কোনো বিষয়ত চমু ভাষণ দিয়ে; দীঘল সভাপতীয় ভাষণ দিয়া নিয়মো তাত নাই।

## ১২৭

দুবছৰমান হ'ল হবপায়, মোৰ পুৰণি ছাত্ৰ এক সাংবাদিকৰ ঘৰত লগ পাইছিলোঁ চাপৰকৈ এগৰাকী বঙালী মহিলা। মোৰ ছাত্ৰ বন্ধুৱে মোৰ নামটো কোৱা মাত্ৰকে মহিলাগৰাকীয়ে কলে, "মোক চিনিব পৰা নাই? মই আৰতি... আমি একেলগে পঢ়িছিলোঁ।" মোৰ মনত পৰিল, বিশেষকৈ এক বিশেষ কাৰণত। মোৰ সহপাঠী ছাত্ৰীৰ লগত কথা - বতৰা নাছিল বুলিলেই হয়, যি এগৰাকী অসমীয়া ছাত্ৰী তেওঁৰ লগতহে অলপ দোস্তি। ষষ্ঠ বাৰ্ষিক শ্ৰেণীত পঢ়ি থাকোঁতে এদিন অকস্মাৎ এখন বেনামী চিঠি পালোঁ। ইংৰাজীত লিখা চিঠিখনত অনুৰোধ কৰিছে যে ধেমালিত ৰচনা কৰা লগত দিয়া পদ্যটো যেন ষষ্ঠ বাৰ্ষিক ইংৰাজী শ্ৰেণীৰ ছাত্ৰসকলক দেখুওৱা হয়। কলিকতাৰ বিভিন্ন জনাজাত কলেজৰ ছাত্ৰ-ছাত্ৰীক ব্যঙ্গ কৰি ৰচা পদ্যটো কোনে ৰচনা কৰিলে জানিবলৈ কৌতূহলী হৈছিলোঁ। কিয় জানো মোৰ মনত খেলালে এইটো আৰতিৰ ৰচনা। তেওঁক এদিন বাটত লগ পালত কলোঁ, আপোনাৰ কবিতাটো বঢ়িয়া। তেওঁ ততালিকে — নাই নাই মই লিখা নাই বুলি আঁতৰ হ'ল, দুখোজমান গৈ উভতি চাই এটি হাঁহি মাৰিলে।

মাইকী মানুহৰ নাই নহয় আৰু 'বিহসি পালটি নেহাৰি' অৰ্থাৎ উভতি চাই মৰা হাঁহিৰ অৰ্থ সৰল নহয়। এতিয়াও মই সঠিককৈ কব নোৱাৰোঁ এইটো কাৰ ৰচনা, হয়তো আৰতিৰে। এওঁ এতিয়া স্বামীৰ লগত কলিকতাত থাকে। পদ্যটো এই —

কলেজ বন্দনা

প্রেসিডেন্সী চালিয়াৎ
চালের জোরেই চলে;
বিদ্যাসাগর simpleton
উস্কো খুস্কো চুলে।
রিপন কলেজ goody goody
পরিপাটি কোঁচা,

সযতনে চামলে চলে
চাচা আপন বাঁচা।
মেডিক্যাল ত চরমপন্থী
বদামির আগডালে,
ডারউইনের থিওরীটা
জ্যান্ত হয়ে জ্বলে।
যাদবপুর সে আকাট গোঁয়াড়
ঠ্যাঙ্গানীতে পাকা ;
শিবপুর সব রাজার জামাই
বিদেশী রামখোকা।
আশুতোষের সহশিক্ষায়
সুবর্ণ ফল ফলে,
তৈরী হচ্ছে largescale
effeminate ছেলে।
ছাঁপোষা সে সিটি কলেজ
রাত বিরেতে পড়া,
সমস্ত দিন অফিস কোরে
commercial মড়া।
সেন্টজেভিয়ার্স জানই ত ভাই
beyond redemption ;
ফুলবাবু সব স্কটিশ গোপাল
কাদার backbone।
ভার্সিটিতে গলায় কন্ঠী
পরকীয়া ভাব,
মর্ত্তে থাকে, নেহাৎ নাকি
স্বর্গে স্থানাভাব।

উপসংহার —

ডিগ্রী নদীর ফল্গুধাৰা
ঝিরি ঝিরি বয়,
তারই রসে সিক্ত সবে
অন্য কিচ্ছু নয়।

এই আমোদজনক ৰচনাকণ মৌলৈ পঠিওৱাৰ কাৰণ সম্ভৱ এইয়ে যে মই ছাত্রহিচাবে কলিকতাৰ লোক নহওঁ আৰু সেইকাৰণে নিৰপেক্ষ।

১২৮

গজেন বৰুৱাই কলিকতাত থকা দিনত এদিন হোষ্টেললৈ আহি মোৰ লগত কথা পাতি থাকোঁতে মোক চাই চাই ছবি (স্কেচ্) এখন আঁকিছিল। সেইখন বিচাৰি পাই চম্পাক কলোঁ, এইখন গজেন বৰুৱাৰ চিন, যা এলবামত ভৰাই থগৈ। তেওঁতো গলেই, মোৰ কাৰণে চাগৈ স্বৰ্গত বৈ আছে।

তুমি স্বৰ্গলৈ যাবানে কি?
স্বৰ্গলৈ নগৈ নৰকলৈ যামনে কি?
স্বৰ্গত আমনি লাগিব, নৰকহে ভাল।
নৰকত পুৰি মৰিব লাগিব।
কিয়, ষ্ট্ৰাইক কৰিবা।

তাইৰ কাৰণেই এই কিতাপখনৰ ৰচনা। আমাৰ ঘৰৰ ল'ৰা-ছোৱালী গতানুগতিক ধৰ্ম্ম (আচাৰ), স্বৰ্গ, নৰক, এইবিলাক কথাত কিছু পৰিমাণে নিৰ্বিকাৰ। খোৱা-বোৱাতো সিহঁতৰ বাছ-বিচাৰ একো নাই। সৰুকালি গধূলি তুলসীৰ গুৰিত চাকি জ্বলাইছিলোঁ আৰু কেতিয়াবা চোতালত বহি কীৰ্ত্তনো পঢ়িছিলোঁ। এনে অভ্যাস আজিকালি লোপ পোৱা ভালৰ কাৰণে নে বেয়াৰ কাৰণে থিৰ কৰিবলৈ টান পাওঁ। তুলসীৰ গুৰিত গধূলি চাকি জ্বলাই উবুৰি হৈ সেৱা জনোৱা বোৱাৰীৰ ছবিটো আন কাৰণে নহলেও সৌন্দৰ্য্যবোধ বা নন্দনতত্ত্বৰ ফালৰ পৰা আকৰ্ষণীয় যেন লাগে।

১২৯

ছাত্ৰ আৰু শিক্ষকৰ মাজত কেতিয়াবা সৰুসুৰা সংঘৰ্ষ ওপজে; ছাত্ৰও মানুহ শিক্ষকো মানুহ, মানবীয় দুৰ্বলতা দুয়োপক্ষৰে থাকে। ছাত্ৰই শ্ৰেণীত প্ৰশ্ন কৰিলে খং কৰা যুগুত নহয়, বৰং ছাত্ৰই প্ৰশ্ন কৰিলেহে সৎ শিক্ষকে নিজৰ কামত তৃপ্তি লভে আৰু পঢ়াশুনা কৰিবলৈ উদগনি পায়। শিক্ষকে প্ৰশ্নৰ উত্তৰ দিবলৈ টান পাই বাগি দিয়া বা কেতিয়াবা ছাত্ৰকে জগৰীয়া কৰা চানেকি বিৰল নহয়। এইটো মই শুনা কাহিনী ঃ বহুদিন আগৰ কথা। এক ন শিক্ষক শ্ৰেণীত সোমাইছেহে এনেতে এজন ছাত্ৰই প্ৰশ্ন কৰিলে, "ছাৰ, তদ্ধিত কাক বোলে?" শিক্ষকে ততালিকে — কি, তদ্ধিত, তদ্ধিত? ষ্টেণ্ড আপ অন দি বেঞ্চ! ষ্টেণ্ড আপ!! — এইজন বোলে এতিয়া ধনসমৃদ্ধ এডভোকেট।

মোৰ নিজৰ শিক্ষকতা জীৱনত মাজে সময়ে যে শ্ৰেণীত বিৰক্তি প্ৰকাশ কৰা নাই এনে নহয়, কিন্তু এদিনহে ছাত্ৰই প্ৰশ্ন কৰা কাৰণে উষ্মা প্ৰকাশ কৰিছিলোঁ। মই যেতিয়া বিশ্ববিদ্যালয়ৰ কৰ্মাছ বিভাগত ক্লাছ লওঁ তেতিয়াৰ কথা। কিবা এটা একান্তমনে বুজাই আছোঁ, মাজতে ছাত্ৰ এজনে প্ৰশ্ন এটা কৰিলে। মই ধৈৰ্য্য ধৰিব নোৱাৰি কলোঁ, বহি থাকা। মই কব পাৰিলোঁহেতেন — পিচত কম, পিচে সেইটো নহলগৈ।

জগৰ লাগিল তাতে। চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ বয়সীয়া ছাত্ৰ, নিজ সম্বন্ধে ধাৰণা এটা উপজিছে। তাৰ উপৰি তেওঁ আছিল — পিচত গম পোৱা মতে — পুলিচৰ সংবাদ যোগনিয়াৰ। তেওঁ কৰিলে কি, চোৰাংচোৱা বিভাগত ৰিপোৰ্ট দিলে মই হেনো কমিউনিষ্ট পাৰ্টিৰ চেক্ৰেটেৰি, অৱশ্যে এই সন্মানসূচক পদটো জিলা নে প্ৰাদেশিক পাৰ্টিৰ লগত জড়িত নাজানিলোঁ। মই যেতিয়া বন্দুকৰ লাইচেঞ্চৰ কাৰণে দৰ্খাস্ত কৰিলোঁ তেতিয়া এই ৰিপোৰ্টে কম আহুকাল দিয়া নাছিল। ছাত্ৰজন এতিয়া চৰকাৰী চাকৰিয়াল।

আৰু এটা ঘটনা। এইটোৰ সোঁৱৰণে মোক বেজাৰ দিয়ে। মই তেতিয়া কটন কলেজত। অনাৰ্ছ ক্লাছত এখন কবিতাৰ কিতাপ আৰম্ভ কৰিব লাগে। মই ছাত্ৰকেইজনক কলোঁ, তোমালোকে অমুক অমুক কিতাপত এই কথাটোৰেনো (অৰফিক মিষ্টিয়াৰিজ) কি বুজায় চাই আহিবা, তেতিয়া

পঢ়াবলৈ উজু পাম। সময়ত মই তেওঁলোকক প্ৰশ্ন কৰিলোঁ। তেওঁলোকৰ কোনেও সেই সামান্য কষ্টখিনি নকৰিলে। বিৰক্ত হৈ মই অলপ টানকৈ কলোঁ, কিয়নো ইংৰাজী সাহিত্যত অনাৰ্ছ লোৱাটো ধেমালিৰ কথা নহয়। মই টানকৈ কোৱা কাৰণে এজন ছাত্ৰই ঠেহ কৰি অনাৰ্ছকে এৰি পেলালে। মোক দেখাও নিদিয়া হ'ল। শ্ৰেণীত সেইজনেই সম্ভব ভাল ছাত্ৰ আছিল। বহুত বছৰৰ পিচত এওঁক লগ পালত কৈছিলোঁ, তুমি সেই কামটো কিয় কৰিলা? শিক্ষকে ছাত্ৰক খং কৰে মৰমত, এটা বিশেষ উদ্দেশ্যত, স্বাৰ্থৰ বশ হৈ নহয়। সেই ছাত্ৰজন এতিয়া স্কুল এটাৰ হেডমাষ্টৰ।

এটা তৃপ্তিদায়ক ঘটনা মনত পৰিছে। যোৰহাট এৰিবৰ চাৰি পাঁচবছৰ হোৱাৰ পাচত এদিন অকস্মাৎ পুৰণি ছাত্ৰ এজনৰ পৰা চিঠি এখন পালোঁ। তেওঁ কেইবাবেলিও বি-এ পৰীক্ষাত ফেল কৰি বিমোৰ হৈ মোৰ সহায় ভিক্ষা কৰিছে। মই জনালোঁ — তোমাৰ ইংৰাজীত পাছ কৰিবৰ জোখাৰে বিষয়ৰ জ্ঞান নিশ্চয় আছে, লিখাত চাগে ভুল হয়। তুমি দুটামান প্ৰশ্ন লিখি পঠিয়াই দিয়া। তেওঁ পঠিয়াই দিলে, মইও চাই দিলোঁ। সেই বছৰ মোৰ উদগনিত নাইবা নিজৰ যত্নতে ছাত্ৰজনে পাছ কৰিলে। পাছ কৰি তেওঁ বিশ্ববিদ্যালয়লৈ আহিছিল পঢ়িবলৈ, পিচে অলপ দিন থাকি উভতি গ'ল।

শিক্ষক সৰ্ববজান নহয়। কোনো ছাত্ৰৰ প্ৰশ্নৰ উত্তৰ লগে লগে দিব নোৱাৰিলে সৰলভাবে নাজানো বুলি কলে শিক্ষকজন আস্থাভাজন হয়, মাথোন তেওঁ পিচত জানি লৈ সেই কথা ছাত্ৰকো জনাব লাগে। শিক্ষকৰ নিজৰ জানিবৰ আগ্ৰহ নাথাকিলে তেওঁ মানসিক নেতৃত্ব হেৰুৱায়, ফলত তেওঁ কেতিয়াবা মানো হেৰুৱাব পাৰে। ছাত্ৰৰ পৰা শিকাটোও লাজৰ কথা হ'ব নালাগে।

## ১৩০

এক শ্ৰাদ্ধৰ নিমন্ত্ৰণলৈ যাওঁতে তেওঁক অৰ্থাৎ মোৰ এক পুৰণি শিক্ষকক লগ পালোঁ, তেওঁ মোৰ কাষ পাওঁতে মই ততালিকে থিয় হৈ তেওঁক সন্মান

জনালোঁ। তেওঁ বহিল আৰু কথা প্ৰসঙ্গত মন্তব্য কৰিলে,"আজিকালি মানুহে কয় পি এইচ্‌ছ ডিৰ মান হেনো বহুতো নামিল?"

মই নম্ৰভাবে কলোঁ, "ছাৰ, বিশেষ এক পদ্ধতি অনুসৰণ কৰিহে এই উপাধি দিয়া হয়, এনেস্থলত ইয়াৰ মান কমিল বা বাঢ়িল কবলৈ টান। আৰু ইউনিভাৰ্ছিটি গ্ৰাণ্টছ কমিশ্যনেই মস্কিল লগালে — এতিয়া মাইকী মানুহক নেকলেছ এডাল লগাৰ দৰে প্ৰত্যেক শিক্ষককে ডক্টৰেট লগা হ'ল, কিতাপখন প্ৰকাশ হ'ল বা নহ'ল। সৰহ থিচিছতো প্ৰকাশ নহয়ে, আপোনাৰখনেই দেখোন নোলাল, তাৰ মূল্যও চাগৈ এতিয়া নাইকীয়া হ'ল।"

মোৰ কথা শুনি বুঢ়াৰ মুখৰ মাত হৰিল। মই আকৌ যোগ কৰিলোঁ ঃ "মোৰ কিতাপখনৰ দেশে বিদেশে যি সমাদৰ হৈছে বা মই উপস্থাপন কৰা সমল বিদেশী কিতাপত যি দৰে সোমাই গৈছে সেই সৌভাগ্য সকলোৰে নিমিলিবও পাৰে।" তেওঁ আৰু কি কব? মই সুধিলোঁ, "ছাৰ, আপোনাৰ ঘৰত এচাম এছোছিয়েশ্যনৰ কিবা পুৰণি ৰিপোৰ্ট থাকিব পাৰেনে?" মাণিকচন্দ্ৰ বৰুৱাৰ বিষয়ে গবেষণা কৰোঁতে এই এছোছিয়েশ্যনৰ বিষয়ে মোৰ জানিবৰ দৰ্কাৰ হৈছিল, আনহাতে এই সম্পৰ্কৰ কাগজ-পত্ৰ পাবলৈও টান।

তেওঁ উত্তৰ দিলে, "নাই, মই সাহিত্য কৰা নাছিলোঁ নহয়।"

"এইয়া সাহিত্য নহয়, ৰাজনীতিহে ছাৰ।"

"মই ৰাজনীতিও কৰা নাছিলোঁ, মই চাকৰিহে কৰিছিলোঁ।"

মই আৰু কি কম, মোৰ নিজৰে মুখৰ মাত হৰিল। তেওঁ লাহেকৈ উঠিল, ময়ো ততালিকে থিয় হৈ সসন্মানে তেওঁক বিদায় দিলোঁ। মই অভদ্ৰামি কৰিবলৈ মন নকৰিও দুআষাৰ কথা শুনাবৰ দৰ্কাৰ বোধ কৰাৰ কাৰণ আছিল ঃ তেখেত বৰ মানুহ ; বৰ এই অৰ্থত যে তেওঁ এসময়ত ডাঙৰ চৰকাৰী বিষয়া আছিল, বিদ্যা আৰু বিষয়ৰ গুণত তেওঁ আনৰ ওপৰত মন্তব্য কৰিবৰ নাইবা ৰিপোৰ্ট লিখিবৰ সুযোগো পাইছিল আৰু এই সুযোগৰ তেওঁ কৰিছিল অপব্যৱহাৰ।

## ১৩১

তোষামোদ কৰা অভ্যাসটো ভালনে বেয়া সেই কথা তুলিব খোজা নাই, কিন্তু এই কামত যে দুই-চাৰি লোক অতি পাৰ্গত তাত সন্দেহ নাই। মোৰ কটন কলেজত চাকৰি কৰা দিনৰ সহকৰ্মী এজনৰ কথা কওঁ। এওঁ কথা-বতৰা সজাই কব পাৰে, শুনি বেয়া নালাগে। মই তেওঁৰ ঘৰত সৌজন্যসূচকভাবে দুই-চাৰিদিন ভুমুকি মাৰিছিলোঁ। মই কটন কলেজ এৰাৰ পিচত তেওঁক কেতিয়াবা বাটে - পথে লগ পাইছোঁ, তেওঁ কিন্তু কেতিয়াও মোৰ খবৰ কৰা নাই নাইবা মোৰ ঘৰত শ্ৰীচৰণৰ ধূলি দিয়া নাই। তিনিবছৰমান আগৰ কথা, এদিন অকস্মাৎ তেওঁ মোলৈ ফোন কৰিলে। তেওঁৰ মাত শুনি মই অলপ আচৰিতেই হলোঁ– "হেঃ হেঃ ডঃ গোস্বামী, আপোনাক বহুদিন লগ পোৱা নাই, আশাকৰো ভালে আছে।.... আপুনিতো লিখা-পঢ়া লৈয়ে থাকে। আপুনিয়ে আমাৰ এতিয়া মুখ্য পণ্ডিত। মই অলপতে দিল্লীৰ পৰা আহিলোঁ, তাত দেবকান্ত বৰুৱাক লগ পাইছিলোঁ। তেওঁও ক'লে বোলে হয়, বিৰিঞ্চি কুমাৰ বৰুৱা যোৱাৰ পৰা আমাৰ পণ্ডিত নাইকিয়াই হ'ল মাথোন ডঃ গোস্বামীহে আছে। হয়,ময়ো কলোঁ, হেঃ হেঃ ......"

তেওঁৰ বক্তৃতা শুনি মই হুচিয়াৰ হলোঁ, কলোঁ, আপোনাক কি লাগে কওকচোন। তেওঁ — "হেঃ হেঃ কথাটো একো নহয়, এটা সৰু কথা। পিচে আপোনাৰ নিচিনা মানুহে আপত্তি কৰিবনে? মই জানো ..."

গম পালোঁ, তেওঁৰ জোঁৱায়েকে পাঠ্যপুথি এখনত মোৰ ৰচনা এখন লৈছে , এতিয়া মোৰ অনুমোদন লাগে। এই সাধাৰণ কথাটোৰ কাৰণেই ইমান দীঘল ভূমিকা।

## ১৩২

ইংৰাজ পণ্ডিত ডঃ জনছনৰ মন্তব্যবিলাক জ্ঞানগৰ্ভতা আৰু উপযুক্ততাৰ কাৰণে সুবিখ্যাত। তেওঁ এক প্ৰসঙ্গত কৈছিল ঃ "কিতাপ এখন লিখি মানুহজনে ভাবে তেওঁ সংসাৰৰ আন মানুহতকৈ সৰহ জ্ঞানী বা সৰহ ৰসিক; তেওঁ ধৰি লয় যে তেওঁ ইসকলক শিক্ষা নাইবা ৰস যোগাবলৈ সমৰ্থ। যি ৰাইজলৈ লক্ষ্য কৰি তেওঁ লিখে সেই ৰাইজেহে সৰব শেহত, তেওঁৰ শ্ৰমৰ সাৰ্থকতা কিমান তাৰ বিচাৰ কৰিব লাগিব।"

১৩৩

মহেন্দ্ৰ শৰ্ম্মাই তেতিয়া তুৰাত মাষ্টৰী কৰে, মাজে সময়ে গুৱাহাটীলৈ আহে আৰু মোৰ ঘৰত আলহী হয়। মই তেতিয়া হেপিভিলাত সৰু ঘৰ এটা লৈ অকলে থাকোঁ। চাপৰকৈ মানুহজন, চকুত হাঁহি আৰু পেটত টেটকুটীয়া গল্প। তেওঁ আহিলে মই ভাল পাওঁ। মাষ্টৰীৰ গতানুগতিক জীৱন আৰু অলপীয়া দৰমহাখিনিৰে সন্তুষ্ট হব নুখুজি তেওঁ মেলিলে ব্যৱসায়লৈ মন।

তেওঁ কোৱামতে, ব্যৱসায়ত ধন লাভ নহলেও অভিজ্ঞতা কিছু লাভ হ'ল—ডাক্তৰে কেনেকৈ 'পাতিত' পানীৰ বেজী দি ধন লয়, মহাজনে কেনেকৈ ধান বেচিবৰ সময়ত বোকা ছটিয়াই ধানৰ ওজন বঢ়ায়, ঠিকাদাৰে কেনেকৈ নাদ তললৈ নাখান্দি ওপৰৰ ঘেৰটো বঢ়াই বিল দিয়ে নাদ দ কৰা বুলি, দাৰোগাই কেনেকৈ বেপাৰীয়ে মাছ নিদিলে মাছবিলাক গেলা বুলি দলিয়াই পেলায়, ইত্যাদি। মই কলোঁ, আপুনি লিখি উলিয়াওক। তেওঁ মোৰ ঘৰতে বহি লিখা আৰম্ভ কৰে। তেওঁৰ প্ৰথম কিতাপ 'মিষ্টাৰ দাসৰ ভেজাল নোহোৱা কথা' মোৰ উদ্যোগত প্ৰকাশ হৈছিল। তেওঁ নিজৰ নাম নিদি 'পপীয়া তৰা' ছদ্ম নামত লিখিছিল।

ব্যৱসায়ৰ সময়ত চৰকাৰী চাকৰিৰ পৰা ছুটি লৈ শৰ্ম্মা আছিল গাৰো পাহাৰৰ সীমাৰ দাইনাডুবি নামে ঠাইত। গাৰো নৰ-নাৰীৰ সৰল মুকলিমূৰীয়া জীৱন লক্ষ্য কৰি তেওঁ ৰচনা কৰিছিল 'চাৰেংমাৰ গাভৰু' নামেৰে এখনি সৰু উপন্যাস। এইখন ছপা কৰিছিল লয়াৰ্ছ বুকষ্টলে। অসমীয়া ভাষাত জনজাতীয় জীৱনৰ অভিজ্ঞতা লৈ ৰচনা কৰা উপন্যাসৰ অভাবলৈ চাই কিতাপখনৰ মূল্য যথেষ্ট। পিচে মস্কিল হ'ল এই যে কিতাপখন পৰিল এক ৰাজ বিষয়াৰ গাৰো ঘৈণীয়েকৰ হাতত। তেওঁ পঢ়ি গাৰোসকলৰ যি ছবি তাত বৰ্ণনা কৰা হৈছে সেইটো পচন্দ নকৰিলে। তেওঁ গিৰীয়েকৰ ওচৰত ওজৰ তুলিলে। গিৰীয়েক ওচৰ চাপিল মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিৰ। মেধিয়ে বিচিত্ৰনাৰায়ণ দত্তবৰুৱাক মতাই নি কলে, "এনে কিতাপ ইংৰাজী ভাষাত পায়, আমাৰ ইয়াত কিন্তু এনে কিতাপে সমস্যাহে সৃষ্টি কৰে। আপুনি কিতাপখনৰ প্ৰচাৰ বন্ধ কৰক।" কিতাপখন বেচৰকাৰী ভাবে নিষিদ্ধ

হ'ল। মেধিয়ে অৱশ্যে গাৰোবিলাকক অসমত ৰাখিব নোৱাৰিলে।

শৰ্মাৰ অপ্ৰকাশিত ৰচনাৱলীৰ ভিতৰত অসমৰ হাবিৰ জীৱন — কাঠ কটা, হাতী ধৰা ইত্যাদি লৈ ৰচনা কৰা 'হাবিৰ কেৰেচীয়া ছাঁ' উল্লেখযোগ্য। এইখনত কাব্যিক সৌন্দৰ্য্যৰো অভাব নাই। এই প্ৰতিভাশালী মানুহজন অকালতে স্বৰ্গী হ'ল।

## ১৩৪

বহুত মানুহে সাহিত্য প্ৰসঙ্গত নাইবা সমাজৰ উন্নতি প্ৰসঙ্গত 'সত্যম্ শিৱম্ সুন্দৰম্' কথাষাৰ আওৰায়। কথাষাৰৰ অৰ্থ এওঁলোকে যি কৰে সিও সুস্পষ্ট নহয়। বঙালী আলোচনী 'দেশ' পঢ়ি গম পালোঁ এই উক্তি বোলে কোনো সংস্কৃত কিতাপৰ পৰা চয়ন কৰা নহয়, ই বোলে আধুনিক সংস্কৃতহে। ভিক্টৰ কুজেঁ নামৰ ফৰাছী দাৰ্শনিক এজনে ব্যাখ্যা কৰিছিল যে ভগবানৰ স্বৰূপ প্ৰকাশ হয় সত্য শিৱ আৰু সুন্দৰ এই তিনি মাধ্যমৰ যোগেদি। এই ফৰাছী ব্যাখ্যাৰ প্ৰতিধ্বনি ওলায় ৰবীন্দ্ৰনাথৰ ককায়েক জ্যোতিৰিন্দ্ৰনাথ ঠাকুৰৰ ৰচনাত। তেতিয়াৰ পৰা কথাষাৰ প্ৰচলিত হ'বলৈ ধৰিলে। ই এতিয়া যেনিবা ঋষিবাক্য। 'বন্দেমাতৰম' শব্দটিও অৰ্বাচীন। ভাৰতৰ ৰাষ্ট্ৰীয় নীতিবাণী 'সত্যমেব জয়তে' মুণ্ডক উপনিষদৰ পৰা সংগৃহীত।

## ১৩৫

সংস্কৃত সাহিত্যত নীতিমূলক বচন যথেষ্ট পায়; মহাভাৰতৰ অনুশাসন আৰু ভীষ্ম পৰ্ব এনে বচনেৰে ভৰি আছে। এইবিলাক নীতিবচনে সৎ অসৎ, ইন্দ্ৰিয় সংযম, অহিংসা আদি বিবিধ বিষয়ত মতামত দিলেও সামাজিক হিতত নাইবা আনক সক্ৰিয়ভাবে সহায় কৰাত জোৰ দিয়া নাই বুলিব পাৰি। প্ৰায় দুহেজাৰ বছৰ আগৰ তামিল ভাষাত ৰচিত কুৰাল নামৰ বচনবিলাকত এটি সুস্পষ্ট সামাজিক দৃষ্টিভঙ্গী লক্ষ্য কৰিব পাৰি। আনৰ হিতৰ কাৰণেই যে জীয়াই থকা দৰ্কাৰ এনে মানবীয় ভাব বহুতো কুৰালৰ আধাৰ। কেইটিমান চানেকি দিয়া হ'ল ঃ

মৰম নজনা মানুহে নিজৰ কাৰণেহে সকলো বস্তু বিচাৰে। মৰমেৰে উপচি থকাজনে নিজৰ হাড়কেইডালো আনৰ কাৰণে আগ বঢ়ায়।

প্ৰকৃত দানশীলতাই প্ৰতিদানত একো নিবিচাৰে। বৰষুণ দিয়া মেঘকণো পৃথিৱীয়ে কি দিয়ে?

দয়ালু মানুহে কিবা সম্পত্তি লাভ কৰিলে সি যেনিবা গাঁৱৰ মাজত পকা ফলেৰে ভৰি থকা ফলবান গছ এজোপাহে।

যদিও দৈৱই তোমাৰ কাৰ্য্যসিদ্ধিত বাধা দিয়ে, যত্ন যে কৰিছা সেইটোৱে তোমাৰ শৰীৰৰ খাটনিৰ পুৰস্কাৰ।

যি লোকে ভোগৰ কাৰণে ধাউতি নেদেখুৱায়, আনহাতে জানে যে বেদনা স্বাভাৱিক অভিজ্ঞতা, তেওঁ অশান্তিৰ পৰা হাত সাৰিব পাৰে।

[ মহাভাৰতৰ বনপৰ্বত পায় যে ৰোগ, শ্ৰম, অপ্ৰিয় বিষয়ৰ প্ৰাপ্তি আৰু প্ৰিয় বিষয়ৰ হানি — এই চাৰি কাৰণ শাৰীৰিক দুখৰ হেতু। শাৰীৰিক দুখৰ প্ৰতিবিধান কৰা আৰু মানসিক দুখসম্বন্ধে চিন্তা নকৰাটোৱে দুখ নিবৃত্তিৰ উপায়। আকৌ কোৱা হেছে যে আসক্তি হৈছে মানসিক দুখৰ কাৰণ; দুখ ভয় শোক আনন্দ আৰাম সকলোৰে মূলত আসক্তি।]

যিবিলাক লোকে আনৰ লগত বন্ধুতা কৰা কথাটো বুজি নাপায়, তেওঁলোকৰ কাৰণে এই বৃহৎ বিশাল সংসাৰ, দিনৰ উজ্জ্বল পোহৰতো, এন্ধাৰত সোমাই থাকে।

খেতিয়কবিলাক সংসাৰ-গাড়ীৰ ধুৰাৰ খিলা ঃ কৃষি আওকাণ কৰি যিবিলাক আন কামত ব্যস্ত, তেওঁবিলাকক খেতিয়কেই ভাতমুঠি যোগায়।

## ১৩৬

মনোৰঞ্জন শাস্ত্ৰী পণ্ডিতেই নহয়, ৰসিকো। তেওঁ এবেলি কৈছিল এটি বঢ়িয়া সাধু পুৰাণৰ পৰা। গালৱ ঋষিয়ে শিক্ষা সমাপ্ত কৰি গুৰু বিশ্বামিত্ৰক সুধিলে, প্ৰভু, আপোনাক মই কি দক্ষিণা দিওঁ? বুঢ়াই দাড়ি জোকাৰি কলে, বাপা, তুমি দুখীয়া ল'ৰা, কিনো দিবা, 'অষ্টশত ঘোটক' দিলেই হব। গালৱই

ভাল বুলি শলাগি এক ৰজাৰ ওচৰ পালেগৈ আৰু ক'লে, মোক আঠশ ঘোঁৰা লাগে। দয়ালু ৰজাই দুশ ঘোঁৰাহে দিব পাৰিলে। গালৱ তেতিয়া আন এক ৰজাৰ ওচৰলৈ গ'ল। তেওঁ কলে, যজ্ঞ কৰোঁতে কৰোঁতে মোৰ ঘোৰা শেহেই হ'ল। তুমি কাম এটা কৰা। মাধৱী মোৰ গাভৰু কন্যা। তুমি তাইক লৈ যোৱা আৰু কোনো নিপুত্ৰক ৰজাক এবছৰৰ কাৰণে দিয়াগৈ। এবছৰৰ মূৰত সন্তান উপজিলে দুশ ঘোঁৰা ফিৰ্জ লবা আৰু ছোৱালীজনী আন এজন নিপুত্ৰক ৰজাৰ ওচৰলৈ লৈ যাবা। এইদৰে তুমি তোমাৰ দক্ষিণাৰ ব্যৱস্থা কৰা। এই পৰামৰ্শমতে কাম কৰি গালৱই বিশ্বামিত্ৰ ঋষিক ছশ ঘোঁৰা দিলে আৰু শেহত মাধৱীক চমজাই দি ক'লে, প্ৰভু, দেখিছে নহয় এই কন্যাৰ মূল্য দুশ ঘোঁৰা বুলি প্ৰমাণ হৈছে, এনেস্থলত এই ছোৱালীৰে সৈতে মোৰ আঠশ ঘোঁৰাৰ ঋণ শোধ কৰিলোঁ।

আমাৰ 'শাস্ত্ৰবিলাকত' বিচাৰিলে বহুত মজাৰ কথা ওলায়।

## ১৩৭

আয়াৰলেণ্ডত জন্ম লাভ কৰা ঔপন্যাসিক জেইমজ্ জইছৰ প্ৰথম প্ৰকাশিত ৰচনা আছিল 'চেম্বাৰ মিউজিক' নামৰ এক কবিতাৰ কুকি (১৯০৭)। এই পাতল ছন্দৰ গীতধৰ্মী ছয়ত্ৰিশটা চুটি কবিতাৰ যোগসূত্ৰ প্ৰেম। ভাষা দেখাত সৰল যদিও তাত শব্দৰ প্ৰয়োগত কৌশল আছে, মানসচিত্ৰবিলাকো সুস্পষ্ট। জইছ নিজে সঙ্গীতত অভিজ্ঞ আছিল; যেন তাত সুৰ আৰোপ কৰিবৰ অৰ্থেহে তেওঁ কবিতাবিলাক ৰচনা কৰিছিল। এইবিলাক সঙ্গীতজ্ঞই ব্যৱহাৰো কৰিছে। দুটি কলি থকা অকণমান কবিতা এটা অনুবাদ কৰিবৰ মন গ'ল, কিন্তু অনুবাদ কৰিবলৈ অসমৰ্থ হৈ ভাবাৰ্থহে দিব পাৰিলোঁ ঃ

ওৰে দিন বৰষুণ পৰিল
ওলোৱাচোন ফলে ভৰা গছবিলাকলৈ ঃ
সোঁৱৰণৰ পথত পাতবোৰ
পৰি আছে ডাঠ হৈ।

সোঁৱৰণৰ পথৰ কাষত
খন্তেক বৈ আমি আঁতৰি যাম।
আহা, চেনেহী, তাত তোমাৰ
হিয়া উদ্দেশি দুটি কথা কম। (৩২)

## ১৩৮

সিদিনা এপ্ৰিল মাহত প্ৰকাশন পৰিষদে ঔপন্যাসিক হোমেন বৰগোহাঞিক পুৰস্কাৰ দিয়াৰ পাচত বৰগোহাঞিয়ে যি এটি ভাষণ দিলে তাত তেওঁ এটি ভাল কথা কৈছিল। তেওঁ কৈছিল যে লিখকে পুৰস্কাৰ বা ধনলৈ হাবিয়াহ কৰাতকৈ হাবিয়াহ কৰে মানুহৰ মনত জীয়াই থাকিবলৈ - মানুহক প্ৰভাৱান্বিত কৰিবলৈ।

এনে যুক্তিতে চাগৈ ভবভূতিয়ে ঘোষণা কৰিছিল — এদিন উপজিব মোক বুজি পোৱা লোক ঃ উৎপৎস্যতে মম কোঽপি সমানধৰ্ম্মা। ৰবীন্দ্ৰনাথে ৰচিছিল ঃ আজি হতে শত বৰ্ষ পৰে কে তুমি পড়িছ বসি আমাৰ কবিতাখানি। ইংৰাজ কবি ফ্লেকাৰে ভৱিষ্যতৰ কবিলৈ পঠিয়াইছিল শুভেচ্ছাবানী ঃ

Since I can never see your face,
And never shake you by the hand,
I send my soul through time and space
To greet you. You will understand.

লিখক জীয়াই থাকে বৰ্ত্তমানত; বৰ্ত্তমানৰ অনুভব আৰু অভিজ্ঞতাই তেওঁক যিদৰে বিতত কৰে তাৰ পৰা অব্যাহতি লভিবৰ কাৰণেই তেওঁৰ সৃষ্টি। সৃষ্টি নকৰিলে তেওঁৰ মনে শান্তি নাপায়। সকাহ নাপায়। এনে স্থলত লিখকে কিহৰ কাৰণে লিখে — ধনৰ কাৰণে, খ্যাতিৰ কাৰণে, নাইবা মনুসংহিতাৰ দৰে ভৱিষ্যততো প্ৰভাৱশালী হৈ থাকিবলৈ, সেই বিষয়ে নিৰাকৰণ কৰা টান।

এই ভাটি বয়সত 'লিখকহিচাবে' মই যেতিয়া অনাগত দিনবিলাকলৈ দৃষ্টি পঠিয়াওঁ, তেতিয়া মোৰ মন গধুৰ হয়, কিয়নো মোৰ ৰচনাৰ অন্ততঃ কিছু পৰিমাণত মোৰ অন্তৰৰ বেদনা আৰু নিঃসঙ্গতা যিদৰে সোমাই আছে, তাৰ সমঝদাৰ মই আঁতৰি যোৱাৰ পাচতো যে থাকিব বা ওলাব তাৰ আশ্বাস মই কিদৰে পাওঁ? আনহাতে, এজনৰ নিজৰ বেদনা সংশয় আন কোনজনে সেইদৰে অনুভৱ কৰিব পাৰে? তথাপি লিখক আশাধাৰী জীৱ! এক চীনা কবিয়ে এই শতিকাৰ শুৰিভাগত লিখিছিল এইদৰে ঃ

> মই ওলালোঁ দীঘল যাত্ৰাত, আৰু এই যাত্ৰাত মই কলম নিনিওঁ। যি সমিধান মই নাপালোঁ নাইটিঙ্গেলৰ গীতত নাইবা কোনো নাৰীৰ হাঁহিত নাইবা গোলাপৰ সুৰভিত, তাকে বিচাৰি ওলাইছোঁ মই।
>
> মোৰ ৰচনা তোমাৰ কাৰণে এৰি গলোঁ। সেইবিলাক পাঠ কৰিবা যেতিয়া সংসাৰৰ নীৰৱতাই তোমাক চেপি ধৰে, নাইবা তুমি অশান্তিত চটফটোৱা। ......
>
> (চাং উ-চিয়েন)

## ১৩৯

ভাষাৰ ব্যৱহাৰ সামাজিক আচৰণ। মই সমাজত অসমীয়া ভাষা ব্যৱহাৰ কৰোঁ। এই ভাষাৰ লগতে মোৰ সৰহ সম্বন্ধ, আনহাতে ইয়াৰ ওপৰত মোৰ স্বত্ব নাই। কবলৈ গলে ভাষাইহে ব্যক্তিক চালিত কৰে।

শব্দ, শব্দৰ গাঁথনি বাক্য আদি পৰম্পৰাসূত্ৰে নামি অহা বস্তু। এইবিলাকত সময়ে সময়ে কিছু বাহিৰৰ প্ৰভাৱ পৰিলেও এইবিলাকৰ সমষ্টিৰে এক স্বাধীন সত্তাৰ সৃষ্টি হয়। সেইকাৰণে, শুৰিত য'ৰ পৰাই উদ্ভৱ নহওক, আন ভাষাৰ দৰে অসমীয়াও এটি স্বাধীন সত্তা। উচ্চাৰণ, শব্দ, জতুৱা ঠাঁচ, বাক্যভঙ্গী সকলো লৈ অসমীয়া এটি স্বাধীন ভাষা — সংস্কৃতৰ প্ৰতিফলন নহয়।

লক্ষ্য কৰা গৈছে যে দুই-চাৰি অসমীয়া পণ্ডিতে নিজৰ ভাষাটো পৈত্ৰিক সম্পত্তি বুলি গণ্য কৰে আৰু আত্মবিশ্বাসৰ অভাৱত এওঁলোকে পদে পদে

সংস্কৃত ব্যাকৰণলৈ থিয়ায়। এটি চানেকি হ'ল সূৰ্য্য কাৰ্য্য আদি শব্দৰ হেণ্ডেল - ডাল গুচাই কাৰ্য কৰাটো। অসমীয়া ভাষাত য্য বানান শঙ্কৰ-মাধৱৰ দিনৰ পৰা চলি আছে; হেমচন্দ্ৰ বৰুৱাইও কাৰ্য্য সৌন্দৰ্য্যহে লিখিছিল। এই নতুন ওস্তাদসকলৰ যুক্তি — সংস্কৃত ভাষাত ৰেফযুক্ত বৰ্ণত দ্বিত্ব নাই। এই সূত্ৰতো ক'ত আছে মই বিচাৰি পোৱা নাই, তথাপি নিয়মটো মানিলেও সূৰ্য্য কাৰ্য্যত সি নাখাটে। তাৰ কাৰণ সংস্কৃত য় আৰু অসমীয়া য দুটি সুকীয়া ধ্বনি। তাৰ উপৰি য়কাৰ(y) আৰু এটি বেলেগ ধ্বনি। সংস্কৃত সূৰ্য, অসমীয়া সূৰ্য+য।

বৰ্ণ একে হলেই যে উচ্চাৰণ একে হ্ব এনে নহয়। ইউৰোপীয় ভাষাৰ ক্ষেত্ৰত 'j' আখৰটোৰ ফৰাছী, জাৰ্মান, ইংৰাজী, স্পেনিশ্ আদি ভাষাত সুকীয়া সুকীয়া ধ্বনি। তাৰ উপৰি এই ভাষাবিলাকে নিজৰ নিজৰ নিয়ম মানি চলে, টিউটনিক বা লেটিনলৈ নিথিয়ায়। সংস্কৃততো ৰেফযুক্ত বৰ্ণৰ দ্বিত্ব নহয় বুলি কব্লৈ টান, বিশেষকৈ 'য়'ৰ ক্ষেত্ৰত —

পুৰুতমং পুৰুণামীশানং ৱাৰ্য্যাণাম্।
ইন্দ্ৰং সোমে সচা সুতে।। ঋক্ ১.১.৬.২
যস্ত্বামগ্নে হৱিস্পতিদূৰ্তং দেৱ সপৰ্য্যতি
তস্য স্ম প্ৰাৱিতা ভৱ ।। ঋক্ ১.১.২৩.৮

এই ঋগ্বেদ মহাপণ্ডিত দয়ানন্দ সৰস্বতীৰ টীকা-টিপ্পনী সম্বলিত, আজমিৰৰ পৰা প্ৰকাশিত। সাহিত্য দৰ্পণৰ এক সংস্কৰণত পাইছোঁ ঃ

প্ৰৱাসো ভিন্নদেশিত্বং কাৰ্য্যাচ্ছাপাচ্চ সম্ভ্ৰমাত্।

— সাহিত্যদৰ্পণ - ৩.২০৭

ভূতকাৰ্য্যাখ্যানুমত্কীৰ্ত্তনং মতম্।

— সাহিত্যদৰ্পণ - ৬.২৩২

১৯১১ চনত কলিকতাৰ পৰা চৰ্কাৰী ধনেৰে প্ৰকাশিত ৰঘুবংশম এখনত 'ক্ব সূৰ্য্যপ্ৰভৱো বংশ ..... ' পাইছোঁ। *

ভাষাৰ ক্ৰিয়া প্ৰায় স্বাধীন, ব্যাকৰণে তাক বান্ধিব নোৱাৰে — যদিও ভাষাৰ স্বৰূপ থূলমূলকৈ বুজাত ব্যাকৰণে আমাক সহায় নকৰা নহয়। 'ব্যাকৰণে' ব্যাখ্যাহে কৰে। যি বানান নাইবা বাক্যভঙ্গী বহুকাল চলি আহি শিক্ষিত শ্ৰেণীৰ

* যি ধাৰণা কৰিব পাৰি সংস্কৃতত ডবল য় লিখা পৰম্পৰা এটিও আছে।

মাজত সমৰ্থিত হয় সেইয়ে 'লোকব্যবহাৰেণ' শুদ্ধ। হিন্দীত সুৰজ(সূৰ্য্য), তৰপন (তৰ্পণ), সিৰ (শিৰ), বঙালীত কান (কৰ্ণ), বামুন (ব্ৰাহ্মণ), সোনা (স্বৰ্ণ), সুতা (সূত্ৰ), আদি শুদ্ধ বুলি স্বীকৃত।এনে বানানৰ কাৰণে সেই সেই ভাষা তললৈ যোৱা নাই। আৰু এটা কথা। বানানত শৃঙ্খলা থকা কামনীয় বুলি মানিলেও শব্দই ভাষা নহয়; ভাষাৰ প্ৰাণ হ'ল বাক্য বা শব্দৰ গাঁথনি। ভাষাতত্ত্বৰ এইটো সূত্ৰ প্ৰাথমিক বুলিব পাৰি।

অলপ দিনৰ আগেয়ে লেখক/লিখক, লেখা/লিখা লৈ হৈ চৈ লাগিছিল। প্ৰকাশন পৰিষদৰ আইনত লিখক আৰু লিখা নিষিদ্ধ, হাৰাম। আকৌ সংস্কৃত ব্যাকৰণলৈ উভতি যোৱা। হেমচন্দ্ৰ গোস্বামী, সত্যনাথ বৰা, কণকলাল বৰুৱা, ডঃ কাকতি, ডঃ ভূঞা, যতীন্দ্ৰনাথ দুৱৰা, পণ্ডিত তীৰ্থনাথ শৰ্ম্মা আদি ভাষা-সাহিত্যহিতৈষী পুৰুষৰ আৰ্হি অকস্মাৎ দুজনমান ওস্তাদৰ অনুগ্ৰহত ভুল প্ৰতিপন্ন হ'ল। কিছুমান ক্ষেত্ৰত দুটা বানান থাকিলেও (লেখক/লিখক) কাৰো একো ক্ষতি নহয়।* এনে চানেকি ইংৰাজী ভাষাতো আছে। অসমীয়া ভাষাত প্ৰীতি সূৰ্য্য ভাগি পিৰিতি সুৰুয হ'ল, কিন্তু সংস্কৃত ব্যাকৰণৰ দোহাই দি আকৌ — পীৰিতি, সূৰুয কৰা হ'ল। প্ৰকাশন পৰিষদৰ অভিধানত -পিৰীতি। আমাৰ অব্ৰাহ্মণ পণ্ডিতসকলৰ ব্ৰাহ্মণ্য সংস্কৃতিৰ বাহন সংস্কৃতৰ প্ৰতি ওপজা এই অকাৰণ প্ৰীতি আমোদজনক। বহুতো শব্দ সংস্কৃতৰ পৰা পোনে পোনে সৰি পৰা নাই, আহিছে প্ৰাকৃত অপভ্ৰংশ আদি স্তৰৰ যোগেদি। সেইকাৰণে বহুত সময়ত তাৰ গঢ়ো লৰিছে।বানান কেতিয়াবা এনেলজি অৰ্থাৎ সাদৃশ্যৰ ওপৰতো নিৰ্ভৰশীল, যেনে — লিখক ।

আৰু এটা কথা মনত খেলাইছে। এইটো হৈছে বঙালীৰ অনুকৰণ বা নকল। ওপৰত কৈ আহিছোঁ প্ৰত্যেক ভাষাৰে সুকীয়া ধ্বনি, সুকীয়া বানান বা যোটনি, সুকীয়া বাক্যৰ গঢ় — প্ৰত্যেক ভাষাই স্বাধীন। বঙালী বানান নাইবা উচ্চাৰণ অসমীয়া বানান আৰু উচ্চাৰণৰ সৈতে একে হ্বৰ যুক্তি নাই। বঙালীয়ে লিখে ব্যক্তি, উচ্চাৰণ-বেক্তি; লিখে জ্ঞান, উচ্চাৰণ-গেঁন ....। ইংগ-বংগ

* লেখা মানে গণা ধৰিলে লেখক হয় বি গণে ; লেখা লিখাৰ এই পাৰ্থক্য বহুতে যুক্তিপূৰ্ণ পায়। উপাধি হিচাপে লিখাৰু লেখাৰু দুয়োটা দেখিবলৈ পোৱা যায়।

অভিধানত বঙালীয়ে লিখে man-ম্যান, bank- ব্যাঙ্ক (উচ্চাৰণ অসমীয়া একাৰৰ দৰে)। সেইকাৰণে ইংগ-অসমীয়া অভিধানতো ম্যান,ব্যাঙ্ক। কিতাপৰ নাম — ইংল্যাণ্ডৰ বুৰঞ্জী। অসমীয়া তেল/বেল আৰু বঙালী তেল/বেলৰ যে উচ্চাৰণৰ পাৰ্থক্য আছে কোনোবাই খবৰ ৰাখেনে?

কবলগীয়া বহুতেই আছে, কিন্তু মোৰ বক্তব্যৰ মৰ্ম এইয়ে যে ভাষাৰ ক্ষেত্ৰত মানুহ সবজান্তা আৰু জেদী নহলেই ভাল।

## ১৪০

বাতৰি পালোঁ মোৰ থিচিছৰ আমেৰিকান পৰীক্ষক ষ্টিথ টমছনৰ ১৮ জানুৱাৰী তাৰিখে (১৯৭৬) মৃত্যু হ'ল। মৃত্যুৰ সময়ত তেওঁৰ বয়স হৈছিল প্ৰায় ৯১। মই যেতিয়া ১৯৬৬ খৃষ্টাব্দত শিক্ষক হিচাবে যুক্তৰাষ্ট্ৰৰ ব্লুমিংটনলৈ যাওঁ বুঢ়াই মোক পাই ৰং পাইছিল আৰু নিজে মটৰ চলাই মোক সৰু চহৰখনৰ কিছুমান অঞ্চল দেখুৱাইছিল। ফোকলোৰ বা জনকৃষ্টি বিষয়টো বিশ্ববিদ্যালয়ৰ উচ্চশিক্ষাৰ স্তৰলৈ তোলাৰ কৃতিত্ব ডঃ টমছনৰে বুলিব পাৰি। সাধুকথা শ্ৰেণীবদ্ধ কৰাৰ তেওঁ যি বাট দেখুৱাই গৈছে সেই বাট পৃথিবীৰ চৌপাশে অনুসৰণ কৰা হৈছে। বুঢ়াই সভা এখনত কৈছিল যে তেওঁ যেতিয়া মোৰ থিচিছ পৰীক্ষা কৰিছিল সেই সময়ত ইণ্ডিয়েনা বিশ্ববিদ্যালয়ৰ ফোকলোৰ ইনষ্টিটিউটৰ পৰা মাত্ৰ এজন মানুহেহে ডক্টৰেট উপাধি লাভ কৰিছিল। কথাষাৰ শুনি মোৰ লাগিছিল বেজাৰ, কিয়নো আমাৰ দেশত কোনোবা সময়তকৈ আগ বাঢ়ি গলে সা-সুবিধা একো নাপায়, বৰং পদে পদে বাধা।*

---

* হেলছিংকি আৰু যুক্তৰাষ্ট্ৰৰ পৰা প্ৰকাশ পোৱা কিতাপত মোৰ কামৰ পৰা যে ডঃ টমছনে সহায় পাইছে এই কথা তেওঁ স্বীকাৰ কৰিছে। এখনত আছে ঃ In addition to the collections in European languages, a number of tales from works in native languages have been excerpted from P. Goswami's unpublished Ph. D. thesis, Studies in the Folklore of Assam (Univ. of Gauhati, 1953). যি বুজা যায় বিশ্ববিদ্যালয়ে মোক ডিগ্ৰি দিয়াৰ আগেয়ে তেওঁ মোৰ কিতাপৰ সমল গ্ৰহণ কৰিছিল।

আমেৰিকাত লগ পাইছিলোঁ ডঃ টমছন, ডঃ এবাৰহাৰ্ড (চীনা ভাষা আৰু সংস্কৃতিৰ বিশেষজ্ঞ) আদি পণ্ডিত। এইসকল মহীৰুহৰ ৰিজনিত আমাৰ অসমৰ এড়াগছৰে ভেম কি চাব!।

## ১৪১

একোটা ভাষাত কেতিয়াবা বিদেশী শব্দ একোটাই এনে স্থান দখল কৰে যে তাৰ অবিহনে, অন্য প্ৰকাশভঙ্গী কিবা থাকিলেও, কাম নচলা হয়। 'বেজাৰ' শব্দটোকে লওকচোন। কামৰূপত বেজাৰৰ অৰ্থ আমনি, বিৰক্তি — ফাৰ্চী ভাষাতো শব্দটোৰ সেইয়ে অৰ্থ; আনহাতে উজনিত ইয়াৰ অৰ্থ শোক। অৰ্থ যিয়ে নহওক, এতিয়া এই শব্দ বাদ দি চলিব পাৰিনে? আন তেনে শব্দ 'বিদায়'। বঙালী ভাষাত বিদায় শব্দটোৰ যথেষ্ট আধিপত্য; ৰবীন্দ্ৰনাথৰ কবিতাত এই শব্দ যিদৰে ব্যবহাৰ হৈছে তাৰ যুক্তিযুক্ততা আৰু অৰ্থগভীৰতা লক্ষ্য কৰিবলগীয়া —

হে ঐশ্বৰ্যবান,
তোমাৰে যা দিয়েছিনু সে তোমাৰি দান;
গ্ৰহণ কৰেছ যত ঋণী তত কৰেছ আমায়
হে বন্ধু, বিদায়।

অসমীয়া কবিতাতো শব্দটোৱে ক'ৰবাত ক'ৰবাত ভুমুকি মাৰে। তৃতীয় দশকৰ কবি মলিন বৰাই লিখিছিল —

ধূলিৰ ধৰাতে আঁজিও কেনিবা
আছে মোৰ সেই চেনেহী প্ৰিয়া,
হোৱা নাই পাৰ - মৰা নাই তেওঁ
জানো মই নাই বিদায় দিয়া।

দুবৰাৰ ৰচনাত বাটৰুৱাই এই শব্দৰ জৰিয়তে আৰু তীব্ৰ অনুভূতিৰ সংকেত দিছে —

কঁপি থকা ওঁঠ দুটি, নোৱাৰে ফুটাব
যাওঁ বোলা বিদায়ৰ বাণী,
দুগালে বাগৰি যায় চকুলো দুধাৰি
মাগে মাথোঁ শেষৰ মেলানি।
যাওঁ বোলা বিদায়ৰ বাণী।।

চৌধাৰী ('বিদায়', ১৯০৩), ভূএগ্রা, গণেশচন্দ্র গগৈ, দেৱকান্ত বৰুৱা আদিৰ ৰচনাতো শব্দটো দুৰ্লভ নহয়। আমাৰ ভাষাত আজিকালি বিদায় মাগ, বিদায় ল আদি কথাভঙ্গীও চলিছে। কবলৈ গলে শব্দটো বৰ আৱশ্যকীয়। এটা বিশেষ মানসিক অৱস্থাৰ সংকেত দিবলৈ ইয়াতকৈ আন ভাল প্ৰতিশব্দ নাই। মেলানিয়ে বিদায়ৰ আবেগিক কম্পন নোপজায়। শব্দটো বঙালী ভাষাৰ প্ৰভাৱত আমাৰ ভাষাত সোমাল। কিন্তু সোমাল কেতিয়া?

বিদায় শব্দৰ ৰূপ দেখাত সংস্কৃতীয়া, কিন্তু এই ধৰণৰ আৰবী (বিদাঅ) শব্দ এটা পায়। হিন্দী অভিধানত আৰবী শব্দটোকে মূল বোলা হৈছে।

এই বিদায় শব্দৰ আলোচনাৰেই মোৰ টোকাবিলাকৰ সামৰণি মাৰিলোঁ। মনৰ জীৱনী, আৰুনো কি যোগ কৰিব পাৰি?



# পৰিশিষ্ট

## প্ৰফুল্লদত্ত গোস্বামীৰ জীৱনৰ বিশেষ ঘটনাপঞ্জী

| | |
|---|---|
| ১৯১৯, ১৮ মাৰ্চ — | জন্ম |
| ১৯২৫, ২ মাৰ্চ — | পিতৃ সিংহদত্তদেৱ অধিকাৰীৰ মৃত্যু |
| ১৯৩৮ — | ৰঘুনাথ চৌধাৰীৰ প্ৰেৰণাত গঢ়ি উঠা প্ৰগতি সমিতিৰ সম্পাদক |
| ১৯৪০ — | কটন কলেজৰ পৰা ইংৰাজীত অনাৰ্চ সহ বি. এ পাচ |
| ১৯৪৩ — | প্ৰথম বিবাহ |
| ১৯৪৪ — | কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম্. এ উপাধি লাভ আৰু জগন্নাথ বৰুৱা কলেজত যোগদান |
| ১৯৪৫ — | কটন কলেজত যোগদান |
| ১৯৪৬ — | তেওঁৰ প্ৰথম কিতাপ 'মহাত্মা গান্ধী' প্ৰকাশ |
| ১৯৪৮ — | গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাণিজ্য আৰু বি. টি বিভাগৰ ইংৰাজীৰ প্ৰবক্তা নিযুক্ত |
| ১৯৫০ — | গুৱাহাটী বিশ্ববিদ্যালয়ৰ জাৰ্নেলৰ সম্পাদকীয় সচিব |
| ১৯৫০ — | দ্বিতীয় বিবাহ |
| ১৯৫৩ — | জুলাই মাহত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম গৱেষণা গ্ৰন্থ দাখিল |
| ১৯৫৫ — | ডি. ফিল. উপাধি লাভ |
| ১৯৫৮ — | লণ্ডন যাত্ৰা, ইউৰোপ ভ্ৰমণ |
| ১৯৫৯ — | বিভাগীয় প্ৰধান হিচাবে নব প্ৰতিষ্ঠিত ইংলিচ লেঙ্গুৱেজ টিচিঙ বিভাগৰ দায়িত্ব গ্ৰহণ |

| | |
|---|---|
| ১৯৬০ — | গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা তেওঁৰ গৱেষণা গ্ৰন্থ 'Ballads And Tales of Assam' প্ৰকাশ |
| ১৯৬১–৬৩ — | এচাম একাডেমিৰ সচিব আৰু The Assam Quarterly ৰ সম্পাদক |
| ১৯৬৫ — | ভাৰত-নেপাল সাংস্কৃতিক বিনিময় সন্দৰ্ভত নেপাললৈ যোৱা সাংস্কৃতিক দলৰ দলপতি |
| ১৯৬৬ — | আমেৰিকাত শিক্ষকতা, জাপান ভ্ৰমণ |
| ১৯৬৮ — | মাতৃ সুভদ্ৰা গোস্বামীৰ মৃত্যু |
| ১৯৬৯ — | Folklore Society of Assam অৰ প্ৰতিষ্ঠা আৰু এই প্ৰতিষ্ঠানৰ সভাপতি |
| ১৯৭১ — | ৰাছিয়া ভ্ৰমণ |
| ১৯৭২ — | গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্বতন্ত্ৰ লোকসংস্কৃতি বিভাগ স্থাপন আৰু উক্ত বিভাগৰ প্ৰথম অধ্যাপক আৰু প্ৰধান |
| ১৯৭৫–৭৬ — | শ্বিলঙত প্ৰতিষ্ঠিত North-East India Council for Social Science Research অৰ সভাপতি |
| ১৯৮০ — | North-Eastern Language Society ৰ সভাপতি |
| ১৯৮১ — | গুৱাহাটী বিশ্ববিদ্যালয়ৰ লোকসংস্কৃতি বিভাগৰ দায়িত্বৰ পৰা অৱসৰ গ্ৰহণ |
| ১৯৯০, ১৯ মে' — | আনন্দৰাম বৰুৱা ভাষা কলা সংস্কৃতি সংস্থাৰ পৰিচালনা পৰিষদৰ উপ সভাপতি আৰু কাৰ্য্য-নিৰ্বাহক সমিতিৰ সভাপতি |
| ১৯৯৩ — | গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা প্ৰফেচাৰ এমেৰিটাছ সম্মান লাভ |
| ১৯৯৪, ১৯ নবেম্বৰ শনিবাৰ — | মৃত্যু |

# লিখকৰ প্ৰকাশিত কিতাপ

## অসমীয়া

| | | |
|---|---|---|
| মহাত্মা গান্ধী (পুস্তিকা) | .... | ১৯৪৬ |
| এই যুগৰ সাহিত্য (পুস্তিকা) | .... | ১৯৪৭ |
| অসমীয়া জন-সাহিত্য | .... | ১৯৪৮ |
| বিলাতী হোজা (গল্প) | .... | ১৯৪৮ |
| ৰুক্মিনীহৰণ নাট (সম্পাদন) | .... | ১৯৪৮ |
| শেষ ক'ত? | .... | ১৯৪৮ |
| কেঁচা পাতৰ কঁপনি | .... | ১৯৫২ |
| ভেজাল সোণ (গল্প) | .... | ১৯৫৫ |
| সাহিত্য আৰু জীৱন | .... | ১৯৫৫ |
| অসম দেশৰ সাধু | .... | ১৯৫৭ |
| নিতে নব ৰূপ তাৰ (গল্প) | .... | ১৯৫৭ |
| ইউৰোপৰ মনীষী পাঁচগৰাকী | .... | ১৯৫৭ |
| বিলাতত সাতমাহ | .... | ১৯৫৯ |
| কামিনীকান্তৰ চৰিত্ৰ (সম্পাদন) | .... | ১৯৬০ |
| মাধৱ-সুলোচনা (যুটীয়াকৈ সম্পাদন) | .... | ১৯৬০ |
| গল্প ঃ দেশী বিদেশী (সম্পাদন) | .... | ১৯৬০ |
| সোণ ৰূপৰ নহয় সি দেশ | .... | ১৯৬২ |
| বাৰ মাহৰ তেৰ গীত (সম্পাদন) | .... | ১৯৬২ |
| ৰজা (অনুবাদ) | .... | ১৯৬৪ |
| ইউৰোপৰ মনীষা | .... | ১৯৬৫ |
| এন্টিগনি (অনুবাদ) | .... | ১৯৬৭ |
| পৃথিৱীৰ চৌপাশে এপাক | .... | ১৯৬৮ |

* * * * * *

## English

Ballads and Tales of Assam .... ১৯৬০

The Teaching of English .... ১৯৬২

Fiction in Assamese .... ১৯৬৩

The Springtime Bihu of Assam .... ১৯৬৬

Rajkhowa's Assamese popular Superstitions (edited) .... ১৯৭৩

Songs and Tales of North-Eastern India (edited) .... ১৯৭৬

Tales of Assam .... ১৯৮০

Essays on the Folklore and Culture of N.E. India .... ১৯৮২

Folktales of India (jointly edited) .... ১৯৮৭

Bohag Bihu of Assam and Bihu Songs .... ১৯৮৮

Festivals of Assam .... ১৯৯৫